ভবেন্দ্ৰ নাথ শইকীয়া

# ছয় দশকৰ গদ্য

সম্পাদনা

উৎপল দত্ত




জ্যোতি প্ৰকাশন
পাণবজাৰ, গুৱাহাটী-৭৮১ ০০১

প্ৰকাশক ঃ
শ্ৰীমতী ইলা শৰ্মা
জ্যোতি প্ৰকাশন
যশোবন্ত পথ
পাণবজাৰ, গুৱাহাটী-৭৮১ ০০১

প্ৰথম সংস্কৰণ ঃ ফেব্ৰুৱাৰী , ২০০৩

বেটুপাত ঃ পদ্ম সিংহ

মূল্য ঃ ৭৫.০০ টকা

ডি.টি.পি. ঃ
ময়ূৰ ডেস্কটপ
ডেনিছ ৰোড
পাণবজাৰ, গুৱাহাটী-৭৮১ ০০১

মুদ্ৰক ঃ
ত্ৰিনয়ন গ্ৰাফিক্স অফছেট
বিহাবাৰী
গুৱাহাটী-৭৮১ ০০৮

# সম্পাদকৰ কথা

ক.

ক্লাছ ফাইভত পঢ়ি থাকোঁতে পদ্য লেখাৰ প্ৰতি জন্মা আগ্ৰহকেই ভবেন্দ্ৰ নাথ শইকীয়াৰ সাহিত্য জীৱনৰ আৰম্ভ বুলি ক'ব পাৰি। তাৰ পিচত আহে গদ্য, প্ৰথমটো গল্প হ'ল 'পথ নিৰূপণ', প্ৰকাশ পাইছিল তেখেতৰ স্কুলৰ আলোচনীত। তেতিয়াৰে পৰা আজিলৈকে এই প্ৰায় ছয় দশক কালত সাহিত্যৰ বিভিন্ন শাখা তেখেতে সমৃদ্ধ কৰি আহিছে। বেছিভাগ লেখনিয়েই তেখেতৰ নামতে প্ৰকাশ পাইছিল যদিও বিভিন্ন কাৰণত কিছুমান লেখনিৰ বাবে ছদ্মনামৰ আঁৰ কাপোৰৰ প্ৰয়োজন হৈ পৰিছিল। ছদ্মনামত প্ৰকাশ পোৱা লেখনিবোৰৰ ভিতৰত আছিল চিনেমাৰ সমালোচনা, 'নৱযুগ' কাকতৰ বাবে লেখা কলম আৰু 'প্ৰান্তিক'ৰ বাবে লেখা বিভিন্ন লেখনি। 'প্ৰান্তিক'ৰ 'দৈনন্দিন' শিতানৰ বাবে ছদ্মনামত লেখা অলেখ লেখনি 'কল্পলোকৰ কাহিনী' নামৰ সংকলনত ইতিমধ্যে সংকলিত হৈছে, আন কেইটিমান লেখনি এই সংকলনত অন্তৰ্ভুক্ত কৰা হ'ল।

'প্ৰান্তিক'ৰ লেখা বা শিশু আলোচনী 'সফুঁৰা'ৰ বাবে লেখা লেখনিবোৰৰ কথা বাদ দিলেও তেখেতে বিদেশৰ পটভূমিত লেখা কেইটিমান গল্পও 'সঞ্জয়' নামত প্ৰকাশ পাইছিল। পিচত এই গল্পকেইটি 'এই বন্দৰৰ আবেলি' নামৰ সংকলনত তেখেতৰ নিজৰ নামতে সংকলিত হৈছে। প্ৰশ্ন হয় কিয় এই ছদ্মনাম ?

ঃ 'বিদেশৰ পটভূমিত লেখা গল্পকেইটাৰ তিনিটা সঞ্জয়ৰ নামত ওলাইছিল, বাকীকেইটা নিজৰ নামত ওলাইছিল। সেই গল্পকেইটা দীঘল আছিল আৰু 'অসম বাণী'ত খণ্ড খণ্ডকৈ ছপা হৈছিল। সেই সময়ত মই যথেষ্ঠ পৰিমাণে গল্প লেখিছিলো, 'প্ৰহৰী'ৰ নিচিনা গল্প, সেই গল্পবোৰক মই ইমান চিৰিয়াচলি লৈছিলো যে সেই গল্প লেখা কামটো বেলেগ সাম্ৰাজ্যৰ বস্তু, তাৰ লগত কোনো ধৰণৰ বস্তু ডাইলুট কৰিব নালাগে, সেই গল্প লেখা ষ্টাইলটো এক ধৰণৰ। কিন্তু ইয়াত মই যেনেকুৱা ধৰণৰ বস্তু লেখিম বুলি ভাবিলো - টুকুৰা টুকুৰ, ৰাস্তাই-ঘাটে লগ পোৱা, কিছুমান কথা, কিছুমান কল্পনা, ইয়াত মানে চুটিগল্পৰ সেই সুৰটো নাথাকিব। বৰঞ্চ এজন সাংবাদিকৰ বা ৰাস্তাই-ঘাটে ঘূৰি চৰিত্ৰ বিচাৰি ফুৰা এজন মানুহ সেই ধৰণৰ ৰস থাকিব। গতিকেই ইয়াৰ ভিতৰত কোন সোমাই যায় ঠিক নাই, ময়েই সোমাওঁ নে মোৰ লগৰীয়া বন্ধু এজন সোমায়— ভাবিলো এইটো মই ছদ্মনামতেই লেখোঁ। ইয়াৰ টাইপটো অলপ বেলেগ হ'ব আৰু বেলেগ হৈছিলো অলপমান। সেই কাৰণেই মই ছদ্মনামটো লৈছিলোঁ। মোৰ চুটিগল্প লেখাৰ যিটো ধৰণ, তাৰ পৰা অলপ বেলেগ হ'ব বাবেই সেইকেইটা মোৰ নিজৰ নামত লেখিবলৈ মন কৰা নাছিলোঁ।'

এই ছদ্মনামৰ ব্যাখ্যাক এটা ব্যাখ্যা হিচাপে অনুমান কৰি লোৱাটো কঠিন নহয়। অসমৰ পটভূমিত গল্প লেখাৰ ক্ষেত্ৰত ড° শইকীয়া যিমান সংযত, বিদেশৰ পৰিৱেশত তেখেত যেন বহু স্বাধীন।

ঃ 'হ'ব পাৰে, তেনেকুৱা হ'ব পাৰে। কিছুমান এনেকুৱা কথা হয়তো মই লেখিব লগা হ'ব পাৰে, যিবোৰ মই হয়তো নিজৰ নামত লেখিবলৈ ভাল নেপাম। কাৰণ লিখক হিচাপে মোৰ প্ৰধানকৈ চুটিগল্পৰ লগতেই সম্পৰ্ক। সেই কাৰণে পৰীক্ষামূলক হিচাপে সেইকেইটা লেখি ভাবিলো চাওঁচোন এই ধৰণে লেখিলে কেনেকুৱা হয়। মানুহে পঢ়ি কেনেকুৱা পায় —এইটো পৰীক্ষা কৰি চাওঁ বুলি অন্য এটা নামেৰে গল্পকেইটা লিখিছিলো। পিচতহে দেখিছোঁ যে এইকেইটা নিজৰ নামত লেখা হ'লেও একো অসুবিধা নাছিল।'

দীৰ্ঘদিন ধৰি চিনেমাৰ লগত জড়িতহৈ থাকিলেও চিনেমাৰ বিষয়ে তেখেতে নিজৰ নামত লেখা লেখনিৰ সংখ্যা তেনেই নগণ্য। 'প্ৰান্তিক'ৰ পাতত লেখা সেই লেখনিবোৰে তেখেতৰ চিনেমা ধাৰণাৰ স্পষ্ট স্বাক্ষৰ বহন কৰে বাবেই চিত্ৰ নিৰ্মাতা ভবেন্দ্ৰ নাথ শইকীয়াক জানিবলৈ এই লেখনিকেইটি গুৰুত্বপূৰ্ণ। ভবেন্দ্ৰ নাথ শইকীয়াই চিনেমাৰ বিষয়ে লেখিবলৈ আৰম্ভ কৰিছিল স্নাতকোত্তৰ শ্ৰেণীত পঢ়ি থাকোঁতেই। 'বেউলা' ছবিখনৰ সমালোচনাটোৱেই আছিল তেখেতে লেখা প্ৰথম সমালোচনা। ছবিখনৰ এটি সৰু চৰিত্ৰত তেখেতে দেখা দিছিল আৰু সেই বাবেই সমালোচনাটি লেখিছিল ছদ্মনামত। নামটো আছিল 'সুনীতি'।

ঃ 'কলিকতাত যেতিয়া পঢ়ি আছিলোঁ সেই সময়তে 'বেউলা' নামৰ অসমীয়া ফিল্মখনৰ শ্যুটিং হৈছিল, মই চাইছিলোঁ। মই আছিলোঁও তাতে। ছবিখন যেতিয়া ৰিলিজ হ'ল তেতিয়া এটা সমালোচনা লেখিব লগা হৈছিলোঁ। সেই সমালোচনাটো মই 'আৱাহন'ত লেখিছিলোঁ। সেই সমালোচনাটো এটা নামত লেখিছিলোঁ, নামটো আছিল 'সুনীতি'।'

ঃ এই নামটো কেনেকৈ আহিল?

ঃ 'এনেয়ে আৰু। ভাল নীতিৰ ওপৰত বিশ্বাস কৰা মানুহ, নীতিৰ পৰা পালৰি কাটি কাম নকৰোঁ, মই যিটো ক'ম নীতিমতে ক'ম, কোনো পক্ষপাতিত্ব নথকা বিচাৰ—সেইবাবেই সুনীতি। অৱশ্যে সেই নাম লৈ লেখা সেইটোৱেই।'

নিজৰ চিনেমা প্ৰীতি বা অনুৰাগৰ বিষয়ে ভবেন্দ্ৰ নাথ শইকীয়াই এবাৰো কলম তুলি লোৱা নাই। কিন্তু তেখেতৰ চিনেমাবোৰৰ দৰ্শকে সহজেই অনুমান কৰিব পাৰে তেখেত কেনেকুৱা চিনেমাৰ প্ৰতি আগ্ৰহী বা কেনেকুৱা চিনেমাৰ প্ৰতি দায়বদ্ধ। শৈশৱ-কৈশোৰত বাৰু তেখেতে কেনেকুৱা চিনেমাৰে নিজৰ তৃষ্ণা পুৰণ কৰিছিল?

ঃ 'আমি সেই সময়ত খুব ইমপ্ৰেষ্ট হোৱা চিনেমা আছিল 'মহল'। গান-তান এইবোৰেৰে চিনেমাখনে আমাক খুব ইমপ্ৰেষ্ট কৰিছিল। তেতিয়া আমি বোধহয় কটন পালোঁগৈ। তাৰ আগতে যিবোৰ চাইছিলোঁ সেইবোৰ আৰু জুভেনাইল। হাইস্কুলত থাকোঁতে ভি শান্তাৰামৰ 'শকুন্তলা'খন তিনি অনা নে চাৰি অনাৰ টিকটত তিনিবাৰ নে চাৰিবাৰ চাইছিলোঁ। তাতে যে মাছটোৱে আঙঠিটো খায়, সেইটোৱেই আমাৰ বাবে ডাঙৰ কথা। আমি ভাল পোৱা আৰু

এখন চিনেমা আছিল 'আন্দাজ'। কলিকতাত থাকোঁতে যিমানবোৰ বঙালী চিনেমা চোৱা হ'ল, সেই সময়তে চিনেমা কেনেকৈ কৰে সেই বিষয়ে আগ্ৰহ বাঢ়িছিল। সেই সময়ত আমি 'পথেৰ পাঁচালী' চাবলৈ পাইছোঁ। সেই সময়তে আন কিছু বঙালী চিনেমাও চাবলৈ পাইছিলোঁ, যিবোৰৰ কাহিনী একেবাৰে ঘৰুৱা, উত্তম-সুচিত্ৰাৰ যিবিলাক ছবি তেনেকুৱা আৰু। সেই ছবিবোৰৰ মাজতে গম পোৱা যায় যে 'পথেৰ পাঁচালী' বেলেগ ধৰণৰ ছবি। সেইটো অধ্যায় সিমানতে শেষ হ'ল, মই বিদেশ পালোঁগৈ।

বিদেশত থাকোঁতে কিছু ইংৰাজী ছবি, কিছু বিদেশী ছবি চাবলৈ পোৱা গ'ল নহয়, তাৰ পিচৰ পৰাই চিৰিয়াচনেছটো আহি গ'ল। 'বাইচাইকেল থিফ', 'দা ৰুফ', 'কানাল', 'ডায়েৰি অব্ এন ফ্ৰাংক' আদি ছবি চাই ভাবিছিলোঁ মানুহৰ জীৱনক লৈ জীৱনৰ ভিতৰত প্ৰৱেশ কৰি কেনেদৰে চিনেমা কৰিব পাৰি।'

ঃ কোনখন চিনেমা চোৱাৰ পিচত আপোনাৰ ভাব হৈছিল - এইখন চিনেমা মই কৰিব পৰা হ'লে?

ঃ ''পথেৰ পাঁচালী' কৰিম বুলি মোৰ কাহানিও লোভ হোৱা নাই। কিন্তু 'দি ৰুফ' ছবিখন চাই ভাবিছিলো এই ছবিখন মই কৰিব পৰা হ'লে। সেইখন ছবি পৃথিৱীয়ে পাহৰি যাওক, ছবিখন মই কৰোঁ। চাই মোৰ ভাব হোৱা নাছিল যে এইখন ছবি কৰিব পৰা হ'লে।'

ঃ ছবিখনৰ কি কি দিশে আপোনাক আকৃষ্ট কৰিছিল?

ঃ 'থিম আৰু একটিং।'

ঃ ছবিখনৰ কাহিনীটো কেনেকুৱা?

ঃ 'মাক-বাপেক থকা এহাল ভাই-ককাই, ইটালিৰ পৰিয়াল, দুখীয়া। ককায়েক ৰাজমিস্ত্ৰী। ৰাতিপুৱাই ওলাই যায়, কাম-কাজ কৰি সন্ধিয়া ঘৰ সোমায়, উপাৰ্জন কম, নিজৰ ঘৈণীয়েক, ল'ৰা-ছোৱালী আছে। ৰাতিপুৱা এনেকুৱা হয়, কোনোবা লেট্ৰিনত আছে বাহিৰৰ পৰা কোনোবাই দুৱাৰখন বাহিৰৰ পৰা টানিছে, ভিতৰত থকাজনে দুৱাৰখন টানি ধৰিছে, এনেকুৱা আৰু। ভায়েকটোৱে ছোৱালী এজনীৰ লগত প্ৰেম কৰিছে, গতিকে উপায় নোপোৱা হৈ বিয়াখন পাতি দিলে। বিয়া পাতি দিলে হয়, কিন্তু সিহঁতৰ থাকিবলৈকে ৰুম নাই। ৰাতি এঘাৰমান বজালৈকে সিহঁত ভিতৰতে থাকে, তাৰ পিচত বাহিৰলৈ ওলাই যায়গৈ। ইফালে সি বিয়া কৰোৱাৰ পিচত ঘৰৰ খৰচ বাঢ়িছে, সেইটোক লৈও ককায়েক চিন্তিত। বেকাৰ ভায়েকে ৰাতি কেতিয়াবা খবৰ কাগজখন পঢ়ে, ককায়েকে কয় এতিয়া আৰু লাইট জ্বলাই কাগজ পঢ়াৰ কি দৰকাৰ, দিনত পঢ়িলে নহয়নে? দিনত কি কৰ তই? এনেকুৱা কথা। লাহে লাহে কথাবোৰ ভায়েকৰ আত্মমৰ্যাদাত লাগিছে আৰু। তেনেতে ভায়েকে ভাবিলে ৰে'ল লাইনৰ কাষত থকা মাটিত যিবোৰ জুপুৰী থাকে তেনেকুৱা ঠাইত তেনেকুৱা জুপুৰী এটি বান্ধি লোৱাই ভাল হ'ব। তাতেই সিহঁত থাকিব। সেই সময়ত আকৌ ৰে'ল লাইনৰ কাষত জুপুৰী বনোৱা নিষেধ আছে। পুৰণি যিকেইটা আছে আছে আৰু, নতুনকৈ কোনেও জুপুৰী বনাব নোৱাৰিব। যদি সেইটোৱেই হয়, তেনেহ'লে একে ৰাতিৰ ভিতৰতে জুপুৰী এটা বনাব লাগিব। ভায়েকে

সন্ধিয়াতে সৰু ল'ৰা দুটামান লগত লৈ গ'ল। ইমানদিনে ককায়েকক দেখি দেখি ৰাজমিস্ত্রিৰ যিখিনি কাম শিকিছিল তাৰে কোনোমতে ইটা গাঁঠি গাঁঠি ঘৰৰ আকৃতি এটা কৰিছে আৰু। কিন্তু ৰাতিটোৰ ভিতৰতে ঘৰটো কোনোমতে সম্পূর্ণ নহয়। শেষত উপায় নাপাই সি চাইকেলখন লৈ ককায়েকৰ ওচৰলৈ গ'ল। ককায়েকে চাইকেলখন লৈ আহিল আৰু কামত লাগি ঘৰটো উঠাই দিলে। ঘৰটো কিবাকৈ সম্পূর্ণ হ'ল। দোকমোকালিৰ সময়, পুলিচ অহাৰ সময় হ'ল। সিহঁতে চৌকা-তৌকা বনাই, ঘৰৰ ভিতৰত কাপোৰ-কানি থৈ ঘৰটো পুৰণা ঘৰৰ দৰে যিমান পাৰে কৰিছে আৰু।

পুলিচ আহিল। স্বাভাবিক প্রশ্ন, এই ঘৰটো কেনেকৈ হ'ল? পুলিচে ঘৰটো চালে, সুধিলে ঘৰটোৰ কথা। সিহঁতে বুজাবলৈ চেষ্টা কৰিছে ঘৰটো পুৰণি ঘৰ বুলি। ইফালে ওচৰৰে এটা জুপুৰীত থকা তিৰোতা এগৰাকী আহি সৰু ধুনীয়া কেঁচুৱা এটি ভায়েকৰ ঘৈণীয়েকৰ কোলাত দি থৈ গ'ল। সেইটোকে লৈ তাই পাকঘৰত বহি আছে। পুলিচটো ভিতৰ সোমাল। মানুহজনীয়ে ভয়ে ভয়ে পুলিচটোৰ মুখলৈ চাইছে, কেঁচুৱাটোৰেও চাইছে, হঠাতে কেঁচুৱাটোৱে পুলিচটোৰ মুখলৈ চাই হাঁহি দিলে। পুলিচটোৱে কেঁচুৱাটোৰ পিনে চাই লাহে লাহে ঘৰটোৰ পৰা ওলাই গ'ল।

এই ঘটনাটো ইমান সুন্দৰকৈ পিকচাৰাইজ কৰিছে, তাৰ প্রেমৰ পৰা-ককায়েকৰ মনৰ ভিতৰলৈকে, ইমান সুন্দৰ ছবি---ছবিখনৰ ডিৰেক্টৰ কোন এইবিলাক মই সকলো পাহৰি গ'লো, কিন্তু ছবিখনৰ প্রতিটো চিন মনত থাকি গ'ল।'

অপেছাদাৰী মঞ্চ, পেছাদাৰী মঞ্চ, অনাতাঁৰ নাট আৰু মূকাভিনয়—নাটকৰ এই আটাইকেইটা দিশতে তেখেত লিখক আৰু পৰিচালক দুয়ো ধৰণে জড়িত। এই কাৰিকৰী অভিজ্ঞতাই তেখেতৰ নাটক ৰচনাক প্রভাৱিত কৰিছে। কিন্তু নাটকৰ ক্ষেত্রখনলৈ তেখেতে আগবঢ়োৱা অৱদানৰ কথা ভালদৰে আলোচিত হোৱা নাই।

অসমত মূকাভিনয়ৰ ঐতিহ্য বৰ পুৰণি নহয়। ডেৰ-দুই দশকমান আগৰ পৰাহে অসমত মূকাভিনয় ভালদৰে পৰিচিত হৈ পৰে। কিন্তু আচলতে সত্তৰৰ দশকৰ মাজ ভাগতে ভবেন্দ্র নাথ শইকীয়াই অসমত মূকাভিনয়ৰ পাতনি মেলে কেইগৰাকীমান শিল্পীৰ সহযোগত। তেখেতে অসমলৈ মূকাভিনয়ৰ বীজ কঢ়িয়াই আনে আৰু সেই বীজৰ পৰা অংকুৰৰ জন্ম দিয়ে পেছাদাৰী শিল্পীয়ে নহয়, গুৱাহাটী বিশ্ববিদ্যালয়ৰ কেইগৰাকীমান ছাত্রই।

ঃ 'নাইনটিন চিক্সটি থ্রি বা চিক্সটি ফোৰ—মোৰ বিশ্বাস চিক্সটি থ্রিয়েই হ'ব—আমি গুৱাহাটী বিশ্ববিদ্যালয়ৰ দল এটা ইন্টাৰ-ইউনিভাৰছিটি যুথ ফেষ্টিভেললৈ গৈছিলোঁ, মই প্রফেছৰ ইনচাৰ্জ হিচাপে গৈছিলোঁ। তাতেই বোম্বে ইউনিভাৰছিটিৰ পৰা অহা দুটা ল'ৰাই 'ব্রোকেন মিৰৰ' নামেৰে মূকাভিনয়ৰ এটা অনুষ্ঠান প্রেজেন্ট কৰিছিল। সেইটো দেখি মই বৰ ভাল পাইছিলোঁ। তাৰ পৰা আহি প্রথম মই গুৱাহাটীত সেই প্রগ্রেমটো আমাৰ ইউনিভাৰছিটিৰ ল'ৰা কেইজনমানৰ হতুৱাই কৰাইছিলোঁ। তাৰ পিচত সেই অনুষ্ঠানটি বহু ঠাইত অভিনীত হৈছে। কোনোবাই 'ভগা আইনা' বুলি কৰিছে, কোনোবাই 'ব্রোকেন মিৰৰ' বুলি কৰিছে—মই সিমানেই জানো

আৰু। কিন্তু সেই ধৰণৰ অভিনয় মই নিজে প্ৰথম তাতে দেখিছোঁ আৰু সেই বস্তুটো মই আনি ইয়াত কৰাইছোঁ। তাৰ আগতে কোনোবাই কিবা কৰিছিল নে নাই কৰা সেইটো আৰু মই নাজানো। সেই প্ৰথমবাৰ অভিনয় কৰা ল'ৰাবোৰ ইউনিভাৰ্ছিটিৰে আছিল, যিমানদূৰ সম্ভৱ—হেমেন গগৈ, লখিমপুৰ কলেজৰ প্ৰিন্সিপাল হৈ ৰিটায়াৰ কৰিলে বোধহয় —তেওঁ, ধুবুৰীৰ টেটুলতলা বুলি এডোখৰ ঠাইৰ পৰা যে চিঠিপত্ৰ লেখি থাকে গিৰিন গোস্বামী —সেই গিৰিন, আৰু অনিল ৰয়—তেওঁ এতিয়া জিঅ'লজিকেল ছাৰ্ভে অব্ ইণ্ডিয়াৰ—শ্বিলঙত থাকে নেকি—এই তিনিজনৰ কথাই এতিয়া মনত পৰিছে।'

অসমৰ অভিনয় জগতৰ যিখিনি কথা লিপিবদ্ধ অৱস্থাত পোৱা যায়, তাত মূকাভিনয়ৰ কথা উল্লেখ নাই। কিন্তু অভিনয় জগতৰ লগত জড়িত লোকসকলৰ পৰা পোৱা তথ্য মতে ভবেন্দ্ৰ নাথ শইকীয়াৰ পৰিচালনাত হোৱা সেই অভিনয়েই অসমৰ প্ৰথম মূকাভিনয়। এই পিনৰ পৰা চালে তেখেতকে অসমৰ 'মূকাভিনয়ৰ জনক' আখ্যা দিব পাৰি।

মূকাভিনয়ৰ লগতে অসমীয়া বাস্তৱধৰ্মী নাটকৰ ক্ষেত্ৰতো ড° শইকীয়াৰ অৱদান অসমীয়া নাটকৰ ইতিহাসৰ এটি গুৰুত্বপূৰ্ণ অধ্যায় হিচাপে বিবেচিত হ'ব লাগে। কিন্তু নাটকৰ সমালোচকসকলে তেখেতৰ অৱদানক প্ৰায়েই অৱহেলা কৰি অহা দেখা যায়। হয়তো আমাৰ সাহিত্য সমালোচকসকলে কবিতা, গল্প বা উপন্যাসৰ তুলনাত নাটকক সদায়েই কৰা অৱহেলাৰ বাবেই আন বহুতে নোপোৱাৰ দৰেই ড° শইকীয়াৰ নাটকেও প্ৰাপ্য সন্মান পোৱা নাই।

অসমীয়া নাটকে ইতিহাস আৰু কল্পনাৰ জগতৰ পৰা আঁতৰি আহি যি সময়ত বাস্তৱধৰ্মী নাটকৰ পিনে আগবাঢ়িছিল সেই সময়তে ড° শইকীয়াই নাট্যকাৰ হিচাপে কলম তুলি লৈছিল। ১৯৫৪ চনত অৰুণ শৰ্মাই ৰচনা কৰা 'উৰুখা পঁজা' নাটকেৰে আৰম্ভ হোৱা বাস্তৱধৰ্মী অসমীয়া নাটকৰ জগতখনত কম দিনৰ ভিতৰতে সংযোজিত হৈছিল সাৰদা বৰদলৈৰ 'পহিলা তাৰিখ', দুৰ্গেশ্বৰ বৰঠাকুৰৰ 'টেক্সি ড্ৰাইভাৰ', অমৰ পাঠকৰ 'ভঙা-গঢ়া' আদি নাটক। 'উৰুখা পঁজা'ৰ দ্বাৰা প্ৰভাৱিত হৈ 'ৰক্ষ কুমাৰ' খ্যাত লক্ষ্যধৰ চৌধুৰীৰ দৰে প্ৰবীণ নাট্যকাৰে নিজৰ পথ পৰিবৰ্তন কৰি লিখিছিল 'নিমিলা অংক'। এনে বাতাৱৰণতে ড° শইকীয়াই নাট্যকাৰৰ ৰূপত আত্মপ্ৰকাশ কৰে।

শিৱসাগৰ কলেজত কাম কৰি থকা সময়তে তেখেতে লিখিছিল আৰু পৰিচালনা কৰিছিল 'ভগা ডেউকাৰ ছাঁ' নামৰ নাটক এখন। সেই নাটকৰ সফলতাৰ পিচত তেখেতে আৰু কেইবাখনো নাটক ৰচনা কৰিছিল। আজি আৰু সেই নাটক কেইখনৰ অস্তিত্ব বিচাৰি পাবলৈ নাই। সেই নাটককেইখনৰ বিষয়বস্তুয়েনো কি পৰিবেশ, কেনে চৰিত্ৰ সামৰি লৈছিল?

ঃ 'মোৰ গল্পৰ কাহিনী যেনেকুৱা মোৰ নাটকৰ কাহিনীও তেনেকুৱা। মই কাক লৈ কাম কৰিছোঁ, মোৰ চৰিত্ৰ কোন, মোৰ সমাজ কোনখন, মোৰ চাৰিওফালৰ হিষ্ট্ৰী-জিঅ'গ্ৰাফি.

চাৰিওফালে কি আছে—সেইবিলাক মোৰ গল্প আৰু নাটকৰ ক্ষেত্ৰত একেই।'

সেই সময়ত তেখেতে লেখা আৰু এখন আমোদজনক নাটক আছিল 'অলংকাৰ'। নাটকখন মঞ্চস্থ কৰাত আগভাগ লৈছিল তেজপুৰৰ হীৰেন চৌধুৰীয়ে। কিন্তু তেখেতে নাটকখনৰ এটা নতুন নাম দিছিল। নামটো আছিল 'সোণৰ গহনা'।

ভবেন্দ্ৰ নাথ শইকীয়াৰ নাটকবোৰ অধিক বাস্তৱসন্মত হোৱাৰ কাৰণ হ'ল চৰিত্ৰসমূহৰ মুখত দিয়া সংলাপ। সেই সংলাপবোৰ ইমান মনযোগেৰে ৰচনা কৰা হৈছিল যে অভিনয় কৰা সময়ত সংলাপৰ প্ৰতি অনুগত হৈ থকা অভিনেতাৰ বাবে সেই চৰিত্ৰত অতি অভিনয় কৰাৰ সুবিধা নাথাকে। ভবেন্দ্ৰ নাথ শইকীয়াৰ নাটকত চৰিত্ৰবোৰে 'সুলিখিত' সংলাপ নকয়, কথা কয়। সংলাপৰ এই ৰূপে নাটকৰ অভিনয়কো শাসন কৰিছিল।

অকল অপেছাদাৰী মঞ্চৰ বাবে লেখা নাটকৰ ক্ষেত্ৰতেই নহয়, ভ্ৰাম্যমান থিয়েটাৰৰ বাবে ৰচনা কৰা নাটকতো ড° শইকীয়াই এই গুণবোৰক বাদ দিব বিচৰা নাছিল। কিন্তু ব্যৱসায়িক নাটকৰ পৰিৱেশ, দৰ্শক আদিৰ কথা বিচাৰ কৰি কিছু সীমাবদ্ধতাৰ কথা নাট্যকাৰে মানি চলিবলগীয়া হয়।

ঃ 'ভ্ৰাম্যমান থিয়েটাৰৰ বাবে লেখিলে সদায় এটা কথাই মনত ক্ৰিয়া কৰে যে এইটো ডেফিনেটলি এটা প্ৰফেছনেল কাৰবাৰ। ইয়াক বহু দৰ্শকৰ প্ৰয়োজন। বহু মানুহৰ ভৰণ-পোষণৰ প্ৰশ্ন ইয়াত জড়িত হৈ আছে। গতিকে সিমানখিনি দৰ্শক পাবৰ কাৰণে নাটকৰ নিজৰ এটা শক্তি থাকিব লাগে, মানুহ টানিব পৰা শক্তি। কিন্তু নিজে বেছি তললৈ নোযোৱাকৈ সেই কামটো কৰিব পাৰি। নিজে তললৈ নগৈ দৰ্শকক ওপৰলৈ অনাটো সম্ভৱ। আৰু দৰ্শকক ধৰি ৰাখিবৰ কাৰণে যিখিনি উপাদানৰ দৰকাৰ সেইখিনিৰ বাবে ভেল্কিবাজি নহ'লেও হয়। নাটকৰ ভিতৰতে কিছু অতিনাটকীয়তা বা চৰিত্ৰটোৰ বৈশিষ্ট্য বা সংলাপৰ জোৰ বা দৃশ্যটোৰ গাঠনি—এইবিলাকৰে সৈতে গোটেই একচাইটমেন্টটো জীয়াই ৰাখিব পাৰি। তাৰ ভিতৰতে এনেকুৱা হয় যে মই নাটকত লেখিছোঁ—তেওঁলোক তিনিজনে কথা পাতি আছিল ৰাস্তাৰ কিনাৰত, গাড়ী এখন ৰ'লহি, মোৰ মতে গাড়ীখনৰ শব্দটো শুনিলেই হৈ গ'ল, পোহৰটো মঞ্চত পৰিল, গাড়ীখন ৰোৱাৰ শব্দ, মানুহকেইজন গাড়ীত উঠিল, গাড়ী ষ্টাৰ্ট হোৱাৰ শব্দ, লাহে লাহে শব্দটো আঁতৰলৈ গুচি গ'ল— তেনেকুৱাও হ'ব পাৰে, মোৰ মতে সেইখিনিৰে দৃশ্যটো বুজাব পাৰি। কিন্তু ভ্ৰাম্যমানত তেওঁলোকে গাড়ীখন দেখুওৱাৰ সুবিধা এটা কৰিব পাৰে। গাড়ীখন দেখুৱাই তেওঁলোকে দৰ্শকক এডিচনেল আনন্দ এটা দিয়াৰ সুবিধা ল'ব পাৰে। সেইকাৰণে মই য'ত গাড়ীখনৰ কথা লেখিছোঁ, তাত তেওঁলোকে গাড়ীখন দেখুৱাই দিছে। সেইটোত মই আপত্তি নকৰোঁ একো। কিন্তু কেৱল 'কৌশলৰ কাৰণে কৌশল' তেনে কৌশল মোৰ কোনো নাটকৰ বাবে দৰকাৰ নাই। মই যেতিয়া লেখিছোঁ পৰিষ্কাৰকৈ লেখিছোঁ—দূৰেদি ৰে'ল এখন গৈছে, ৰে'লখনৰ এখন দুৱাৰত এজন মানুহ থিয় হৈ থকা দেখা গৈছে,—সেইটো মোৰ প্ৰথম নাটক ৰামধেনুত আছিল, সেইটো তেওঁলোকে কায়দা কৰি দেখুৱাইছিল। সেইটো মই নাটকখনত লেখা। পিচলৈ আৰু

সেইবিলাকৰ প্ৰয়োজন হোৱা নাই। পিকুলিয়াৰ ধৰণৰ চৰিত্ৰ একোটা লৈ তেওঁৰ চাৰিওফালৰ ঘটনাক লৈ নাটক এখন হ'ব পাৰে। কাৰোবাৰ কাৰণে নাটকখন নাটক নহ'বও পাৰে।'

অপেছাদাৰী নাটকেই হওক বা পেছাদাৰী মঞ্চৰ নাটকেই হওক, ভবেন্দ্ৰ নাথ শইকীয়াই দুয়োবিধ নাটকতেই বাস্তৱধৰ্মিতাক বাদ দিয়া নাই। গৱেষণাৰ বাবে বিদেশলৈ যোৱাৰ আগতেই তেখেতে নাটক লেখাৰ কাম আৰম্ভ কৰিছিল যদিও বিদেশৰ পৰা অহাৰ পিচত নাটকৰ লগত তেখেতৰ ঘনিষ্ঠতা বৃদ্ধি পায়। বিদেশত থকা কালছোৱাত তেখেতে বিদেশী নাটকৰ লগত দৰ্শক হিচাপে স্থাপন কৰা সম্বন্ধই তেখেতৰ নাটকক অধিক সমৃদ্ধ কৰিছিল নেকি? সেই সময়ত (ষাঠিৰ দশকৰ মাজভাগ) বিদেশী নাটকত বাস্তৱধৰ্মিতাই যিদৰে গা কৰি উঠিছিল, সেই প্ৰভাৱে ড° শইকীয়াক স্পৰ্শ কৰা নাছিলনে বাৰু? কোনো বিদেশী নাটকৰ প্ৰভাৱ তেখেতৰ নাটকত পৰা নাছিলনে?

ঃ 'নাই, মই নাটক লেখা সময়ত বিদেশী নাটকৰ প্ৰভাৱ পোনপতীয়াকৈ নাই। কাৰণ তেওঁলোকৰ নাটকৰ বিষয়বস্তু, তেওঁলোকৰ টেকনিক এইবোৰ বেলেগ ধৰণৰ বস্তু, বেলেগ ধৰণৰ কাৰবাৰ। আমি যেতিয়া নাটক লেখিব খোজোঁ সেই নাটকৰ কাহিনী, তাৰ বেকগ্ৰাউণ্ড আৰু বিশেষকৈ স্পিড —জীৱনৰ লগত এই স্পিডটোৰ সম্পৰ্ক থাকিব লাগিব। বিদেশী নাটক এখনৰ কাহিনী, ধৰা 'ৱেষ্ট চাইদ ষ্ট'ৰি', তাৰ যিটো কাহিনী তাৰ যিটো স্পিড তাকতো আমি ইয়াত তেনেকৈ দেখুৱাব নোৱাৰো। আমি নিজৰ চৰিত্ৰ, নিজৰ জিঅ'গ্ৰাফি, নিজৰ ইতিহাসকে লৈ তাৰ মাজতে কাহিনী এটা কেনেকৈ তৈয়াৰ কৰিব পাৰি, আমাৰ নিজৰ ভাৰতীয় জীৱনৰেতো এটা নিজস্ব স্পিড আছে, সেইবোৰৰ মাজতে আমি কেনেকৈ কৰিব পাৰো। কিন্তু নাটকবোৰ চাই নাটকৰ মান সম্পৰ্কে এটা ধাৰণা কৰিব পাৰি। নাটকৰ মান এনেকুৱা হৈছে, এইধৰণে অভিনয় হৈছে, এনেকুৱা বস্তু মঞ্চত এনেকৈ উপস্থাপন কৰিছে— বিভিন্ন দেশৰ নাটক চাই এই যে সামগ্ৰিক ধাৰণাটো পোৱা যায়, সেই ধাৰণাটোৱে নাটক এখন লেখাৰ সময়ত সাধাৰণতে, মোৰ যে এই দৃশ্যটো সৃষ্টি কৰিছোঁ, মোৰ গল্পটো থাকিব লাগিব, মোৰ গল্পটো আগুৱাব লাগিব, তাৰ লগতে এই যে আজিকালিৰ নাটকৰ এনেকুৱা কৌশল চলিছে, কিমানখিনি পৰা যায়, তাৰ মাজতে আপোনাআপুনি আহিবলৈ চেষ্টা কৰে। মোৰ ক্ষেত্ৰতো দেখিছোঁ, বিছখন ভাল চিনেমা চোৱাৰ পিচত নিজে এখন চিনেমা কৰিলে যেনেদৰে মনলৈ আহি থাকে—এই বস্তুটো এনেকৈ দেখুৱাব পাৰি, এনেকুৱা এছিমিলেচন প্ৰচেছ এটা চলি থাকে আৰু। কিন্তু সেইটোয়ে পোনপতীয়া প্ৰভাৱ তেনেকুৱা নহয়।'

ঃ আপোনাৰ দুখনমান নাটকৰ মাজে মাজে সংলাপৰ ক্ষেত্ৰত জে বি. প্ৰিষ্টলিৰ সংলাপৰ কৌশলৰ প্ৰতিধ্বনি শুনা যেন লাগে।

ঃ 'হ'ব পাৰে, সেইটো হ'ব পাৰে। মই যে সেই বিদেশৰ পৰা আহিয়েই 'এন ইন্সপেক্টৰ কলছ'খন অনুবাদ কৰিছিলোঁ, বঙালীৰ পৰা অসমীয়ালৈ অনুবাদ কৰিছিলোঁ, সেই সময়ত মই সেই নাটকখনৰ কথা-বতৰা, ডাইলগ আদিৰে পৰা খুব ইমপ্ৰেষ্ট হৈছিলোঁ। ইংৰাজীখন মই তেতিয়া পঢ়াই নাই, বঙালীখন পঢ়িয়েই মই ইমান ইমপ্ৰেষ্ট হৈছিলোঁ যে বহু দিনলৈ সেই কথাবিলাকে

মনত গুণগুণাই থাকে। আৰু তাৰ যদি কিবা এটা ইনডাইৰেক্ট ইনফ্লুৱেন্স পৰিছে সেইটো মই ক'ব নোৱাৰো। সেইটো হৈছে ১৯৬১ চনৰ কথা। মই ওৱান এক্ট প্লেৰ বাহিৰে ভ্ৰাম্যমানৰ বাবে নাটক লেখিবলৈ আৰম্ভ কৰিছো ১৯৮১ চনৰ পৰা। প্ৰায় বিছ বছৰৰ পিচত। এই বিছ বছৰে সেই নাটকখনৰ কিমান ইনফ্লুৱেন্স মোৰ ভিতৰত আছিল মই ঠিক নাজানো। কিন্তু এতিয়া মই লেখা ডাইলগ আৰু বিছ বছৰ আগত লেখা 'ৰামধেনু'ৰ ডাইলগৰ মাজত মিল এটা পাবাই। একেজন মানুহে লেখা ডাইলগ। গতিকে মই ভাবোঁ এইটো মোৰ নিজৰে চিন্তাৰ ষ্টাইল বা নিজৰে কথা কোৱাৰ ষ্টাইল। আৰু দুটা মানুহে যেতিয়া নাটক হিচাপে কথা পাতিব, কথাখিনি মঞ্চত কেনেকৈ শুনিবলৈ ভাল হ'ব সেইমতেহে ডাইলগখিনি সজাই থকা যায়।'

ঃ আপোনাৰ যে 'অন্ধকূপ' নামৰ চিৰিজটো আছিল তাৰ পুলিচ ইন্সপেক্টৰজন আছিল, বা 'স্বৰ্ণজয়ন্তী' নাটকত ডাঙৰ ককায়েকে যেতিয়া শেষৰ সংলাপখিনি কয়, সেই অংশবোৰত প্ৰিষ্টলিৰ ইন্সপেক্টৰজনৰ কথাৰ প্ৰতিধ্বনি শুনা যায়। প্ৰিষ্টলিৰ ইন্সপেক্টৰজনে যিটো পৰিৱেশত যিটো প্ৰয়োজনত কথাখিনি ক'বলগীয়া হয়, আপোনাৰ নাটকখনতো তেনেকুৱা পৰিৱেশ আছে, আৰু প্ৰিষ্টলিৰ ইন্সপেক্টৰজন যি মানসিক স্তৰৰ মানুহ আপোনাৰ নাটকৰ চৰিত্ৰও সেই পৰ্যায়ৰ আৰু সেই পৰিৱেশত পৰিলে একে সুৰৰ কথা ক'ব পৰাৰ সুযোগ আহি পৰে।

ঃ 'হ'ব পাৰে। হ'ব পাৰে। কথাটো যিজনে চাৰ্জ কৰিছে অথবা কামটোৰ লিড লোৱা বুদ্ধিমান মানুহজন, তেৱেঁই বস্তুটো এক্সপোজ কৰিব এতিয়া বা তেৱেঁই ঘটনাটো আগবঢ়াই নিব, তেওঁৰ কথা কোৱা ধৰণটো কেনেকুৱা হ'লে নাটকৰ পিনৰ পৰা ভাল হ'ব সেই কথাটো মই আগতে ধাৰণা কৰি লওঁ। সেই ধাৰণামতে নাটকখন লেখোঁ। এনেকুৱা হ'ব পাৰে যে কিছুমান কথা কিছুমান মানুহে একেধৰণে ভাবে সেইফালৰ পৰাও হ'ব পাৰে, আৰু দহখন নাটক পঢ়িলেও হয়তো সেই নাটককেইখনৰ একে ধৰণৰ চৰিত্ৰবোৰৰ মাজতো একে ধৰণৰ মিল দেখা যাব। আৰু সাধাৰণতে আনকি হিন্দী ফিল্মতো দেখিবা যিজন ভাল পুলিচ অফিচাৰ তেওঁ যেতিয়া এটা এনকুৱাৰি কৰে তেওঁৰ কথাৰ ধৰণটো প্ৰায় তেনেকুৱাই হৈ যায়। কাৰণ এটা ইন্টেলিজেন্ট লেভেলত মানুহে কথা তেনেকৈয়ে কয়। তেতিয়া সেই মিল থকা যেন লাগি যায়। আৰু ভাল চৰিত্ৰৰ বুদ্ধিমান পুলিচ অফিচাৰ এজন নাটকত কৰিবলৈ গ'লে সেই একেই ধৰণৰ টাইপ এটা ওলাবলৈ বাধ্য যেনেই লাগে মোৰ।'

খ.

ভবেন্দ্ৰ নাথ শইকীয়াই বিগত প্ৰায় ছয়টা দশকত ৰচনা কৰা অলেখ লেখনিৰ গ্ৰন্থাকাৰে প্ৰকাশ নোহোৱা কিছু লেখনিৰে এই সংকলনটি প্ৰস্তুত কৰা হ'ল প্ৰকাশক শ্ৰীযুত নগেন শৰ্মা আৰু শ্ৰীযুতা ইলা শৰ্মাৰ আগ্ৰহত। 'ৰংঘৰ' নামৰ আলোচনীখনৰ সম্পাদক শ্ৰীযুত শশী ফুকনৰ কথামতে 'ভবেন্দ্ৰ নাথ শইকীয়া ঃ জীৱন আৰু কৃতি' নামৰ এলানি প্ৰবন্ধ বিভিন্ন লেখকৰ পৰা সংগ্ৰহ কৰিছিলোঁ। সেই কাম কৰি থাকোঁতে শ্ৰীযুতা নিৰুপমা বৰগোহাঞিৰ পুৰণি লেখা

এটাৰ কথা মনত পৰিল, যিটোত তেখেতে ভবেন্দ্ৰ নাথ শইকীয়াৰ 'দেশ কাল পাত্ৰ' নামৰ কলমটিৰ হাস্য আৰু ব্যংগ ৰসৰ কথা লেখিছিল। বকুল বাইদেউক (নিৰুপমা বৰগোহাঞি) মই অনুৰোধ কৰিছিলোঁ 'দেশ কাল পাত্ৰ' নামৰ কলমটিৰ কথা লেখিবলৈ। বাইদেৱে সেই অনুৰোধ ৰক্ষা কৰিছিল। পিচত বাইদেউৰ পৰাই সেই লেখনিকেইটি প্ৰকাশ পোৱা 'সাপ্তাহিক নীলাচল' কেইখন পঢ়িবলৈ আনিছিলোঁ। তেতিয়াই শ্ৰীযুত নগেন শৰ্মা ডাঙৰীয়াক অনুৰোধ কৰিছিলোঁ সেই লেখাকেইটিৰ সংকলন এখন প্ৰকাশ কৰিবলৈ। তেখেতে সংকলনৰ দায়িত্বটি মোকেই দিলে।

কেৱল 'দেশ কাল পাত্ৰ'ৰে সংকলনটিৰ আকাৰ সৰু হ'ব বাবে তাৰ লগতে আন অপ্ৰকাশিত লেখনি সংযোগ কৰাৰ পৰিকল্পনাও কৰিলে প্ৰকাশকে, সেইমতে শইকীয়া ছাৰৰ লগত আলোচনা কৰা হ'ল আৰু এনেদৰেই এই সংকলনটি প্ৰস্তুত কৰা হ'ল।

শ্ৰীযুত কেশৱ মহন্ত, শ্ৰীযুতা নিৰুপমা বৰগোহাঞি আৰু শ্ৰীযুত অতুলানন্দ গোস্বামীৰ ব্যক্তিগত পুথিভঁৰালৰ পৰা পুৰণি আলোচনী সংগ্ৰহ কৰিছোঁ, শইকীয়া ছাৰৰ ব্যক্তিগত ফাইলৰ পৰাও কিছু লেখনি সংগ্ৰহ কৰিছোঁ। সংকলনটিৰ বিভিন্ন কামত দিহা-পৰামৰ্শ দিছে শ্ৰীযুত প্ৰদীপ বৰুৱাই। অন্যান্য কামত সহায় কৰিছে শান্তনু কৌশিক বৰুৱা, প্ৰমোদ কলিতা, উৎপলা বৰুৱা, মঞ্জিৰা গোস্বামী আৰু পত্নী নম্ৰতাই। প্ৰচ্ছদ পট, অক্ষৰ বিন্যাস আৰু আৰ্হি পাঠ আদিৰ দৰে কামবোৰ নিয়াৰিকৈ কৰি দিছে পদ্ম সিংহ, শিৱ শৰ্মা, সুৰথ ডেকা, বিমান সিংহ আৰু বিপুল ভাগৱতীয়ে। এখেতসকলৰ সহায় অবিহনে এই সংকলনটিৰ প্ৰকাশ সম্ভৱ নহ'লহেঁতেন। সকলোটিলৈকে মোৰ আন্তৰিক কৃতজ্ঞতা জনালোঁ।

আকাশবাণী উইলিয়াম নগৰ, —উৎপল দত্ত

মেঘালয়

# সূচীপত্ৰ

**'প্ৰান্তিক'ৰ পাতৰ পৰা /**



**স্মৃতি /**



**দৃষ্টিপাত /**



**সংযোজন /**

# পথ নিৰূপণ

"ঈশ্বৰে আপোনাৰ মংগল কৰক দেউতা—"

পইচা দুটা হাতত পৰাৰ পিছত তাৰ এঘাৰ বছৰীয়া নীৰস ওঁঠ দুটাৰ মাজেদি ওলোৱা সৰল আশীৰ্বাদষাৰি শেষ হোৱাৰ আগতেই ব্যস্ত সহৃদয় দাতাজন আঁতৰি গৈছে।

পোহৰ ষ্টেচনটোত।

ৰে'লখনৰ গৰজনিৰ শেষভাগ উৎসুক জনতাৰ কোলাহলৰ বুকুত খাপখাই গৈছিল। এই ৰাতি আঠ বজাতো সি নিৰীহভাৱে,....অতি সাৱধানে মানুহবোৰৰ মাজে মাজে ফুৰি ফুৰিছে......কেইটামান পইচা....দৰিদ্ৰতাৰ জুইয়ে শুকুৱাই তোলা দুটা পেটৰ কাৰণে, অলপমান খোৱা বস্তুৰ আশাত....। তাৰ নিঃসহায় চকুজুৰিৰ সকৰুণ দৃষ্টি প্লেটফৰ্মৰ প্ৰতিজন মানুহৰে মূৰৰ ওপৰত পৰি ঘূৰি আহিছে। শীতৰ চেপাত,....অভাৱৰ দহনত অস্থিচৰ্মসাৰ....জীৰ্ণ অকণমানি হাতখনি প্ৰতিজনৰ ওচৰতে আগবঢ়াই....এষাৰি আধাফুটা....কৰুণ, চুটি আৰু অসম্পূৰ্ণ ভিক্ষাবাণী খৰচ কৰিছে.....মাজে মাজে কাৰোবাৰ গৰম কাপোৰৰ মাজত সোমাই থকা সামান্য গৰম দুটা-এটা সৰু সৰু মুদ্ৰাই তাৰ চেঁচা হাতখনিত সূক্ষ্ম উত্তাপৰ অনুভূতি জনাই এষাৰি আশীৰ্বাদ আদায় কৰিছে....কেতিয়াবা হয়তো কাৰোবাৰ কৰ্কশ সম্ভাষণৰ নিৰ্মম আঘাতে তাৰ আশাত উজ্জ্বল চকুজুৰি অতি ম্লান কৰি তুলিছে....আৰু অনেক দিনৰ অভ্যস্ত অকণি অন্তৰখনিত খুন্দখাই আঁতৰি গৈছে....মেলা হাত সংকুচিত কৰি অপৰাধীৰ দৰে সি লাহে লাহে আঁতৰি যায়। সাজ-পাৰৰ বাহ্যিক পৰিপাট্যৰ প্ৰতি লক্ষ্য ৰাখিয়েই সি সকলোৰে কাষ চাপে....কিন্তু সিহঁতৰ অন্তৰবিলাক বিশ্লেষণ কৰিব পৰা শক্তি তাৰ সেই কুমলীয়া অন্তৰে....৫বছৰৰ অভিজ্ঞতাই সঞ্চয় কৰিব পৰা নাই—সেইবিলাক তাৰ কাৰণে একো একোটা অভেদ্য দুৰ্গ....। লোকৰ অন্তৰ সি নুবুজে....বুজিবৰ চেষ্টা নকৰে....যন্ত্ৰচালিতৰ দৰে হাত মেলে, আঁতৰি যায়। দুঃখে তাৰ অন্তৰ চেপি ধৰে। আঘাত সি মৰ্মে মৰ্মে উপলব্ধি কৰে....তাৰ সেই ক্ষুদ্ৰ অন্তৰতো প্ৰতিজ্ঞা....প্ৰতিহিংসাৰ সাঁচ বহুৱায়....কিন্তু দৰিদ্ৰতাই তাক নিশ্চিহ্নে মচি

পেলায়....। কেতিয়াবা কেতিয়াবা তাৰ জীৱনটোৰ অতীত বুৰঞ্জীখনৰ ক'লা ক'লা পাতবোৰে তাৰ অন্তৰ নাওখনিৰ পালত ঠেলা দিয়ে বেজাৰেৰে ভৰা সৰু চিন্তাৰাজ্যখনৰ অভিমুখে....। কেইবাবছৰো আগতে....এদিন ৰাতি টোপনি ভাঙোতে সি বাপেকৰ দুই বাহুৰ মাজৰ পৰা চাকিৰ পোহৰত দেখিছিল সিহঁতৰ সৰু ঘৰটো মানুহেৰে ভৰি পৰিছিল, অলপ পিছতে কিবা বস্তু এটা কাপোৰেৰে ঢাকি কান্ধত লৈ মানুহবোৰ ওলাই যায়....পিছতে তাৰ বাপেকো....সেই দিনাৰেপৰা সি কাকো 'আই' বুলি মতা নাই। আৰু এদিন....বছৰ মাতৃহাৰা জীৱন কটোৱাৰ পিছত মানুহজন....বৰ মৰমিয়াল....মৰম কৰি তাক দুবেলা দুমুঠি খাবলৈ দিয়ে, তেওঁৰ ঘৰতে থাকিবলৈ দিয়ে। তৃতীয় দিনা....তাক লৈ যায় নগৰৰ হাস্পতাললৈ তাৰ এখন বিছনাত তাৰ বাপেক....চকু দুটা অন্ধ....দুৰ্ঘটনাত চকু দুটা হেৰুৱাই তাৰ বাপেক অন্ধ। তেতিয়াৰে পৰা আজীৱনলৈ....। তেতিয়াৰে পৰা তাৰ সেই জীৱন....সেইদিনাৰে পৰা যি এহাতে লাখুটি ডালৰ এটা মূৰ আৰু আনখন হাত মেলি চৰতীয়া পইচা আদিকেই-সাৰটি মানুহৰ মাজে মাজে ফুৰিছে....আৰু লাখুটিডালৰ আনটো মূৰত ধৰি গৃহহীন....চক্ষুহীন সৰ্বস্বান্ত....যোতৰ কুটাৰ নিচিনা বৃদ্ধ পিতৃ....জীৱনৰ সকলো ভাৰ সেই সৰু ল'ৰাটোৰ ওপৰতে অৰ্পণ কৰি লাখুটিৰ টানে টানে ঘূৰি ফুৰিছে। পুতেকে কাৰোবাৰ গালি....ডাবি খাই আঁতৰি অহা তেওঁ শুনে....অন্তৰত শোক.... দুখ.... প্ৰতিহিংসাৰ জুই দপদপকৈ জ্বলি উঠে.. কিন্তু উপায়?

সি আগবাঢ়ি যায়.....।

ছটা পইচা হিচাপ কৰি সি লাখুটিৰ মূৰত অৱশভাৱে থকা বাপেকৰ হাতত দি যেতিয়া চাৰিওফালে অনুসন্ধিৎসু দৃষ্টিৰে চায়, তেতিয়া সি ইঞ্জিনটোৰ বহু দূৰৰ....ৰে'লখনৰ ডবা এটাৰ ওচৰত...।

"দেউতা, বাহিৰত দেখোন ভাল মানুহ আৰু দেখা নাই।"

"দেখা নাই........।"

"ভিতৰত.......?" সহানুভূতিৰ সুৰত বাপেকে সোধে....।

"এই ডবাটোত কিছুমান মিলিটেৰী আছে যাম নেকি? ষ্টেচনৰ প্লেট্‌ফৰ্মৰ মানুহবোৰৰ মাজত তাৰ মনৰ আশানুৰূপ মানুহ নেদেখিলে সি প্ৰায়েই অতি সাৱধানে ৰে'লৰ ডবাত উঠে...জীৰ্ণ হাত দুখনি আৰু পুতেকৰ সাহায্যত খেপিয়াই খেপিয়াই বৃদ্ধয়ো অনুসৰণ কৰে....ভিতৰৰ যাত্ৰীসকলৰ ওচৰে ওচৰে হাত পাতি ফুৰে। গাড়ীখন চলাৰ আগতেই পিতাকৰে সৈতে নামি আহে। —"জানো বোপাই, তইহে জান" বুঢ়াৰ কণ্ঠস্বৰ উদাস....তাৰ আশাভৰা দৃষ্টি আকৌ এবাৰ মানুহ কিজনৰ ওপৰেদি ঘূৰি আহে....। "হেইয়ো ছোক্‌ৰা কঁহা যাতে হো"....প্ৰৱেশ দুৱাৰৰ

মুখত মিলিটেৰীটোৰ কৰ্কশ কণ্ঠৰ প্ৰশ্নত তাৰ ভৰি দুখন থমকি ৰয়....অলপ ভয়ো লাগে.... মলিন চকুযোৰ বাপেকৰ মুখৰ ফালে ঘূৰায়....কিবা কয় বুলি....বাপেকে শুনিছে তো....জাপ খোৱা চকু দুটাৰে বাপেকৰ সোতোৰা....সোতোৰ মুখখনত বিমূঢ়তাৰ ছায়া....। সেইখিনিৰ পৰা সি অলপ আঁতৰি যায়....অন্তৰত অৰ্পণ আশাৰ বোজা লৈ....হাঁহিৰ উচ্চ ৰোলত উভতি চাই সি দেখে মিলিটেৰীকিটাৰ আপোন পাহৰা ভাবত দানবীয় স্ফূৰ্তি....। ইয়ো এক সুবিধা....। আকৌ সেই আগৰ ঠাইডোখৰ....আৰু অলপ আগবঢ়াত....কোঠালিটোৰ দুৱাৰদলি....লাঠিডালৰ ইমূৰে বাপেক....। ভিতৰত এতিয়াও উচ্চহাস্য....সন্তৰ্পণে সি দুৱাৰ দলিত ভৰি দিয়ে....। সিহঁত তেতিয়াও মদৰ নিচাত আনন্দত বিভোৰ স্ফূৰ্তিৰ টানত, নিচাৰ জোকত....দুৱাৰৰ ওচৰৰ মিলিটেৰীটো আনকিটাৰ ওচৰলৈ অলপ আঁতৰি গৈছে.......। কোঠালিটোৰ মাজত আঠ-নজন অসমীয়া....অন্ততঃ দুঅনা পইচা....তাৰ ভিক্ষাৰী জীৱনলৈ.... নীৰস পেটৰ কাৰণে দু-অনা। একেবাৰেতো কম নহয়....। আশাত তাৰ চকু উজ্জ্বল হৈ উঠে। দুঅনা পইচা সংগ্ৰহৰ কাৰণে আজি যেন সি নতুন বলেৰে বলীয়ান....। ডবাটোত উঠি সি সাৱধানে বাপেকক সহায় কৰিছে। পুতেকৰ নিৰ্দেশত লোহা দুডালত ধৰি এটা ভৰি পা-দানিত থৈ জীৰ্ণ দেহাটোৰ ওপৰত ভৰ দি বুঢ়াই আনটো ভৰি দাঙিবলৈ চেষ্টা কৰিছে....পুতেকে বাহুত ধৰি সহায় কৰিছে। তিনি মিনিটৰ পিছতেই দুঅনা পইচা ভাবি শেষ কৰাৰ আগতেই কি প্ৰচণ্ড এটা ঠেলা....তাৰ এঘাৰ বছৰীয়া শক্তিৰ শক্তি নাই সেই ঠেলা চম্ভালা....। সি বাগৰি পৰিল....মাটিত নহয়....যাৰ বুকুত মূৰ থৈ মাতৃহাৰা দৰিদ্ৰ জীৱনত আজিলৈকে অকণি শান্তি লভি আহিছিল....সেই অথৰ অন্ধ বৃদ্ধ তাৰ বাপেকৰ ক্ষীণ বুকুখনিৰ ওপৰতে। যন্ত্ৰণাত সি চিঞৰি উঠে। পিছ মুহূৰ্ততে কাণত পৰিল....ক্ষন্তেকৰ পৰিচিত নিৰ্মম কণ্ঠস্বৰ, "বাত নহি শুনতা... উল্লু, পাজী, বদমায়েচ".....। তাৰ একো একোটা শব্দই একোপাত ভয়াৱহ শেলৰূপ ধৰি তাৰ সৰু কোমল অন্তৰখন চিৰাচিৰকৈ ফালি থৈ যায়....। ক'ব নোৱাৰি বৃদ্ধৰ কাণে কথাকিষাৰ শুনিছে নে নাই, নে তাৰ আগতেই অসাৰ হৈ পৰিছে....। সি সচেতন....বৃদ্ধৰ বুকুৰ ওপৰতে বাগৰ মাৰি সি বহিবলৈ চেষ্টা কৰে....নাই বাওঁহাতখনত যেন সি বৰ কষ্ট পাইছে....এটা যন্ত্ৰণাসূচক অস্ফুট স্বৰ তাৰ মুখৰ পৰা ওলায় আহে...। আৰু বৃদ্ধ....? বাপেকৰ মুখৰ ওপৰত দৃষ্টি পৰোঁতেই সি চিঞৰি উঠে তেজ—ইমান তেজ ? পুতেকৰ ইচ্ছানুসাৰে তেওঁ ইমান দিনৰ পৰা চলি আহিছে আৰু আজিও চলিছিল। চিন্তাশূন্য অন্তৰখনে প্ৰতি মুহূৰ্তে কেৱল জীৱনসৰ্বস্ব পুতেকক আশীৰ্বাদেই দিছিল ভগৱানৰ ওচৰত কেৱল পুতেকৰেই মংগল কামনা কৰি কাৰোবাৰ অকথ্য গালিৰ হৃদয়বিদাৰক দুখৰ মাজতো পুতেকক

সান্ত্বনা দিবলৈ চেষ্টা কৰিছিল। কেতিয়াবা হয়তো একোটা সৰল ক্ষীণ হাহি, অতি শুকান ওঁঠ দুখন—তাৰেই মাজেদি বিৰিঙি উঠিছিল। আজিও সেইদৰে আশীৰ্বাদ ভৰা হৃদয়খনেৰে ৰে'লখনত উঠিবলৈ চেষ্টা কৰোঁতে হঠাতে তেওঁৰ বুকুত কি এটা পৰিল—নেদেখিলে কিন্তু অনুভৱ কৰিলে—তেওঁৰ বুকুত বাগৰি পৰিছে তেওঁৰ পুতেক আৰু তেওঁ হাত পিচলি গৈ পৰি গ'ল মাটিত—এটা ভীষণ খেকেচা, লগে লগে মূৰত প্ৰচণ্ড আঘাত ...... সেয়ে বোধহয় বুঢ়াৰ জীৱনৰ শেষ অনুভূতি....। তাৰ পিছৰখিনি অনুভৱ কৰিবলৈ অন্ততঃ তেওঁৰ চেতনাই বাট নাচায়। তেজৰ ৰঙা দাগে তাক সাংঘাতিক ৰূপে বিহ্বল কৰি তোলে। "দেউতা" বুলি সি জোৰেৰে বাপেকক সাবটি ধৰে। কাতৰ দৃষ্টিৰে তেওঁৰ মুখলৈ চায়উস্! মূৰটো ঠিক কাষৰ লাইনৰ ৰে'লডালৰ ওপৰতে পৰিল—তাৰেই উৎপাদন ৰঙা তেজ। চাৰিওফালে সি অস্পষ্ট দেখে—এৰা—চকুৰ পানীৰে তাৰ গাল দুটা তিতি গৈছে। অসহায় কৰুণ কণ্ঠেৰে সি কেইবাবাৰো মাতে "দেউতা দেউতা"। বাপেকৰ ওঁঠ দুটা চকু দুটাৰ দৰেই জাপখোৱা—অচল। আশংকাত তাৰ বুকু কঁপি উঠে—তাৰ অস্থিৰ অধৈৰ্য্য হাতৰ বেষ্টনীৰ মাজত বাপেকৰ দেহাতো লৰি উঠে। সি ক'ব নোৱাৰে ইতিমধ্যে কেতিয়া তাৰ বাপেকৰ ইমান দিনৰ মুদ্ৰিত চুক দুটা ভেদ কৰি দুধাৰ চকুলো দুয়ো গালে বাগৰি গৈছে। মুখ তুলি চাই সি দেখে তাৰ চাৰিওফালে বহুত মানুহ। কোনোবা এজনে কোৱা কাণত পৰে—"শেষেই হ'বলা"—। সমৰ্থকজনৰ "এৰা" বোলা শব্দটোৱে তাৰ বুকুত অতিকৈ আঘাত কৰে। এটা মৃদু গুঞ্জন ধ্বনি ভেদ কৰি এক কুমলীয়া কণ্ঠস্বৰ ভাঁহি উঠে— "কি হ'ল মামা"?—"বুঢ়াটো মৰিল", কৰুণ স্বৰত উত্তৰ। "দেউতা" বুলি অতি জোৰেৰে সি চিঞৰি উঠে। মৰা মানুহ সি দেখা নাই। তাৰ দেউতাক যে মৰিব সি তাক নেজানে, কেতিয়াও ভবা নাই। কোলাহল মুখৰিত ষ্টেচনটোৰ প্লেটফৰ্মখনত এক মৃতদেহৰ ওপৰত এক বালকৰ অৰ্দ্ধমূৰ্চ্ছিত দেহৰ দৃশ্যটোৱে অভ্যাগতসকলৰ একোষাৰ সহানুভূতিসূচক বাক্য আদায় কৰাত ঠাইডোখৰ যেতিয়া মৃদু কলৰৱেৰে ভৰি পৰে ৰে'লখন এৰিবলৈ তেতিয়া ২০ মিনিট। সি বুজিব পাৰে তাৰ দেউতাক মৰিল। কিন্তু সি তাক সঁচা বুলি ভাবিব পৰা নাই—ভাবিবলৈ টান পায়—দেউতাকৰ চিৰ বিদায় তাৰ কাৰণে এক অসম্ভৱ কল্পনা। সি আকৌ মুখ তুলি চায় চকুৰ পানীৰ মাজেদি ঠিয় হৈ থকাসকলৰ সহানুভূতিপূৰ্ণ জলজলীয়া মুখবিলাক এখনৰ পিছত এখনকৈ তাৰ চকুৰ আগেদি পাৰ হৈ যায়। এইবাৰ সি ডাঙৰকৈ কান্দি উঠে শিশুৰ দৰে। "এই ল'ৰা! তোৰ কোন আছে" কোনোবা এজনে যেন হিচাব ল'ব খোজে...। কি উত্তৰ দিয়ে সি মুহূৰ্ততে। তাৰ আগেদি যেন কেইবাটাও মূৰ্তি ধোঁৱাৰ নিচিনাকৈ পাৰ হৈ যায়। "নাই" বুলি কোৱা কথাষাৰৰ

লগে লগে তাৰ কান্দোনৰ আকৌ পাৰ ভাঙি যায়। হঠাৎ তাৰ কান্দোন কমি আহি এসময়ত একেবাৰে বন্ধ হৈ যায়। তাৰ অন্ধ, বৃদ্ধ পিতাকৰ এই অৱস্থা কৰোঁতাৰ কথা ভাবি সি উত্তেজিত হৈ উঠে। তাৰ চিকাৰান্বেষণকাৰী দৃষ্টি তাৰ অলপ আগৰ লক্ষ্যস্থল সেই দুঅনা দামৰ ডবাটোৰ ফাঁকে ফাঁকে সোমাই উভতি আহে। কিন্তু সেই দুৰ্বৃত্তহৃদয়হীন, পাষণ্ড মিলিটেৰীটোৰ গাত ঠেকা নাখায়। যি ভাবে তাৰতো সি একো দোষ কৰা নাছিল। তাৰ দেউতাকৰ মুদখোৰা চকু দুটা বাৰ্দ্ধক্যৰ শিথিল অংগসমূহেও নো তাৰ হৃদয় প্ৰভাৱান্বিত নকৰিলে নে? এনেকৈয়ে সিহঁতে দেশৰক্ষা কৰিব, নিজৰ ভাই-ভনী বুলি সকলোকে ৰক্ষা কৰিব। সি উঠি বহে। দুই সৈনিক বিভাগৰ পৰিচ্ছদধাৰী তাৰ ওপৰ চাপি তাক বুজাই দিয়ে যে যিহেতুকে সি আত্মীয়স্বজনহীন তাৰ বাপেকৰ মৃতদেহৰ সদগতি হ'ব চৰকাৰী ব্যৱস্থাত, গতিকে তেওঁলোকে লাচ লৈ যাব খোজে। কথা কিষাৰ যে তাৰ কাণত সোমাল এনে অনুমান কৰা নাযায়। তাৰ চকু দুটাৰ জ্বলন্ত দৃষ্টি আকৌ সেই আগৰ নিচিনাকৈ সুদূৰৰ নক্ষত্ৰখচিত আকাশৰ বুকুত নিবদ্ধ। এটা অত্যুজ্জ্বল উল্কা অতি বেগেৰে আকাশৰ বুকুৰ পৰা খহি দিগন্তৰ চকুত মাৰ যায়। তাৰ যোৱা বাটত এটা ধোঁৱা বৰণৰ চিন অলপ সময়লৈ পৰি থাকে। ঠিক তাৰ বাপেকৰ চকুৰ পৰা ওলাই যোৱা পানী দুটোপালৰ শুকান চিন দুটাৰ নিচিনাকৈ। "উঠাও" বোলা কাৰোবাৰ হুকুম বাণী এযাৰত মলিয়ন সাজ পিন্ধা দুটা পশ্চিমীয়া মানুহ তাৰ কাষলৈ আগবাঢ়ি আহে। দুয়ো দেহটো তুলিবলৈ ধৰে। প্ৰকৃত অৱস্থাতো বুজি সি চিঞৰি কান্দি উঠে। দেহটো তাৰ হাতৰ পৰা এৰাই যায়। এক প্ৰকাৰ অবজ্ঞাভৰেই মানুহ দুটাই দেহটো প্লেটফৰ্মৰ পৰা উলিয়াই নিয়ে। চিঞৰি চিঞৰি সি উন্মাদৰ দৰে পিছে পিছে দৌৰে। এখন মিলিটেৰী মটৰত লাচটো তুলি দিয়া হয়—পিছ মুহূৰ্ততে পূৰ্বকথিত ভদ্ৰলোক দুজনেৰে শব্দ কৰি গাড়ীখন চলি যায়। গাড়ীখনৰ পৰিত্যক্ত ঠাইডোখৰত নিশ্চলভাৱে সি ঠিয় হৈ ৰয়। ৰে'লখনৰ হুইচেলৰ উচ্চধ্বনিত তাৰ হিয়া ভগা কান্দোন ভালদৰে শুনা নেযায়। ৰে'লখন এৰিবলৈ ৪৫ মিনিটৰ ৫ মিনিট বাকী। কি ভাবি ঊৰ্দ্ধশ্বাসে সি প্লেটফৰ্মলৈ উভতি আহে। সেই সৰ্বনাশী ডবাটো কথোপকথনৰত অসমীয়া কিজন; কিন্তু সেই পিশাচটো ক'লৈ গ'ল? ৰে'লখনৰ সিটো কাষলৈ গৈ দৌৰি দৌৰি প্ৰতি ডবাতে তীক্ষ্ণ দৃষ্টিপাতেৰে ভুমুকি মাৰে। হঠাৎ এযোৰ ভীষণ চকু, এখন কদাকাৰ মুখ চকুত পৰাত সি শিয়ৰি উঠে। সিফালৰ প্লেটফৰ্মলৈ চাই থকা সম্পূৰ্ণ স্বদেশী সমাজত থকা সেই মিলিটেৰীটো—সি ভয় খাইছে নিশ্চয়। গাৰ্ডৰ সুহুৰিটোৰ শব্দ শেষ হোৱাৰ আগতেই সি সোঁ হাতখনেৰেই ধৰি নিঃশব্দে গাড়ীত উঠি যেতিয়া ইফালে সিফালে চায় গাড়ীখন তেতিয়া গৈ আছে। দীঘল কোঠাটো—এডাল

ক্ষয়প্ৰাপ্ত আৰু আন এডাল জ্বলি থকা মমবাতিয়ে পোহৰ দি আছিল, বতাহ লাগি হঠাৎ চুটি মমবাতিডাল নুমাই গ'ল। যি হওক অপেক্ষাকৃত আন্ধাৰত সি স্বচ্ছন্দতা অনুভৱ কৰে। এটা সামান্য শব্দেৰে প্লেটফৰ্মত সি বুটলি অনা বাৰিডাল দুটুকুৰা হয়। ৰাতি ক্ৰমে বাঢ়ি যায়। আন্ধাৰ, নিৰ্জনতা, নিস্তব্ধতা, হাবি-বন সকলোকে ভেদ কৰি গাড়ীখন আগুৱায়। শোকে তাৰ অন্তৰক চেপা মাৰি ধৰি থাকে। চকুৰ পানী ওলাব খোজে। কিন্তু তাৰ চকু পানী ইমান দিন শেষ হৈ গৈছে—যি অলপ আছিল সিও প্ৰতিশোধাগ্নিৰ শিখাৰ তাপত শুকাই গৈছে। এক-দুইকৈ যাত্ৰীবোৰ শুই আছে। কিন্তু তাৰ আজি টোপনি নাই—আছে মাত্ৰ ভয়াৱহ প্ৰতিহিংসাৰ ভীষণ পৰিকল্পনা। ৰাতি দুটা মিলিটেৰীয়েও বহুতপৰ কলমটিয়াই এসময়ত শুই থাকে। তাৰ লগৰকিটাও ইয়াৰ আগৰে পৰা অলপ আঁতৰত নিদ্ৰাচ্ছন্ন—আন্ধাৰৰ মাজৰ পৰা সুযোগৰ প্ৰতিক্ষাত প্ৰতিমুহূৰ্ততে সি সেই পাষণ্ডৰ প্ৰতি জ্বলন্ত দৃষ্টি নিক্ষেপ কৰিছে। বাপেকৰ সেই করুণ মুখখন বহুদিনৰ মুদ্ৰিত চকু দুটা—সিও আজি নাই। কিন্তু ই, ইয়াৰ চকু দুটা এতিয়াও সুস্থ। সি এতিয়াও শান্তিৰেই টোপনিয়াইছে। নাই ই হ'ব নোৱাৰে, প্ৰতিশোধ ল'বই। কুমলীয়া অন্তৰখনত প্ৰতিশোধৰ অগ্নি হু হুকৈ জ্বলি উঠে, উত্তেজনাত মুখ বিকৃত হৈ উঠে। চাৰিওফালে চাই সি দেখে একমাত্ৰ সিয়েই সজাগ, এৰা এয়েই সুযোগ। তাৰ বৃদ্ধ পিতাকৰ মূৰৰ ৰঙা তেজ, তেওঁৰ চকু দুটাৰ চকুলো দুধাৰ, সংসাৰত নিঃস্ব অৱস্থা—এইবোৰে তাক উন্মাদ কৰি তোলে। সি ঠিক হয়, দুহাতে দুডোখৰ বাৰি—বাওঁহাতটো বিষায়—হওক, অলপ পিছতে একেবাৰে ভাল হ'ব। ধাৱমান ৰে'লৰ উচ্চ ধ্বনিৰ মাজেদি ধীৰ পদক্ষেপেৰে সি অতি সন্তৰ্পণে আগবাঢ়ে। ৬ গজমান গৈ মিলিটেৰীটোৰ গাৰ কাষত ঠিয় হয়। তাৰ চকু দুটা অসম্ভৱ উজ্জ্বল হৈ উঠে—উশাহ দীঘল হৈ আহে। কি অস্বাভাৱিক তাৰ মুখৰ চেহেৰা বাঘৰ নিচিনাকৈ সি চায় ৰয়, সি যেন অতি ক্ষুধাতুৰ আৰু সেই দানৱটো যেন তাৰ আহাৰ। তাৰ টোপনিত এটা শান্তিময় নিশ্বাহে জ্বালাময় শিখা হৈ তাক বুকুত আঘাত কৰে। তেনে ধৰণে তাক আৰু এটা মুহূৰ্তত শান্তিত ৰাখিবলৈ টান পায়। তাৰ বাৰি দুডাল জোৰেৰে চেপি ধৰে, দুৰ্বল জীৰ্ণ হাত দুখনিত অদৃশ্য শক্তিয়ে ক্ৰিয়া কৰিবলৈ ধৰে, বাওঁহাতখনৰ কষ্ট সি গ্ৰাহ্য নকৰে। এটা মুহূৰ্ত....অতি ক্ষিপ্ৰ গতিৰে তাৰ হাত দুখন মিলিটেৰীটোৰ ফালে আগবাঢ়ে। তাৰ প্ৰয়োগ অব্যৰ্থ —চকুদুটাৰ ঠিক মাজেদিয়েই বাৰি দুডাল সোমাই যায়, যন্ত্ৰণাত সি আৰ্তনাদ কৰি উঠে। তাৰ পিছত ডবাটোৰ সজানা যাত্ৰীকিজনৰ কাণলৈ ৰে'লখনৰ তলৰ চকাৰ ফালৰ পৰা এক কোমল কণ্ঠৰ তীব্ৰ স্বৰ ভাহি আহে—"দেউতা"— আকাশৰ বুকুত....আৰু এটা ক্ষীণ উল্কা ...কিছুদুৰ গৈ বিলুপ্ত হয়....কোনোৱেই তাক লক্ষ্য নকৰে....।।

# অলংকাৰ

(আগফালৰ বাৰাণ্ডা। তিনিজনমান মানুহ বহিব পৰা ব্যৱস্থা আছে। অতি সাধাৰণ ঘৰুৱা সাজত মীৰাই ঠাই সাৰিছে। ঠাই সাৰি সাৰি মঞ্চৰ আগভাগ পাওঁতে তাই ডাঙৰকৈ, ভিতৰত থকা নবৌয়েকক উদ্দেশ্য কৰি কয়।)

মীৰা : অ' নবৌ, ইয়াত বাদাম কোনে খাইছিল?

নবৌয়েক (লাৱণ্য ভিতৰৰ পৰা) : কি?

মীৰা : বাদাম কোনে খাইছিল?

লাৱণ্য : (ভিতৰৰ পৰা) ক'ত?

মীৰা : ইয়াত; আগফালৰ বাৰাণ্ডাত?

লাৱণ্য : জানো! বুলবুল আহিছিল নহয়; সিয়েই খাইছিল হ'বলা।

মীৰা : (বাদামৰ প্ৰতি তাইৰো যেন লোভ আছিল) ইস্; বাদাম খাব, বাকলিবোৰ আক' পেলাই থৈ যাব! (জাবৰবোৰ এঠাইত থুপ খুৱাই মীৰা বহে। বাওঁহাতত সোঁহাতেৰে এখামোচ জাবৰ তুলি লওঁতেই পিছফালৰ পৰা—"হয়নে আইটি, এইটো"—বুলি ডাঙৰ মাতেৰে সুধি বুঢ়া চন্দ্ৰমল সোমাই আহে। মীৰা একেবাৰে প্ৰস্তুত নাছিল, তাই ভয়ত উচপ খাই উঠে। বহলকৈ চকু মেলি বুঢ়ালৈ চায়। তাই ভয় খোৱা দৃশ্যটো দেখি চন্দ্ৰমলে ঢেকঢেক্কৈ হাঁহে।)

চন্দ্ৰমল : হে হে, ভয়েই খালা নেকি? (লাজে-ভয়ে মীৰা উঠে। জাবৰখিনি হাততে থাকে।)

মীৰা : কাক বিচাৰিছে? (তাইৰ অপ্ৰস্তুত অৱস্থাটো কথাষাৰত আৰু পৰিষ্কাৰ হয়। বুঢ়াই আৰু ডাঙৰকৈ আপোনভোলাৰ নিচিনাকৈ হাঁহে।)

মীৰা : অ' কেনেকুৱাখন কৰিছে! (মীৰাই ভোৰভোৰায়। কথাবোৰ শুনা নেযায়। মুখখন লৰোৱা পৰিষ্কাৰকৈ দেখা যায়। উচাট মাৰি তাই সোমাই যাব খোজে; বুঢ়াৰ মাতত ওভটে।)

চন্দ্ৰমল : শুনাচোন আইটি, শুনা। ঘৰত কোন আছে?

মীৰা : মই আছোঁ।

চন্দ্ৰমল : (হাঁহি) তোমাকতো দেখাই পাইছোঁ। আৰু কোন আছে?

মীৰা : মা আছে, নবৌ আছে।

চন্দ্ৰমল : নবৌয়েৰাক মাতিছে বুলি কোৱাচোন।

মীৰা : (আচৰিত হৈ) নবৌক? আপুনি কাৰোবাৰ ঘৰ বুলি আন কাৰোবাৰ ঘৰত সোমালহি হ'বলা।

লাৱণ্য : (ভিতৰৰ পৰা) মীৰা, ককাইদেউৰা আহিল নেকি?

মীৰা : নাই অহা।

চন্দ্ৰমল : মোৰ ভুল নাই হোৱা হ'বলা! যিটো ল'ৰাই মাতিবলৈ গৈছিল, সিয়েই সৌখিনিৰ পৰা পদুলিয়েদি সুমুৱাই দি গৈছে।

মীৰা : ল'ৰাই? ক'ৰ ল'ৰাই? কি বুলি কৈছিল?

চন্দ্ৰমল : কৈছিল বোলে পৱন দাদাৰ ঘৈণীয়েক নবৌৱে আপোনাক এতিয়াই মাতিছে। এইটো জানো পৱন হাজৰিকাৰ ঘৰ নহয়?

মীৰা : হয়। কিন্তু আপুনি জানো নবৌক চিনি পায়?

লাৱণ্য : (ভিতৰত) মীৰা!

মীৰা : হঁা?

লাৱণ্য : কাৰ লগত কথা পাতিছা?

চন্দ্ৰমল : কোৱা, ফঁাচী বজাৰৰ সেই গহনা গঢ়া মানুহজন আহিছে। (হাঁহে)

মীৰা : (অলপ বিৰক্তিত ঠিক বুঢ়াই কোৱা দৰে কয়) ফাচী বজাৰৰ সেই গহনা গঢ়া মানুহজন আহিছে। (চন্দ্ৰমলক) অ' আপুনি গহনা গঢ়ায়?

চন্দ্ৰমল : এৰা।

মীৰা : তেনেহ'লে নবৌৱে আপোনাক মতাই নাই।

চন্দ্ৰমল : (হাঁহি) কিয়?

মীৰা : নবৌৰ সেইবোৰ গহনা-পাতিৰ কোনো লেঠা নাই। (লাৱণ্য লাহে লাহে সোমায়। ওৰণি-বাৰণি ঠিক-ঠাককৈ লৈ আহি থাকে। সোমায়েই মীৰাৰ কথা শুনি অলপ হাঁহে। মীৰা আকৌ জাবৰ গোটাবলৈ বহেহি।)

লাৱণ্য : অ' আপুনিয়েই।

চন্দ্ৰমল : হয় হয়, ময়েই চন্দ্ৰমল দাস। ফঁাচী বজাৰৰ পৰা আহিছোঁ। ল'ৰাটোৱে আপোনাৰ কথাকেই কৈছিল হ'বলা!

লাৱণ্য : হয়, ময়েই মাতি পঠিয়াইছিলোঁ। বহকচোন আপুনি। (বুঢ়া বহে। মীৰাই কেৰাহিকৈ চায়। গোটেইখিনি জাবৰ হাতত তুলি তাই কয়)

মীৰা : গোপনে গোপনে এইবোৰ তোমাৰ কি মতলব? কিবা গঢ়াবা নেকি?

লাৱণ্য : (হাঁহি) মোৰনো এতিয়া গোপনে গহনা গঢ়োৱাৰ দিন আছেনে? এইবাৰ কিবা গঢ়ালে তোমাক সুধি, তোমাৰ পছন্দমতেই গঢ়াম দিয়া। পিছে কেইদিনমান পলম হ'ব। আগতে আই-এটো পাছ কৰি লোৱাচোন।

মীৰা : (দাঁত কামুৰি, মুখ জপাই "ইস্" বুলি দীঘলীয়াকৈ কৈ তাই উচাট মাৰি থিয় হয়) মানুহ দেখিলে এওঁ আকৌ বেছি বেছি কৰে। (যায়গৈ) (বুঢ়াই হাঁহে)।

চন্দ্ৰমল : আপোনাৰ কি হয় ছোৱালীটি? ননদেক?

লাৱণ্য : এ নক'ব তেওঁৰ কথা! ননদো, কেঁচুৱাও, গাৰ্জেনো, এটাইবোৰ। অ' মীৰা!

মীৰা : (ভিতৰত) হাঁ।

লাৱণ্য : পানী গৰম হ'ল হবলা। অলপ ঠাণ্ডা পানী মিহলাই চৰিয়াটোত আইতাক দিয়াচোন। অকণমান নিমখ মিহলাই দিবা।

চন্দ্ৰমল : কাৰোবাৰ অসুখ নেকি?

লাৱণ্য : আইতাৰ অসুখ। বয়স হৈছে নহয়; সৰু-সুৰা অসুখ-বিসুখ থাকেই। পিছে এইবাৰ কেইবাদিনো বিছনাৰ পৰা উঠিবই নোৱাৰাত পৰিছে। ডাক্তৰে কৈছে, তলপেটত বোলে অপাৰেচন কৰিব লাগিব।

চন্দ্ৰমল : ইস্ ৰাম, এইবোৰ কটা-চিঙাৰ নাম শুনিলেই মোৰ গাৰ নোম শিয়ঁৰি উঠে। হাজৰিকা ঘৰত নাই হ'বলা?

লাৱণ্য : অথনিয়েই ওলাই গৈছে। এই আহি পায়হিহে লাগে। (বহে)

চন্দ্ৰমল : তেখেতে কিবা কাম কৰে?

লাৱণ্য : হয়, দেৱানী অফিচত কেৰাণী কাম কৰে। মই এটা কথাৰ কাৰণে আপোনাক মাতি পঠাইছিলোঁ।

চন্দ্ৰমল : (ব্যস্ত হৈ) কওক কওক। এৰা আচল কথা তলেই পৰিছিল। (হাঁহে)।

লাৱণ্য : (লাহে লাহে) আপুনি সোণৰ বস্তু বন্ধকত ৰাখে বুলি শুনিছোঁ।

চন্দ্ৰমল : হেঁ হেঁ হেঁ, আপোনাৰ কাণতো পৰিলহি নে কথাটো? নাই নাই, বন্ধকীত বস্তু ৰাখোঁ বুলি তেনেকৈ নেৰাখোঁ। দিনটো-ৰাতিটো টুক্‌টুককৈ কামকে কৰি থাকোঁ। দুপইচা উপাৰ্জন হয়। ইফালে ঘৰত খাওঁতাও নাই; মই আৰু বুঢ়ীহে।

লাৱণ্য : আপোনাৰ ল'ৰা-ছোৱালী নাই?

চন্দ্ৰমল : আছিলে ছোৱালী এজনী। স্কুলতে পঢ়ি আছিল? বয়স সোতৰ

বছৰমান হ'ল নে নাই জানো, লহপহকৈ বাঢ়ি একেবাৰে ছোৱালী (বহুত ওপৰলৈ দেখুৱাই) এই ইমানজনী হ'ল। এ দিয়েই পেলালোঁ এঘৰলৈ উলিয়াই! যাঃ! (হাঁহে) অ' কি কৈছিলোঁ? ওঁ। ময়ে-বুঢ়ীয়ে খাওঁ, হাতত দুপইচা-চাৰিপইচা গোট খাই থাকে। এনেয়ে মোৰ হাতত পৰিহে থাকে, তাকে টানে-আপদে ওচৰ-চুবুৰীয়াক দি সহায় কৰোঁ। পইচা দি বস্তু বন্ধকীত ৰখা বিদ্যাটো মই লোৱা নাছিলো। পিচে—

লাৱণ্য ঃ অ' ৰ'ব, আপোনাক তামোল এখন। অ' মীৰা।

মীৰা ঃ হাঁ।

চন্দ্ৰমল ঃ মোক পিছে তামোল দিলে খুন্দিহে দিব লাগিব।

লাৱণ্য ঃ ভাল। (ভিতৰলৈ) চাওঁ, তামোলৰ বটাটো লৈ আহাঁচোন। আইতাৰ খুন্দনাটোও লৈ আহিবা। অ', কি কৈছিল কওকচোন।

চন্দ্ৰমল ঃ সেই বন্ধকীৰ কথা। পইচা দি বস্তু-বেহানি মই নেৰাখোঁ। পিছে ওচৰৰে ল'ৰা এটাই এবাৰ মোক বৰ দাগা দিলে বুইছে। গাঁৱৰ ল'ৰা, ওচৰতে সৰু ঘৰ এটা সাজি লৈ কলেজত পঢ়ে। এদিন আৰু চুলি-তুলি জপৰা কৰি আবেলি পৰত মোৰ দোকানত ওলালহি। কি হ'ল? মাচুল দিব নোৱৰাৰ কাৰণে বোলে পৰীক্ষা দিব নোৱৰা হৈছে। মাচুলো তিনিকুৰি। আছিল হাতত পইচা, দি দিলোঁ। কিন্তু তাৰ পিছত আপোনাৰ ল'ৰা ক'লৈ গ'ল, খবৰেই নেপালোঁ। আক-তাক সুধি জানিলোঁ, সি বোলে পৰীক্ষা দিয়াই নাই। আপোনাৰ বুঢ়ীয়ে কথাটো শুনিয়েই, বমভোলা, ফকিৰ, অঁকৰা. বেঙা—ইস্—মোক এফালৰ পৰা সমান কৰি নিলে। (হাঁহে, হাঁহি সামৰি) সেই তেতিয়াৰ পৰাই পইচা নিদিয়াকৈ থকা নাই, দিওঁ, কিন্তু বুঢ়ীয়ে বোলে, নাই, দাতাকৰ্ণ হ'ব খুজিছা হোৱা, কিবা দুপদ এপদ বন্ধকীত ৰাখিবা। তেতিয়াৰ পৰাহে—(মীৰা আহে। হাতত খুন্দনা, বটা)

মীৰা ঃ আপুনি হ'বলা তামোল চোবাব নোৱাৰে?

চন্দ্ৰমল ঃ নোৱাৰোঁ আইটি।

মীৰা ঃ দাঁতে দেখোন তিৰবিৰাব লাগিছে! (বটা, খুন্দনা থয়)

চন্দ্ৰমল ঃ এ হে হে হে, দেখাকেইটাহে তিৰিবিৰাইছে, গুৰিৰ ফালে উদং নহয় আইটি! (দেখুৱায়)

মীৰা ঃ অ' সন্মুখতেহে আঁৰকাপোৰখন তিৰবিৰাই আছে, ভিতৰফালে গোটেই থিয়েটাৰ ঘৰ। আমি হোৱা হ'লে সোণেৰেই বন্ধাই ললোঁহেঁতেন! (খিল্‌খিলকৈ হাঁহি মীৰা দৌৰ মাৰে)

চন্দ্ৰমল ঃ (হোঁ হোঁকৈ হাঁহি) একেবাৰে পাগলী! (হাঁহি বন্ধ কৰি) পিচে আপুনি বন্ধকীৰ কথা কিয় সুধিলে?

লাৱণ্য ঃ (অলপ ৰৈ) আমাৰ অলপ ঘৰুৱা অসুবিধা হৈছে। অলপ টকাৰ বৰ দৰকাৰ হৈছে।

চন্দ্ৰমল ঃ (গম্ভীৰ হৈ কিবা ভাবি) ঘৰ-সংসাৰ বুলিলে অসুবিধা আছেই। আপোনাৰনো কিমান টকাৰ দৰকাৰ?

লাৱণ্য ঃ লাগোতেতো ভালেমান টকাই লাগে। এতিয়া পঞ্চাশটা টকাৰ বৰ দৰকাৰ। মোৰ হাতত চাৰিজোৰ খাৰু আছে, তাকো আপোনাক দিওঁ। পাৰে যদি এইকণ উপকাৰ কৰক। কিবা লিখা-পঢ়া কৰিব লাগে যদি তাকো কৰোঁ।

চন্দ্ৰমল ঃ আপোনাৰ লগত আৰু কিহৰ লিখা-পঢ়াটো লাগিছে। (ৰৈ) পিছে মই আপোনাৰ কথাহে ভাবিছোঁ।

লাৱণ্য ঃ কি ভাবিছে? (তামোল খুন্দে)

চন্দ্ৰমল ঃ আপুনি বেয়া নেপাব আক'। মই বুঢ়া মানুহ ; বহুত দেখিছোঁ-শুনিছোঁ; মনৰ কথা খুলি কৈছোঁ আপোনাক দেখিলে যেয়ে সেয়ে ক'ব, খাৰু-মণিৰ লগত দিয়া সেন্দূৰ তোপেই কিজানি আপুনি শেষ কৰিব পৰা নাই। এতিয়াই আপুনি গাৰ গহনাৰ মায়া এৰিব পাৰিলে!

লাৱণ্য ঃ (হাঁহি) কি কৰিব! হাতৰ কাণৰ বস্তুৰ মায়া কোনজনী তিৰোতাৰ নো নাই? কিন্তু সেইবোৰ মায়াত বান্ধ খাই থাকিলে সংসাৰৰ বান্ধত সোমাওঁ কেনেকৈ?

(চন্দ্ৰমল বুঢ়াই একমুহূৰ্ত তন্ময় হৈ থাকি ঢেক্‌ঢেকৈ হাঁহি দিয়ে)

লাৱণ্য ঃ (প্ৰায় অপ্ৰস্তুত হৈ) হাঁহিলে দেখোন! (তামোল খুন্দে)

চন্দ্ৰমল ঃ হাঁহিছোঁ কথা এটা ভাবি। আপোনাৰ কথাষাৰ শুনি মোৰ আমাৰ বুঢ়ীৰ কথালৈ মনত পৰিছে। মই যেতিয়া বুঢ়ীক বিয়া কৰাই আনো, তেতিয়া মোৰ শুদা মানুহটোৰ বাহিৰে একোৱেই নাই। বিয়াত তাইক গহনা কি দিম, এজোৰ ভাল কাপোৰো দিবলৈ নহ'ল। কিবা মায়া লাগিল হ'বলা শুদা ঘৰতে সোমালহি। (হাঁহে)। তাৰ পিচত মই দোকানত বহি লোকৰ গহনা গঢ়োঁ, কাৰোবাৰ দুভৰি সোণৰ নেকলেচ, এভৰি সোণৰ ৰুলি; গঢ়ি উঠি সদায় মই তাইক দেখুৱাওঁ —বোলো কেনে হৈছে? তাই আৰু কৰে কি; গহনাবোৰ লিৰিকি বিদাৰি চায়; চাই কয়—ভাল হৈছে। গাভৰু মানুহৰ মন—মইতো নুবুজা নহওঁ। গোটেই জীৱনটো তাই গহনা চায়েই কটালে, কিন্তু নিজৰ ডিঙি, হাত, কাণ সেই যে খালি, খালি হৈয়েই ৰ'ল।

এতিয়া মই পাইছোঁ দুপইচা, কিন্তু কি হ'ব, তাইৰ বয়সে দিলে ভাটি—। (হাঁহে)। (তামোল খায়)।
পিচে এটা কথা নহয়, আপোনাৰ কথাটোৰ কাৰণে মই এবাৰ ঘৰৰ পৰা আহিবৰ্গে লাগিব; মই, কিয় মাতিছে খবৰ লওঁ বুলিহে আহিছিলোঁ।

লাৱণ্য : ভাল বাৰু। ইতিমধ্যে তেখেতো আহি পাবহি লাগে। ভালেই হ'ব। লৰালুৰি এটা থকা হ'লে, আপোনাৰ তালৈকে পঠিয়াই দিলোঁহেঁতেন। পিচে....

চন্দ্ৰমল : (চিঠি) নাই, নাই, নেলাগে, ময়েই এটা পাক মাৰি যামহি। বেছি পলমো নকৰোঁ; এই এতিয়াই আহিম। আহোঁ বাৰু মই।

লাৱণ্য : ভাল। (চন্দ্ৰমল যায়) লাৱণ্য বহি থাকে। তাই কিবা ভাবে তাৰ পিচত)

লাৱণ্য : (ভিতৰলৈ) মীৰা, অ' মীৰা!

মীৰা : (ভিতৰত) হাঁ।

লাৱণ্য : মোৰ উঠি যাবলৈকে এলাহ লাগিছে। চাওঁ বাটি এটাত পানী এবাটি আৰু চাবোন টুকুৰা লৈ আহাঁচোন।) হাতৰ খাৰু কেইপাত লিৰিকি বিদাৰি থাকে)। অলপ পিচত এবাটি পানী আৰু চাবোন লৈ মীৰা আহে।

মীৰা : পানী আৰু চাবোনেৰে কি কৰা নবৌ?

লাৱণ্য : কৰোঁ কিবা এটা। আইতাক পানী দিলা।

মীৰা : নাই, মাৰ টোপনি, নজগালোঁ।

লাৱণ্য : সাঁজ লাগোঁ লাগোঁ হৈছে, এতিয়া জগাই দিব লাগিছিল।

মীৰা : নেলাগে থাওক, কিমান কষ্টৰ মূৰত টোপনি কণ আহিছে! বুঢ়াটো গ'ল? কিয় মাতিছিলা নবৌ? কিবা গঢ়াবা নেকি?

লাৱণ্য : (ডাঙৰকৈ) ওঁ গঢ়াম, সোণৰ কলচী এটা গঢ়াম! তুমিনো মানুহটোক তেনেকৈ ক'ব পায়নে? বুঢ়া মানুহ বেচেৰা।

মীৰা : ভাল কৰিছোঁ। মই ঠাই সাৰিছোঁ, মাতবোল নোহোৱাকৈ পিচফালৰ পৰা চিঞৰ মাৰি দিছে, মই উচপ খাই উঠিছোঁ, বুঢ়াই হাঁহিছে আকৌ! দিলোঁ বাপেকে মজাটো। (হঠাতে বাহিৰলৈ চাই) অ' অ' অ' নবৌ, সৌৱা চিট কাপোৰ আনিছে, মোক এটুকুৰা কাপোৰ লৈ দিবা? মোৰ কলেজলৈ যোৱা ব্লাউজেই নাইকিয়া হ'ল। দিবা? (লাৱণ্য ৰাস্তাৰ ফালে চাই ৰৈ থাকে)।

মীৰা : নোকোৱা কিয়? দিবা নবৌ? (ৰৈ) নবৌ!

লাৱণ্য : ৰ'বাচোন।

মীৰা : কি আকৌ ৰ'বাচোন? মানুহটো ৰৈ থাকিব নেকি? (ৰাস্তালৈ চাই) ই

সৌৰা গ'লৈই যোৱা। (ওফোন্দায়)

লাৱণ্য ঃ তাক মাতাচোন। মাতি অলপ পিচত আহিবলৈ কোৱা।

মীৰা ঃ (আগবাঢ়ি) হেৰা, হেৰা, চিঁট কাপোৰ, হেৰা, চাওঁ, চাওঁ এইফালে আহাঁচোন। অলপ পিচত কিয় আকৌ?

লাৱণ্য ঃ ককাইদেউৰা আহি পালেহি হ'ব আকৌ! মানুহটো গ'লেগৈ নেকি?

মীৰা ঃ নাই, আহিছে। তুমি পছন্দ কৰি দিবা দেই।

(পিঠিত টোপোলা লৈ চিঁট কাপোৰৱালা আহে)।

মীৰা ঃ হেৰা, তুমি অলপ পিচত আহিব পাৰিবা?

মানুহটো ঃ এতিয়াতো ৰাতি হৈছে মাইজী, আমাৰ খাবৰ টাইম হ'ল।

মীৰা ঃ আঃ খাবৰ টাইম হ'ল, আজি যেনিবা অলপ লেট কৰি খাবা, কিনো ইমান ডিফিকাল্টিটো?

মানুহটো ঃ আচ্ছা, মই হেইঘৰ মানুহৰ তাত যাম, যাওঁতে আপ্নাৰ ইয়াত বহি যাম।

মীৰা ঃ পোনে পোনে গুচি নেযাবাগৈ আকৌ!

মানুহটো ঃ নাই নাই, মই ঠিক আহিম। (যায়)

(সেইফালে চাই থাকি মীৰা লাৱণ্যৰ ফালে ঘূৰে)।

মীৰা ঃ তুমি দেখোন বৰ গহীন হৈ গ'লা নবৌ? কিয়?

লাৱণ্য ঃ (অলপ ৰৈ) মই তোমাক এটা বস্তু খুজিম, বেয়া পাবা নেকি?

মীৰা ঃ ঔ আই, কি বস্তুনো? ভয়েই লাগিছে ভাই।

লাৱণ্য ঃ বেয়া নেপাওঁ বুলি কোৱা আগতে।

মীৰা ঃ নেপাওঁ কোৱাচোন কি বস্তু।

লাৱণ্য ঃ (কওঁ নকওঁকৈ) এমাহমানৰ পিচত আকৌ দি দিম, খাৰু চাৰিপাত দিবা?

মীৰা ঃ (হাতৰ খাৰুত হাত থৈ) খাৰু চাৰিপাত ? অ'—! কিয় নিদিম? তোমাৰ খাৰু তোমাক নিদিম কিয়?

লাৱণ্য ঃ (অস্থিৰ হৈ) নাই নাই নাই, তেনেকৈ নকবা মীৰা! সেইটোৱেই মোৰ ডাঙৰ ভয়। তুমি কিজানি ভাবা, নবৌৱে খাৰু কেইপাত পিন্ধিবলৈ দি, যেতিয়াই মন গ'ল তেতিয়াই খুলি লৈ গ'ল! তেনেকৈ ভাবিলে মই বৰ কষ্ট পাম। সেইয়া মোৰ খাৰু নহয় যেনিবা তোমাৰে খাৰু; মোক দিয়া, মই এমাহমানৰ পিচত চাৰিপাত নেলাগে আঠোপাত খাৰু তোমাক দি দিম। কোৱা তুমি বেয়া পোৱা নাই বুলি!

মীৰা ঃ জানো তুমি এইবোৰ কি কৈছা! হঠাতে তোমাৰ হ'ল কি? লোৱা খাৰু

লোৱা। (খাৰু খুলি দিয়ে) ওঁ এতিয়া কোৱা, হ'ল কি? তোমাৰতো আঠপাত খাৰু পিন্ধাৰ চখ আছে বুলি মোৰ বিশ্বাস নহয়!

লাৱণ্য : সঁচাকৈ বিশ্বাস নহয় নহয়? (চায়) তুমি ইমান ভাল ছোৱালী। (সুৰ বদলাই) বাৰু সেইবোৰ বাদ দিয়া; গধুলি হবৰ হ'ল, লেম-চাকিবোৰ থিক কৰাগৈ যোৱা। এইজনো জানো কোন ত্ৰিভুবন ভ্ৰমিবলৈ গ'ল, এতিয়ালৈকে নোলালহি!

মীৰা : মোক বাৰু কথা ভুলাব নেলাগে। তোমাৰ কিবা এটা হৈছে। ঘৰলৈ সোণাৰী মাতি আনিছা, মোক খাৰু খুজিছা! খাৰু কি কৰিবা কোৱা? কোৱা। (বাহুত ধৰি জোকাৰে)।

লাৱণ্য : আঃ পিচত কম যোৱা, এতিয়া কাম কৰাগৈ যোৱা।

মীৰা : দৰকাৰ নাই, এতিয়াই ক'ব লাগিব। মই বহি থাকিম। (ওফন্দি বহি পৰে।

লাৱণ্য : (অলপ ৰৈ) মই খাৰু কেইপাত বন্ধকত থম মীৰা।

মীৰা : (উচপ খাই) বন্ধকত ? কিয়?

লাৱণ্য : আইতাৰ অপাৰেচনৰ কাৰণে টকা লাগিব নহয়!

(মীৰাই স্তব্ধ হৈ লাৱণ্যলৈ চাই থাকে। তাৰ পিচত দীঘলকৈ "অ" -- বুলি কয়)।

মীৰা : অ'—, তোমালোকে ভিতৰি ভিতৰি এইবোৰ কৰিছা? মোক একো কোৱা নাই কিয়?

লাৱণ্য : তোমাক ক'লে কি হ'ব? তুমি পঢ়া ছোৱালী পঢ়ি থাকা। তোমাক মিছাকৈ....

মীৰা : (উচাট মাৰি থিয় হৈ) দৰকাৰ নাই, আজিৰ পৰা মই কলেজ এৰিলোঁ। তুমি হাতৰ কাণৰ গহনা খুলি বন্ধকত থবা আৰু মই এম-এ. বি-এ পাছ কৰি প্ৰফেচাৰণী হম!

লাৱণ্য : (হাঁহি) এম-এ পাছ কৰিলেহে প্ৰফেচাৰণী হয় নেকি? আই-এ টোকে ভালকৈ পাছ কৰাচোন, কিজানি কপালৰ জোৰত এনেয়ে প্ৰফেচাৰণী হোৱা!

মীৰা : (খঙেৰে) নহয় নহয় নবৌ, এইবোৰ ধেমালি নহয়। মোৰ পৰা এইবোৰ কথা লুকুৱাই ৰাখি আচলতে মোক তোমালোকে স্বাৰ্থপৰ বুলি অপমান কৰিছা।

লাৱণ্য : তুমি সঁচাকৈয়ে খং কৰিলা দেখোন; এইটো একো ডাঙৰ কথা নহয়

মীৰা। তুমি নুবুজা কিয়? ঘৰ সংসাৰতো এনেকৈয়ে চলে।

মীৰা : এনেকৈয়ে চলে যদি ময়ো চলিব পাৰিম নহয়। মোক ফাঁকি দি কিয় ঘৰ চলাব লাগিছে। তাৰ মানে তোমালোকে চাগৈ মোক নীচ বুলি ভাবিছা। স্কুলৰ ডাঙৰ বাইদেৱে মোক স্কুলত চাকৰী এটা দিম বুলি কিমান দিনৰ পৰা কৈ আছে। কাইলৈকে মই স্কুলত সোমাম। অন্ততঃ ষাঠি টকাটো পাম মাহৰ মূৰত!

লাৱণ্য : এমাহৰ মূৰততো পইচা আনফালৰ পৰাও যোগাৰ হ'ব। তেতিয়া বন্ধকৰ খাৰু কেইপাতো উলিয়াই আনিব পাৰিম। আমাক টকা কেইটা এতিয়াই লাগে কাৰণেহে! আইতাৰ অসুখটোতো বৈ নেথাকে!

মীৰা : ঠিক আছে, মোৰ হিষ্ট্ৰি, চিভিকচ্ লজিকৰ কিতাপবোৰ আধা দামত বেচিলে আজিয়েই ত্ৰিশটকাতো পাম! (উচাট মাৰি যায়গৈ)

লাৱণ্য : মীৰা, শুনাচোন মীৰা....! (এক মুহূৰ্ত মনে মনে বহি থাকি লাৱণ্যই বাটিৰ পানীৰে খাৰু কেইপাত চাবোন সানি ধোৱে। এপাত এপাতকৈ নিজৰ হাতৰ দুপাত খোলে আৰু ধোৱে। ভিতৰত কিবা এটা ঘটংকৈ পৰে; সেইফালে চাই থাকি লাৱণ্যই মাতে "মীৰা"—। মীৰাৰ মাত নাই। অলপ পিচতে অৱশ, ক্লান্ত, অপৰিপাটি সাজেৰে পবন আহে।)

লাৱণ্য : (খাৰুবোৰ বাটিৰ পানীত ডুবাই থৈ) বহুত পলম কৰিলে দেখোন।

পবন : এ নকবা দিয়া, আজি টাউনখন সাত পাকমান ঘূৰিলোঁ।

লাৱণ্য : কিয়, বাট ভুল কৰিলে নেকি?

পবন : বাট ভুল কৰা নাই বুইছা, মানুহহে ভুল কৰিলোঁ। মানুহবিলাকৰ চেহেৰাবোৰহে আগৰ নিচিনা হৈ আছে লাৱণ্য। (বহে) স্কুলীয়া বন্ধুৰ পৰা আৰম্ভ কৰি লগৰ কেৰাণীলৈকে কোনো বাদ পৰা নাই; সকলো সলনি হৈ গৈছে।

লাৱণ্য : নিজে সলনি হ'ব নোৱাৰিলে আজিকালি সেইটোৱেই বিপদ। (হাঁহে আৰু বাটলৈ চাই) অ' মানুহটো আহিছে ৰ'ব, কাপোৰ এটুকুৰা চাওঁ।

পবন : কি কাপোৰ হে? (ব্যস্ত হৈ)

লাৱণ্য : মীৰাৰ ব্লাউজৰ কাপোৰ এটুকুৰা। (আগ বাঢ়ে)

পবন : হেৰা ৰ'বাচোন ৰ'বা, মই পইচা পোৱা নাই।

লাৱণ্য : নাই পোৱা বুজিছোঁ। মীৰাৰ মনটো ভাল নহয়। আজি কাপোৰটো চাই থওঁ, কাইলৈকে লাগে কিনিম।

পবন : কাইলৈনো ক'ৰ পৰা কিনিবা?

লাৱণ্য : যি কৰিব লাগে মই কৰিম নহয়। (বাহিৰলৈ চাই) হেৰা, আহাঁ।

পবন : আঃ নেলাগে মিছামিছিকৈ—পইচা-চইচা নাই!
(কাপোৰৱালা সোমাই আহে)।

লাৱণ্য : চাওঁ খোলাচোন কি কাপোৰ আছে। (ভিতৰলৈ ) মীৰা, অ' মীৰা, চাওঁ আহাঁচোন, ককাইদেউৰাও আহিছে। (কাপোৰ চায়।) এইবোৰ তলত কি কাপোৰ?

মানুহটো : বাংগালোৰ চিল্ক আছে মাইজী।

লাৱণ্য : চাওঁ উলিওৱাচোন। (মীৰা আহে) চোৱাচোন মীৰা, তোমাৰ পছনৰ কাপোৰ।

মীৰা : মোক এতিয়া কাপোৰ নেলাগে।

মানুহটো : আপ্‌নিতো আমাক আহিব ক'লে মাইজী।

মীৰা : কৈছিলোঁ ভাল হ'ল।

মানুহটো : মাইজী গুচ্চা আছে। (আপোন মনে)

লাৱণ্য : চোৱাচোন চোৱা; এইটোকে লোৱা নহ'লে; তোমাৰ নতুন চাদৰখনৰ লগত ভাল মিলিব?

মীৰা : (বিৰক্ত হৈ) মোক এতিয়া কাপোৰ-চাপোৰ নেলাগে নবৌ!

পবন : নেলাগে বুলি কৈছে যেতিয়া জোৰ কৰি থাকা কিয়? পঠিয়াই দিয়া মানুহটো।

লাৱণ্য : (কাৰো কথালৈ কাণ নকৰি) হেৰা এইটোৰ গজে কেনেকৈহে?

মানুহটো : আপনাৰ লগে দাম নকৰিব মাইজী। এইটোৰ ঠিক দাম চাৰে তিন টাকা।

লাৱণ্য : ঔ আই!

মানুহটো : আমি ঠিক দাম কৈছে মাইজী।

পবন : (চল পাই) শুনিলা নহয়। বাদ দিয়া, বাদ দিয়া। বজাৰত এইবোৰ কাপোৰ দুটকা, এটকা বাৰ অনা গজত পায়। হেৰা তুমি যোৱা।

মানুহটো : (কাপোৰটুকুৰা লৈ পবনৰ ওচৰ চাপি) এহি কাপোৰ আপনি চাৰে তিন টাকাৰ কম পালে আমি আপ্‌নাক এমনি দিয়ে দিম। দাম না লিম বাবু।

পবন : বাৰু হৈছে যোৱা, আমি বজাৰৰ পৰাই আনিম।

লাৱণ্য : (ভেকাহি মাৰি) ইস্ নেদেখিছা, বজাৰৰ পৰা আনি কাপোৰ একেবাৰে দ'মাই পেলাইছেহি! (মানুহটোক) হেৰা তুমি কাইলৈ আকৌ আহিবা নে?

মানুহটো ঃ আমাৰ তো এহি কাম আছে মাইজী। আমি ৰোজ আহি আছে।

লাৱণ্য ঃ কাইলৈ তেনেহ'লে আহিবা। এতিয়া যোৱা।
(টোপোলা বান্ধি মানুহটো যায়গৈ)

পবন ঃ মোৰ ইফালে পইচাৰ চিন্তাত মগজ ঘূৰিব লাগিছে, তেওঁ আকৌ বাটৰ পৰা মানুহ মাতি আনিছে!

লাৱণ্য ঃ মই এতিয়া চাবহে খুজিছিলোঁ।

পবন ঃ কাইলৈকো নো ক'ৰ পৰা ল'বা?

লাৱণ্য ঃ (লাহেকৈ) তাৰ ব্যৱস্থা হ'লহেঁতেন।

পবন ঃ (উৎসুক হৈ) কি ব্যৱস্থা হ'লহেঁতেন?

লাৱণ্য ঃ মই এটা ব্যৱস্থা কৰিছোঁ—পইচাৰ।

পবন ঃ মই টলৌটলৌকে ঘূৰি ফুৰি শুদা হাতে ঘৰলৈ উভতি আহিছোঁ, তুমি ঘৰতে বহি থাকি ব্যৱস্থা কৰিছা, কথাটো কি?

লাৱণ্য ঃ (অলপ ৰৈ) মই সোণাৰী এজন মতাই আনিছিলোঁ; খাৰু কেইজোৰ বন্ধকত থোৱাৰ ব্যৱস্থা কৰিলোঁ।

পবন ঃ (ভীষণ অস্থিৰ হৈ) কি ? খাৰু কেইপাত বন্ধকত থ'বা? নাই, নাই, নোৱাৰা, নোৱাৰা, সেইটো তুমি কেতিয়াও কৰিব নোৱাৰা।

লাৱণ্য ঃ আঃ চিঞৰ-বাখৰ কৰিছে কেলৈ! শুনকচোন—।

পবন ঃ নাই নাই, মই একো নুশুনো, তোমাক সেইটো কাম কৰিবলৈ মই কেতিয়াও দিব নোৱাৰোঁ।

লাৱণ্য ঃ আপুনি অস্থিৰ হৈছে কিয়। আমি মানুহ দুটা জীয়াই থাকিম যেতিয়া ঘৰৰ বস্তু এদিন আকৌ ঘৰ সোমাবহি। মইতো একেবাৰে বেচি পেলাবলৈ ওলোৱা নাই। কোনোমতে পইচাকেইটা গোটাব পাৰিলেই আকৌ লৈ আহিম।

পবন ঃ বেচিয়েই হওক বা বন্ধকত দিয়েই হওক, সেই কেইপাত খাৰুৰে তুমি পাবা কি? কেই পইচা পাবা?

লাৱণ্য ঃ নেপাম কিয়। আঠপাত সোণৰ খাৰু, অন্ততঃ পঞ্চাশ টকাতো পাম। তাৰ ব্যৱস্থা মই কৰিছোঁ।

পবন ঃ (বৰকৈ মূৰ জোকাৰি) নেলাগে, নেলাগে লাৱণ্য!

লাৱণ্য ঃ আপুনি ইমান আপত্তি কৰিছে কিয়?

পবন ঃ ঘৰৰ লক্ষ্মী এনেকৈ বাহিৰলৈ উলিয়াই দি মই মোৰ পুৰুষত্ব ক'ত থ'ম লাৱণ্য? তোমাৰ ডিঙিত নাই, কাণত নাই, এতিয়া হাতখন শুদা

কৰিলে, তোমাৰ গৰাকী বুলিবলৈ, মই মতা মানুহটোৰ কি বাকী থাকিল? মোক ইমান তললৈ ননমবা লাৱণ্য।

লাৱণ্য : ঘৰত বেমাৰী মাকক পেলাই থৈ আপুনি পইচাৰ কাৰণে টলৌ-টলৌকৈ ঘূৰি ফুৰিছে, আৰু হাতত চাৰিপাত-চাৰিপাত সোণৰ খাৰু পিন্ধি ময়েই নো কিমান ওপৰলৈ উঠিছোঁ?

পবন : তুমি ভুল নকৰিবা লাৱণ্য। মই অতি দুখীয়া কেৰাণী মানুহ। দেউতাই এটা ভগা ঘৰৰ বাহিৰে ফুটা কড়ি এটাও মোক দি যোৱা নাই। নিজৰ ভৰিৰ ওপৰত থিয় দিবলৈ মই এক মুহূৰ্ত্তও চেষ্টাৰ ক্ৰুটী কৰা নাই। বিয়া কৰি তোমাক চপাই লোৱাৰ সামৰ্থ্যও মোৰ কোনো দিনেই হোৱা নাছিল। কিন্তু মাৰ কাৰণে মই আৰু পলম কৰিব নোৱাৰিলোঁ। তাৰ পিচত তুমি আহিছা। মই জানো তুমি লোকৰ ঘৰলৈ অহা নাই। তুমি নিজৰ ঘৰলৈ আহিছা। মোক তুমি একো নিদিয়াকৈ থকা নাই; কিন্তু পুৰুষ হিচাপে মই তোমাৰ লাজ ৰক্ষা কৰিছোঁ সেই এযোৰ কাপোৰ আৰু আঠপাত খাৰুৰে। আৰু ইয়াকো বিশ্বাস কৰা—লাৱণ্য, সেই আঠপাত খাৰুতেই মোৰ সকলো সামৰ্থ্য, দেহাৰ অজস্ৰ ঘামৰ টোপাল সোমাই আছে।

লাৱণ্য : (স্থিৰ দৃষ্টিৰে চাই) মই জানো এইবোৰ বুজা নাই? (ৰৈ থাকি) এইবোৰ লৈ এষাৰ কথা কেতিয়াবা মই কৈছোঁনে। এইখন ঘৰ মোৰ কাৰণেই, ঘৰৰ প্ৰয়োজনত—

পবন : প্ৰয়োজনত হ'লেও খাৰু কেইপাত তুমি হাতৰ পৰা নুখুলিবা। অন্ততঃ মোৰ মৰমৰ একমাত্ৰ সাক্ষী কৰি হ'লেও খাৰু কেইপাত তুমি গাত ৰাখা লাৱণ্য।

লাৱণ্য : কিবা স্কুলীয়া ল'ৰা-ছোৱালীৰ নিচিনাকৈ কথা কয় দিয়ক। কাৰ বস্তু কোনে কেনেকৈ ৰাখিব লাগে মই জানো নহয়। এইবোৰ কথা বাদ দিয়ক, হাত-মুখ ধোৱক। আজিয়েই পাৰিলে ডাক্তৰৰ লগত সকলো ঠিক-ঠাক কৰি আহকগৈ।

পবন : আজি এই এটা কথাত তুমি মোৰ বাধ্য হোৱা। (ওচৰ চাপি) এই কেইপাত খাৰু মই আন এজন মানুহৰ হাতত এক মুহূৰ্তৰ কাৰণেও পৰিবলৈ দিব নোৱাৰোঁ।

লাৱণ্য : বুজিও নুবুজে মানুহজনে! আইতাৰ অৱস্থাটো দেখিছে নে নাই? আজি যদি হঠাৎ কিবা এটা হৈ যায়; আপুনিয়েই বা কি কৰিব, ময়েই

কি কৰিম? সোণৰ খাৰু পিন্ধি বিহু নাচিম?

পবন : মোৰ কথা শুনাচোন (পিঠিত হাত থ'ব খোজে। এনেতে গল-হেঁকাৰি মাৰি চন্দ্ৰমল আহে।)

লাৱণ্য : অ' আপুনি আহিলেই! ময়ো বাট চাই আছিলোঁ।

চন্দ্ৰমল : এইখিনিৰ পৰাই ৰিক্সা এখন লৈ গ'লো সাউৎ কৰে আহিলোঁ এখেতেই হ'বলা হাজৰিকা।

লাৱণ্য : হয়। আপুনি বহক। (পবনক) মই যে কৈছিলোঁ। এখেতেই।

পবন : (অস্থিৰ হৈ) মোৰ কথা শুনা লাৱণ্য। (লাৱণ্যই বাটিৰ পৰা খাৰু কেইপাত উলিয়াই চাদৰৰ আগেৰে মচে। তাৰ পিচত হাতৰ কেইপাতো খোলে। বুঢ়াৰ হাতত দিয়াৰ লগে লগে)

পবন : (উত্তেজিত হৈ) লাৱণ্য!

চন্দ্ৰমল : কিয়, তেখেতে কিবা ক'ব খুজিছে নেকি?

লাৱণ্য : তেখেতৰ কথা নক'ব। যিমানে দিন গৈছে, সিমানে সৰু ল'ৰা হৈ গৈছে। (হাঁহে) (পবন ভীষণ অস্থিৰ হয়। লাৱণ্য ওচৰ চাপি আহে। বুঢ়াই খাৰু চায়)

লাৱণ্য : (পবনক) আপুনি একো চিন্তা নকৰিব। ময়োতো তিৰোতা মানুহ। মোৰ জানো মায়া নাই। আপুনি খালি দৰমহা পায়েই পইচাকেইটা মোৰ হাতত দিবহি। তাৰ পিচত কি কৰোঁ চাই থাকিব। য'ৰ বস্তু ত'ত, দেখিব। (হাঁহে)

চন্দ্ৰমল : কিন্তু (পবন উচপ খায়)
কিন্তু (লাৱণ্য বুঢ়াৰ ফালে যায়)
কিন্তু এটা কথা মানে এয়াতো সোণৰ খাৰু নহয়!
(পবন যেন বহি যাব এনেকুৱা হয়।)

লাৱণ্য : (হাঁহি) কি পিতলৰ নেকি?

চন্দ্ৰমল : পিতলৰ নহয়, কিন্তু এয়া সোণৰ খাৰু নহয়।

লাৱণ্য : (গহীন হৈ) আপুনি ধেমালি কৰিছে যেন পাইছোঁ।

চন্দ্ৰমল : ধেমালিনো মই কিয় কৰিম? মই সঁচাকৈয়ে কৈছোঁ —এয়া সোণৰ খাৰু নহয়।

লাৱণ্য : (ওচৰ চাপি প্ৰায় ডাঙৰকৈ) কিহৰ তেনেহ'লে?

চন্দ্ৰমল : (আকৌ খাৰুবোৰ চাই) আজিকালি বহুত ওলাইছে নহয়, একেবাৰে ধৰিব নোৱৰা কেমিকেলৰ বস্তু, সেই তেনেকুৱা।

(সম্পূৰ্ণ নিস্তব্ধ। পবন উন্মাদপ্ৰায়। লাৱণ্য নিস্পন্দ। চন্দ্ৰমল অৰ্থহীন। ) (অলপ পিচত লাৱণ্য পবনৰ নিচেই কাষলৈ আহে)

লাৱণ্য : (লাহে লাহে) আপুনি মোক কিয় ফাঁকি দিয়ে। (বাহুত জোকাৰি ডাঙৰকৈ) আপুনি মোক কিয় ফাঁকি দিয়ে? আপুনি কিয় মোক পৰ বুলি ভাবে? আপুনি মোৰ পৰা কিয় কথা লুকুৱায়? (চন্দ্ৰমল বুঢ়া উচপ খাই উঠে। লাহে লাহে আচৰিত হৈ থিয় হয়) মানুহক মানুহ লাগে নে সোণ-ৰূপ লাগে? (লাৱণ্যই বহি আঁঠুৰ মাজত মূৰ লুকুৱায়। তাই কান্দে। পবন আৰু লাৱণ্যৰ ফালে চাই থাকি হঠাৎ চন্দ্ৰমল বুঢ়া পোহৰৰ ফালে আগবাঢ়ি আহে। খাৰু কেইপাত আকৌ চোৱাত লাগে। জড়তা মিহলি মাতেৰে—)

চন্দ্ৰমল : মোৰো পিচে অলপ খোকোজা লাগিছে। চাওঁ—লেম-চাকি কিবা এটা নাই নে? আন্ধাৰত মযো ভালকৈ মনিব পৰা নাই। লেম-চাকি এটা। (ইফালে-সিফালে চায়। অলপ পিচতে লেম এটা লৈ মীৰা আহে)

চন্দ্ৰমল : চাওঁ আইটি আনাচোন। চাওঁ অলপ ডাঙি ধৰাচোন। (মীৰাই লেমটো ডাঙি ধৰে। বুঢ়াই আকৌ পিটিকি-পিটিকি চায়)

চন্দ্ৰমল : নাই নাই নাই, মোৰহে ভুল। মোৰহে ভুল। এয়া একেবাৰে খাটি সোণ। বুঢ়া হৈছোঁ, চকুৰে ভালকৈ নমনো। মোৰহে ভুল। একেবাৰে খাটি সোণ আইটি। (ম্লান হাঁহি মাৰি) চকুত চানি পৰিছে নহয় আইটি, ফৎকৰে চিনি পোৱা টানেই। চাওঁ লোৱাচোন (জেপৰ পৰা পঞ্চাশ টকা উলিয়াই)

লোৱা। লোৱা। (মীৰাই লয়।) মই বাৰু আহোঁ। এঃ বৰ ডাঙৰ ভুল কৰিছিলোঁ দিয়া। (দুখোজমান আগবাঢ়ি যায়। পবনে দৌৰি গৈ বুঢ়াৰ হাতত ধৰে)

পবন : নহয়, নহয়....।

চন্দ্ৰমল : নহয়, নহয়, মই ভুল কৰিছোঁ, আপুনি ভুল নকৰিব। পাকঘৰত কাম-বন কৰোঁতে ধোঁৱা-চোৱা লাগি খাৰু কেইপাত অলপ ক'লা পৰিছে নহয়, মই বাৰু পালিচ-তালিচ কৰি এইবাৰ একেবাৰে নতুন কৰি থ'ম—দেখিলে বোৱাৰীয়ে চিনিবই নোৱাৰিব।
(হাঁহি হাঁহি যায়গৈ)

(লাহে লাহে পট পৰে)

# ০১. নিৰ্লজ্জ অন্ধকাৰ

সাহিত্যৰথী, ৰসৰাজ, জাতীয় নেতা লক্ষ্মীনাথ বেজবৰুৱাৰ জন্ম-শতবাৰ্ষিকী উপলক্ষে বৰ্তমানে আলোচনী, বাতৰিকাকতসমূহত প্ৰকাশিত প্ৰবন্ধবিলাকৰ কিছুমান পঢ়ি এটা কথা লক্ষ্য কৰিছিলোঁ, আৰু তাৰে ওপৰত এটা টোকা লিখি এই সংখ্যাৰ 'সাপ্তাহিক নীলাচল'লৈ বুলি যুগুত কৰিছিলোঁ। কিন্তু হঠাতে যোৱা ৯ অক্টোবৰৰ সন্ধিয়া এনে এটা আমোদজনক ঘটনা দেখিলোঁ যে ঘটনাটোৰ এটা বৰ্ণনা দিয়াৰ আগ্ৰহ আৰু লোভ কোনোমতেই দমন কৰিব পৰা নাই। ফলস্বৰূপে, বেজবৰুৱাৰ প্ৰবন্ধ সম্পৰ্কীয় টোকাটো সদ্যহতে সামৰি থৈ সেই ঘটনাৰ বিৱৰণ এটা লিখিবলৈ বাধ্য হৈছোঁ। ঘটনাটোৰ মাজত মই সোমাই পৰিছিলোঁ; মই নিজ চকুৰে যিকণ দেখিছিলোঁ, ঠিক সেইকণহে বৰ্ণাব পাৰিম; গতিকে বৰ্ণনাটো ব্যক্তিগত সুৰীয়া হ'বলৈ বাধ্য। য'তে য'তে ব্যক্তিগত কথা অশোভনীয়তাৰ পৰ্যায়লৈ উঠে, ত'তে ত'তে মই পাঠকৰ মাৰ্জনা বিচাৰি থলোঁ।

বেজবৰুৱাৰ জীৱনৰ আলমত প্ৰস্তুত কৰা 'অমৰ লক্ষ্মীনাথ' নামৰ তথ্যচিত্ৰখনিয়ে ৯ অক্টোবৰৰ দিনা গুৱাহাটীত মুক্তি লাভ কৰিব বুলি ভালেমান দিনৰ আগৰেপৰাই শুনি আছিলোঁ। 'কাৰ্যসূচী অনুসৰি উৎসৱৰ লগত জড়িত সকলো অনুষ্ঠানতে আপোনাৰ উপস্থিতি বাঞ্ছা কৰা হ'ল' বুলি লিখা গুৱাহাটী আঞ্চলিক লক্ষ্মীনাথ বেজবৰুৱা জন্ম-শতবাৰ্ষিকী উৎসৱ সমিতিৰ প্ৰধান সম্পাদকৰ চিঠিৰ কাৰ্যসূচীখন দেখিছিলোঁ। (পাঁচ তাৰিখে পুৱা ৮ বজাৰপৰা আৰম্ভ হোৱা এই কাৰ্যসূচীলৈ নিমন্ত্ৰণ জনোৱা চিঠিৰ লেফাফাৰ ওপৰত Gauhati R.M.S., 17 HRS. 5 Oct. আৰু Gauhati University, 12-15 Hrs. 7 Oct.—এই দুটা মোহৰ আছিল। এইবোৰ কথা নধৰ্তব্য)। কাৰ্যসূচীত দেখিছিলোঁ, '৯ অক্টোবৰ, বুধবাৰে সন্ধিয়া গুৱাহাটীৰ 'উৰ্বশী' চিনেমা হলত ৬ বজাত বেজবৰুৱা তথ্যচিত্ৰৰ উন্মোচনঃ উন্মোচন কৰিব মুখ্যমন্ত্ৰী শ্ৰীবিমলাপ্ৰসাদ চলিহাদেৱে।' মই এবৈশ মাহ কথাছবি চোৱা নাই, কিন্তু এই তথ্যচিত্ৰখন চাবলৈ মোৰ বৰ হেঁপাহ হ'ল। কিন্তু মোৰ সন্দেহ হ'ল—উৰ্বশী হলত সন্ধিয়া ৬ বজাত তথ্যচিত্ৰখনি প্ৰদৰ্শন কৰা হ'ব; হলত প্ৰবেশ কৰিবলৈ এই চিঠিখনেই যথেষ্ট হ'বনে? কাৰণ আমাৰ ঘৰলৈকে এনেকুৱা চিঠি আহিছে দুখন; দ্বিতীয়খন পত্নীৰ নামত; আমি সমিতিলৈ বেলেগে

বেলেগে বৰঙণি দিছিলোঁ, বোধকৰোঁ সেই কাৰণেই। গতিকেই মনে মনে ঠিক কৰিলোঁ— বৰঙণিৰ বাবদ পোৱা এই চিঠিয়েই তথ্যচিত্ৰখনি চাবলৈ পোৱাৰ কাৰণে যথেষ্ট হ'ব নোৱাৰে। 'উৰ্বশী' হলৰ প্ৰৱেশ-পথত নিমন্ত্ৰণী চিঠিখন দেখুৱাবলৈ নিৰ্দেশ থকা হ'লেও এক কথা। সেইটোও নাই।

সাত তাৰিখে সন্ধিয়া গুৱাহাটীৰ এখন সভাত অসম সাহিত্য সভাৰ তথ্যচিত্ৰ নিৰ্মাণ সমিতিৰ সম্পাদক শ্ৰীফণী তালুকদাৰক লগ পালোঁ। তেখেতৰপৰা জানিব পাৰিলোঁ ইতিমধ্যে মই আৰু এখন চিঠি পাম। মই তেতিয়া সকাহ পালোঁ; নিশ্চয় সেইখনেই 'উৰ্বশী' হলত সোমাবলৈ অধিকাৰ দিয়া প্ৰৱেশ-পত্ৰ জাতীয় চিঠি হ'ব। সেই সভাতে তথ্যচিত্ৰখনিৰ পৰিচালক শ্ৰীকমল চৌধুৰীৰ লগত কথা পতাৰ পিচত ছবিখন চাবলৈ মোৰ আগ্ৰহ আৰু বেছি হ'ল। পিচদিনা শ্ৰীতালুকদাৰে উল্লেখ কৰা চিঠিখন পালোঁ; প্ৰৱেশপত্ৰ নহয়; শ্ৰী/শ্ৰীমতীক 'উক্ত অনুষ্ঠানত উপস্থিত থাকিবলৈ সানুনয়ে অনুৰোধ জনোৱা' নিমন্ত্ৰণী চিঠি। প্ৰৱেশ-পথত চিঠিখন দেখুওৱাৰ নিৰ্দেশ তাতো নাই। মোৰ আকৌ সন্দেহ হ'ল। মই অন্ততঃ এইটো কথা জানো যে 'উৰ্বশী' হলৰ চাৰিওফালে বেৰ আছে আৰু ভিতৰত নিৰ্দিষ্ট সংখ্যক আসন আছে।

৯ তাৰিখে এখন বাতৰিকাকতত পঢ়িলোঁ, দৰ্শকসকলে যেন যথেষ্ট আগতে প্ৰেক্ষাগৃহৰ আসন গ্ৰহণ কৰেগৈ। সেইখন কাকতৰে অইন এঠাইত পঢ়িলোঁ—2nd Big Week, URVASI, Gauhati, the noblest theme of Life & Love,–Friendship & Sacrifice. DILIP KUMAR. MANOJ KUMAR, WAHEEDA REHMAN, PRAN–AADMI–Daily at 2 P.M. 5-0 P.M. & 9 P.M.–ইত্যাদি। সেই মুহূৰ্তৰেপৰা মোৰ আচল ফূৰ্তিটো লাগিবলৈ আৰম্ভ কৰিলে।

যথেষ্ট আগতে, মানে কিমান আগতে গ'লে ভাল হয়? 'উৰ্বশী'ৰ সেই অঞ্চলটোৰ যিহে অৱস্থা গাড়ীডোখৰ এঠাইত চিজিল লগাই থোৱাটোৱেই এটা দুশ্চিন্তাৰ বিষয়। কিছুদিনৰ আগতে অধ্যাপক ডাঃ ডাউকাৰ গাড়ীখন তেখেতে চিনেমা চাই থাকোঁতেই চোৰে নি কাহিলীপাৰাৰ চিনেমাৰ ষ্টুডিঅ'ৰ ওচৰ পোৱালেগৈ। গতিকে ভিৰ হ'বলৈ নাপাওঁতেই সেইখিনি পোৱাগৈহে কথা। এইবোৰকে ভাবি-চিন্তি, বিশ্বাস কৰক, আমি যেতিয়া 'উৰ্বশী' হল পাওঁগৈ, তেতিয়া মাত্ৰ পাঁচ বাজি পাঁচ মিনিট গৈছে। তথ্য আৰু জনসম্পৰ্ক বিভাগৰ গাড়ীৰপৰা তেতিয়া সভাৰ কাৰণে মাইক্ৰফ'ন, এম্‌প্লিফায়াৰ-ছে'ট আদি নমাইছেহে।

কিন্তু অকল আমিয়েই নহয়, ইতিমধ্যে আৰু মানুহ তাত গোট খাইছিল। হলৰ প্ৰধান প্ৰৱেশ-পথৰ বন্ধ হৈ থকা লোহাৰ কলাপ্‌চিব্‌ল গে'টৰ ওচৰৰ চিৰিত মতা-তিৰোতা, ল'ৰা-ছোৱালীয়ে জুম বান্ধিছিল। অনুমান কৰিবলৈ অলপো অসুবিধা নহ'ল

যে এইসকল নিমন্ত্ৰিত অতিথি। আমি পৰিচিত মানুহৰ লগত কথা-বতৰা পাতি সুদীৰ্ঘ সময় পাৰ কৰিবলৈ চেষ্টা কৰি আছিলোঁ। লাহে লাহে মানুহৰ সংখ্যা বাঢ়ি গ'ল। লক্ষ্য কৰিলোঁ অসমৰ সাহিত্য-সংগীত, নাটক জাতীয় জীৱনৰ লগত সক্ৰিয় আৰু ঘনিষ্ঠভাৱে জড়িত নেতৃস্থানীয় লোকেৰে 'উৰ্বশী'ৰ প্ৰাংগণ ভৰি গ'ল। একে ঠাইতে, একেলগে ইমানবোৰ লব্ধপ্ৰতিষ্ঠ পুৰুষ-মহিলাৰ সমাবেশ বৰ সঘনে নহয়।

এসময়ত মানুহেৰে 'উৰ্বশী'ৰ প্ৰাংগণ ঠাহ খাই পৰিল। বেজবৰুৱাৰ তথ্যচিত্ৰ চাবলৈ অহা নিমন্ত্ৰিতসকলৰ লগত 'আদ্‌মী' চাবলৈ অহা মানুহ একাকাৰ হৈ গ'ল। হলটোৰ সকলো দুৱাৰ বন্ধ। নিমন্ত্ৰিত কাৰণেই হ'বলা—সকলোৰে এটা ধাৰণা হ'ল, হয়তো মুখ্য পথৰ কলাপ্‌চিব্‌ল গে'টখন খুলিয়েই মানুহক ভিতৰলৈ সুমুৱাই নিয়া হ'ব। কিন্তু কি কাৰণে ক'ব নোৱাৰোঁ—গে'টখন খুলি দিয়া হোৱা নাই। সময় কিন্তু যথেষ্ট হৈছিল। হঠাতে এবাৰ দূৰৰপৰা মানুহৰ গতি-বিধি দেখি বুজিলোঁ গে'টখন খুলিছে হ'বলা। আমি এদল মানুহ গে'টখনৰ ফালে গ'লোঁ।

মানুহৰ ঠেলা-হেঁচা, ভিৰৰ ভালেমান ৰূপ দেখিছোঁ। ক্ৰুশ্চভ বুলগেনিনৰ ভাৰত আগমনৰ সময়ত কলিকতাৰ ৰাজপথত মোৰ সম্পূৰ্ণ অনিচ্ছাক্ৰমে দুজন মানুহৰ দুই কান্ধত ভৰি দি কলিকতাৰ ফুটপাথৰ ছাইনব'ৰ্ড খামোচ মাৰি ধৰি থকা অৱস্থাত নিজকে আৱিষ্কাৰ কৰাৰ কথা মনত আছে। মায়া প্লিচেচ্‌কায়াৰ বেলে চাবলৈ বাৰ ঘণ্টাৰ আগৰেপৰা বাদাম চোবাই চোবাই কিউত বহি থকাৰ কথা মনত আছে। কিন্তু 'উৰ্বশী' চিনেমাৰ প্ৰৱেশ-পথত সেইদিনা যিটো দৃশ্য দেখিলোঁ, তাৰ ৰূপ সম্পূৰ্ণ সুকীয়া। বাহিৰৰ প্ৰৱেশোন্মুখ মানুহে প্ৰাণ-পণে কলাপ্‌চিব্‌ল গে'টখনৰ ফাঁকটো বহলাব খুজিছে, ভিতৰৰপৰা দেহৰ সমস্ত শক্তিৰে ফাঁকটো ঠেক কৰিব খুজিছে শ্ৰীফণী তালুকদাৰে। ভিৰৰ মাজত প্ৰাণান্ত হৈ যিজন মানুহে কোনোমতে কলাপ্‌চিব্‌ল গে'টখন পাৰ হৈ ভিতৰত বিভ্ৰান্ত অনুভৱ কৰিলেগৈ সেইজন গুৱাহাটী বিশ্ববিদ্যালয়ৰ বয়োবৃদ্ধ ৰেজিষ্ট্ৰাৰ শ্ৰীচিদানন্দ দাস। যিজন মানুহক মই মানুহৰ হেঁচাৰপৰা উদ্ধাৰ পাবলৈ আপ্ৰাণ সংগ্ৰাম কৰা দেখিলোঁ, সেইজন গুৱাহাটী বিশ্ববিদ্যালয়ৰ স্নাতকোত্তৰ শ্ৰেণীৰ ছেক্ৰেটেৰী শ্ৰীদণ্ডেশ্বৰ গগৈ। যিজন মানুহে কোনোমতে ভিতৰ সোমাই লগত অহা পৰিয়ালৰ অইন এজনৰ অৱস্থা বুজিবলৈ কলাপ্‌চিব্‌ল গে'টৰ মাজেদি উৎকণ্ঠিত হৈ বাহিৰলৈ চাবলৈ ধৰিলে, সেইজন কটন কলেজৰ অধ্যক্ষ শ্ৰীনুৰুল ইছলাম। হঠাতে কাৰোবাৰ ঠেলাত এজুম মানুহ প্ৰচণ্ড জোৰেৰে পিছুৱাই অহাৰ ফলত যি তিনিগৰাকী মহিলা চিটিকি পৰিল তেওঁলোক হ'ল তথ্য আৰু জনসম্পৰ্ক বিভাগৰ ডেপুটি ডাইৰেক্টৰ, সুখ্যাত শিল্পী শ্ৰীৰুদ্ৰ বৰুৱাৰ পত্নী আৰতি বৰুৱা, সুখ্যাত লিখিকা শ্ৰীমতী নিৰুপমা বৰগোহাঞি আৰু অধ্যাপিকা মঞ্জুবালা দাস। শ্ৰীহোমেন বৰগোহাঞিয়ে আতুৰ হৈ

তেখেতৰ পত্নী শ্ৰীমতী বৰগোহাঞিক এহাতেৰে সাবটি ধৰি থাকিল। মোৰ পত্নীয়ে বিবৰ্ণ মুখেৰে ক'লে, 'যাওঁগে, নাচাওঁ।' শ্ৰীৰূদ্ৰ বৰুৱাই হতভম্ব দৃষ্টিৰে আমাৰ মুখলৈ চালে।

অলপ পিচতে, আমি চাই থাকোঁতেই কলাপ্‌চিব্‌ল গে'টখনৰ ওপৰৰ মূৰটো গ্ৰুভৰুপৰা ওলাই আহিল। তাৰ পিচত এসময়ত দেখা গ'ল কিবা উপায়েৰে গে'টখন সম্পূৰ্ণকৈ বন্ধ কৰি দিয়া হৈছে। এবাৰ গৈ দেখিলোঁ তাৰ ওচৰত গাত গা লগাই পুলিচ থিয় হৈছে। চিৰিত থিয় হৈ আছে সুসাহিত্যিক তথ্যচিত্ৰখনিৰ কাহিনীভাগৰ ৰচক যোগেশ দাস, 'আৱাহন' কাকতৰ, অসমৰ বোধকৰোঁ সকলোতকৈ বয়সীয়া সম্পাদক শ্ৰীদীননাথ শৰ্মা আদি।

মাজতে এক মিনিটমানৰ কাৰণে কাৰোবাৰ শুভবুদ্ধি উদয় হোৱাৰ ফলস্বৰূপে মোৰ পত্নী সমন্বিতে আমি একেলগে থকা দলটোৰ তিনিগৰাকী মহিলাই ভিতৰলৈ যোৱাৰ সৌভাগ্য অৰ্জন কৰিলে। অলপ পিচতে হলটোৰ সকলো দুৱাৰ বন্ধ হৈ গ'ল। 'উৰ্বশী' হলৰ চকীদাৰ জাতীয় মানুহৰ বাহিৰে হলটোৰ বাৰাণ্ডাত বা কলাপ্‌চিব্‌ল গে'টসমূহৰ ভিতৰফালে কোনো প্ৰাণীক নেদেখা হ'লোঁ। মটৰ গেৰেজৰ নিচিনা অপেক্ষাকৃতভাৱে নিৰ্জন ঠাই এডোখৰত শ্ৰীহোমেন বৰগোহাঞি শ্ৰীমতী নিৰুপমা বৰগোহাঞিৰ লগত লগত কিংকৰ্তব্যবিমূঢ় হৈ থিয় হৈ আছিল; শ্ৰীবৰগোহাঞিয়ে মোক সুধিলে, 'আমি বাৰু কিয় ইয়াত ৰৈ আছোঁ?' মই ক'লোঁ, 'ৰৈ আছোঁ মানে, মুখ্যমন্ত্ৰী অহাৰ সময়ত নিশ্চয় আকৌ কোনোবা এখন দুৱাৰ খুলিব, তেতিয়া নিশ্চয় আমাৰো এটা সুবিধা হ'ব।'

কিন্তু নহ'ল। মুখ্যমন্ত্ৰীও এসময়ত আহি ভিতৰ সোমাল; আমি এদল মানুহে আমাৰ ভিতৰতে কথা-বতৰা আৰম্ভ কৰিলোঁ। আমি মানে, সাহিত্যিক শ্ৰীতিলক হাজৰিকা, শিল্পী শ্ৰীতৰুণ দুৱৰা, 'অসম বাতৰি'ৰ সম্পাদক শ্ৰীচাৰু মহন্ত, সংগীত শিল্পী শ্ৰীমুকুল বৰুৱা, আকাশবাণীৰ সঞ্চালক শ্ৰীউবেইদুল লতিফ বৰুৱা, 'সৰাপাত'-'তেজীমলা'ৰ নিৰ্মাতা শ্ৰীআনোৱাৰ হুছেইন—এইসকল। আমাৰ মাজত পিচে বৰ ৰসাল আলোচনা চলিল। কোনোবাই মাজে মাজে আহি অসম বিধানসভাৰ বিৰোধী দলপতি শ্ৰীগৌৰীশংকৰ ভট্টাচাৰ্য উভতি গ'ল—এই জাতীয় একো একোটা খবৰ দি গ'ল। এবাৰ শ্ৰীতৰুণ দুৱৰাই ক'লে, 'চিঠিখনৰ তলত যদি লিখি দিলেহেঁতেন যে আপুনি ছবিখন চাবলৈ চেণ্ড' গেঞ্জি পিন্ধি আহিব, তেনেহ'লেতো আজি এই দুৰ্দশা নহ'লহেঁতেন! বাহাদুৰৰ নিচিনাকৈ ডাইভ কৰি সোমাই গ'লোঁহেঁতেন।''

ত্ৰিছমাইল দূৰত এখন ফুটবল খেল পৰিচালনা কৰি বাহিৰে বাহিৰে ছবি চাবলৈ অহা সুখ্যাত ৰেফাৰী শ্ৰীসুৰেনৰাম ফুকনে খেলপথাৰৰ ইতিহাস সুঁৱৰি ক'লে, 'পলোৱাই ভাল, চি-আৰ-পি ওলালে সৰ্বনাশ হ'ব।'

মানুহবোৰ কিমান পৰলৈকে বাহিৰত ৰৈ আছিল ক'ব নোৱাৰোঁ, হঠাতে এবাৰ

কৰ্মৰত পুলিচ বিষয়া, একালৰ আমাৰ ছাত্ৰ শ্ৰীমহদা ভূএগ্রাই মোক মাতিলে, 'ছাৰ, আহকচোন।' দেখিলোঁ তেওঁ শ্ৰীতিলক হাজৰিকাকো মাতিছে। আমাৰ লগত সাংবাদিক, লিখক শ্ৰীৰতন শৰ্মাও আছিল। 'উৰ্বশী' চিনেমা হলৰ পিছফালৰ এটা সুৰসুৰীয়া, লেতেৰা বাটেদি নি শ্ৰীভূএগ্ৰাই আমাক, মই আগতে কেতিয়াও নেদেখা ঠাইৰ অইন এখন কলাপ্‌চিব্‌ল গে'টৰ সন্মুখত উলিয়ালেগৈ। এজন চিনেমা হলৰ কৰ্মচাৰীয়ে তলাটো খুলি বাট এটা উলিয়াই দিলে। সোমোৱাৰ লগে লগে আমাক অইন এজন কৰ্মচাৰীয়ে ক'লে—'চিনেমা হল মেনেজমেণ্টৰ ফালৰপৰাহে আপোনালোকক সোমাবলৈ দিছোঁ, সাহিত্য সভাৰ ফালৰ পৰা নহয়।'

আমাক ওপৰৰ বেলকনিলৈ সুমুৱাই দিয়া হ'ল। আৰু গোটেই সন্ধিয়াটোৰ ভিতৰত চৰম আশ্চৰ্যই মোক আঘাত কৰিলে বুলিয়েই ক'ব লাগিব—যেতিয়া মই দেখিলোঁ, ভিতৰত আটাইতকৈ বেছি শূন্য আসন নিৰ্লজ্জ অন্ধকাৰত ডুবি আছে। অলপ সময় চকুৰ দৃষ্টি ঠিক কৰি লৈ মই চকীবোৰকে চাই ৰ'লোঁ। তাৰপিচতে যেতিয়া পৰ্দাৰ ফালে চকু ঘূৰাওঁ, তেতিয়া সদ্যোজাত বেজবৰুৱাই কান্দিছে। নাকান্দি আৰু কি কৰিব!

এবাৰ দেখিলোঁ পৰ্দাত শিশু বেজবৰুৱাক ওচৰত লৈ এজন সোণাৰিয়ে কাম কৰিছে। অভিনেতাজন শ্ৰীতৰুণ দুৱৰা। চেণ্ড' গেঞ্জি পিন্ধি নহাৰ কাৰণে হলৰ বাহিৰত দুখ কৰি থকা এই শিল্পীজনৰ কথা মনত পৰি মোৰ লাজ লাগিল।

ওলাবৰ সময়ত কিন্তু বৰ শান্তিৰে ওলালোঁ। কাৰণ ভিতৰত মানুহৰ সংখ্যা কম আছিল। হলটোৰপৰা ওলাই ডাঙৰ ৰাস্তা পাইছোঁহি, দেখিলোঁ, সেইখিনিতে 'নীলাচল'ৰ প্ৰতিষ্ঠাতা শ্ৰীমুনীন্দ্ৰনাৰায়ণ দত্তবৰুৱা থিয় হৈ আছে। তেখেতে ক'লে, 'সোমাব নোৱাৰিলোঁ বুইছে। আপুনি সোমাল নে কি?'

সেইখিনিত ৰৈ কথা পাতিবৰ উপায় নাছিল। 'নিলাজ কাৰণে সোমালোঁ।'—বুলি কৈ মই আঁতৰি আহিলোঁ।

# ০২. অসম জাতীয় নাট্যশালা

## এক

যোৱা দুবছৰত অসমত এটা জাতীয় নাট্যশালা প্ৰতিষ্ঠাৰ কাৰণে কৰা আন্দোলনে গা কৰি উঠিছিল। এইটো এটা সাংস্কৃতিক ভেটিত, সুৰুচিপূৰ্ণ প্ৰণালীৰে পৰিচালিত,

অত্যন্ত মাৰ্জিত আন্দোলন আছিল। এই আন্দোলনৰ ফলাফলসমূহ কেইবাটাও পৰ্যায়ৰ মাজেদি আগবাঢ়িছিল; আৰু শেহতীয়া ফল হিচাপে অক্টোবৰৰ ১৭, ১৮ আৰু ১৯ তাৰিখে গুৱাহাটীত শিল্পীসকলৰ নিয়ম-তন্ত্ৰখন গ্ৰহণ কৰা হয়। সমূহ শিল্পী আৰু কলামোদী ৰাইজক লৈ, সময়ে সময়ে, জাতীয় নাট্যশালা সম্পৰ্কে আলোচনা-চৰ্চা আদি কৰি থকাৰ নিতান্ত প্ৰয়োজন আছিল, কিন্তু যোৱা ২২ অক্টোবৰ তাৰিখৰ 'আছাম ট্ৰিবিউন'ত এটা সম্পাদকীয় প্ৰবন্ধ প্ৰকাশিত হোৱাত অবিলম্বে এই আলোচনা মুকলি কৰাৰ প্ৰয়োজনে দেখা দিলে। প্ৰবন্ধটোত diffused efforts, woolly thinking, luxury of a National Theatre, dubious utility, nebulous venture আদি শব্দসমূহ আছে; আনহাতে জাতীয় নাট্যশালাৰ আঁচনিখনৰ লগত আদিৰে পৰা এতিয়ালৈকে জড়িতসকলৰ ভিতৰত আছে বিষ্ণু ৰাভা, ফণী শৰ্মা, ড° ভূপেন হাজৰিকা, কুলদা ভট্টাচাৰ্য, অৰুণ শৰ্মা, লক্ষ্যধৰ চৌধুৰী, যুগল দাস, সৰ্বেশ্বৰ চক্ৰৱৰ্তী, পৰাগধৰ চলিহা, শৈল বৰুৱা, ফণী তালুকদাৰ, চন্দ্ৰ গোস্বামী আদি—এইসকল লোক। অসম চৰকাৰৰ তৰফৰ পৰা আগৰ কথা নকওঁ, কেৱল অভিবৰ্তনখনতেই দেখা পাইছিলোঁ উদ্বোধকৰূপে মুখ্যমন্ত্ৰী শ্ৰীচলিহাদেৱক, সামৰণি সভাৰ সভাপতিৰূপে শিক্ষামন্ত্ৰী শ্ৰীহাগজেৰদেৱক, প্ৰতিনিধিসভাত দক্ষতাৰে কাৰ্য পৰিচালনা কৰা সভাপতিৰূপে শিক্ষা সচিব শ্ৰী ৰছিদুজ্জামান আহমেদ আৰু শিক্ষা বিভাগৰ সঞ্চালক শ্ৰীসুৰেশ চন্দ্ৰ ৰাজখোৱাক, প্ৰতিনিধি সভাৰ সুদীৰ্ঘ অধিবেশনত উপস্থিত থাকি সুচিন্তিত আৰু মূল্যবান অভিমতেৰে সহায় কৰোঁতাৰূপে তথ্য আৰু জনসম্পৰ্ক বিভাগৰ সঞ্চালক শ্ৰীদুলাল চন্দ্ৰ ভূঞা আৰু অৰ্থ সচিব শ্ৰীগণেশ চন্দ্ৰ ফুকনক। এইসকল লোক আৰু ওপৰত উল্লেখ কৰা প্ৰবন্ধটোৰ শব্দসমূহ;—এই দুয়োৰে মাজত সম্পৰ্ক স্থাপন কৰটো বৰ টান কাম। এইটো হ'ল এই আলোচনা মুকলি কৰাৰ প্ৰথম কাৰণ। দ্বিতীয় কাৰণ হ'ল—অসমৰ সমস্যাসমূহৰ ক্ষেত্ৰত 'আছাম ট্ৰিবিউন' কাকতৰ সম্পাদকীয় মন্তব্যৰ মূল্য আছে। সেইদিনাই প্ৰকাশিত, আমেৰিকাই পাকিস্তানক পেটন টেংক কিনাত সহায় কৰা সম্পৰ্কীয় আনটো সম্পাদকীয় প্ৰবন্ধ পঢ়ি আমেৰিকাৰ চৰকাৰে থতমত খাৱক নেখাৱক, জাতীয় ন্যাট্যশালা সম্পৰ্কীয় প্ৰবন্ধটো পঢ়ি অসমৰ শিল্পী, কলামোদী ৰাইজ আৰু অসম চৰকাৰে থতমত খোৱাৰ সম্ভাৱনা আছে। সেইকাৰণে এই প্ৰবন্ধটোৰেই আলোচনা মুকলি কৰাৰ প্ৰয়োজন হৈছে। তৃতীয় কাৰণ হ'ল, উক্ত অভিবৰ্তনত গঠিত পৰিচালনা সমিতি (গভৰ্ণিং বডি)ত মোক সদস্য হিচাবে অন্তৰ্ভুক্ত কৰা হৈছে। মই এটা নিশ্চিত উদ্দেশ্য আৰু কৰ্মপন্থাৰ প্ৰতি আনুগত্য আৰু সুচিন্তিত সমৰ্থন আগবঢ়াইহে এই সদস্যপদ গ্ৰহণ কৰিছোঁ। এই আলোচনাৰ মুকলি কৰাটোও হ'ল এই সদস্য পদৰ দায়িত্ব পালন কৰা। কোনো ধৰণৰ অপ্ৰীতি-অসূয়াক প্ৰশ্ৰয় নিদিয়াকৈ, অত্যন্ত সংযমেৰে মই এই দায়িত্ব পালনৰ চেষ্টা কৰিম।

প্ৰবন্ধটোৰ আৰম্ভণিৰ কথাখিনিৰ মূলভাব হ'ল, অসমত সংগীত নাটক একাডেমী হ'ল, ললিত কলা একাডেমী হ'ল, অইন কোনো ৰাজ্যত নহওঁতেই চৰকাৰৰ পৃষ্ঠপোষকতাত ফিল্ম ষ্টুডিঅ' হ'ল, আৰু এতিয়া সকলো ৰাজ্যৰ আগতে,—ইয়াত এটা জাতীয় নাট্যশালা হ'ল! চৰকাৰৰ পৃষ্ঠপোষকতাত প্ৰতিষ্ঠিত প্ৰতিষ্ঠানৰ সংখ্যাই যদি সাংস্কৃতিক উন্নয়নৰ জোখ হয়, তেনেহ'লে ভাৰতৰ সাংস্কৃতিক পুনৰুত্থানৰ (অভ্যুদয়, অভ্যুত্থান) ক্ষেত্ৰত (renaissance : a new birth, the revival of arts and letters, the transition from the Middle Ages to the modern world) অসমে সমুখ শাৰীত (vanguard : the foremost of an army, & c., the forefront, those who lead the way or anticipate progress) ঠাই পাব।

মোৰ বোধেৰে প্ৰথম কথা,—একমাত্ৰ renaissance শব্দটো আমি এতিয়া পোনে পোনে ব্যৱহাৰ নকৰোঁ। দ্বিতীয় কথা,—অসম সংগীত নাটক একাডেমী, অসম ললিত কলা একাডেমী, ফিল্ম ষ্টুডিঅ' আৰু অসম জাতীয় নাট্যশালা,—এই চাৰিটা চৰকাৰৰ পৃষ্ঠপোষকতাত গঢ় লোৱা অনুষ্ঠানেই যদি অসমক ভাৰতৰ সাংস্কৃতিক ক্ষেত্ৰত সমুখ-সেনাপতি কৰি তোলে, তেনেহ'লে এইটোতো বৰ আনন্দৰ কথা! অশেষ পৰিশ্ৰম আৰু সাধনাৰে সাধন কৰিবলগীয়া এটা বিৰাট কাম প্ৰায় নগণ্য আয়োজনেৰেই সাধিত হ'ব; এইটো ভাল কথাহে! তৃতীয় কথা,—'চৰকাৰৰ পৃষ্ঠপোষকতাত অসমত প্ৰথম'ৰ তালিকাখন দেখি বৰ্তমানে আমাৰ শংকিত হ'বলগীয়া একো হোৱা নাই, বৰঞ্চ চৰকাৰৰ পৃষ্ঠপোষকতাত ভাৰতৰ অইন ৰাজ্যৰ তুলনাত অসমত কি কি হোৱা নাই, তাৰ তালিকাখন দেখি আমাৰ গোটেই জাতিটোৱে আত্মাহুতি দিবলগীয়া হৈ আছে; দিয়াহে নাই।

প্ৰবন্ধটোত কোৱা হৈছে যে উদ্বোধনী ভাষণত মুখ্যমন্ত্ৰী শ্ৰীচলিহাই আৰু পিচৰ দুজনমান বক্তাই জাতীয় নাট্যশালাৰ মূল উদ্দেশ্য হিচাপে সংহতিৰ প্ৰতি অৱদান দিয়া আৰু বিভেদকামিতাৰ বিৰুদ্ধে যুদ্ধ কৰাৰ সম্পৰ্কে যি ক'লে, অভিবৰ্তনৰ আলোচনা-বিলোচনাত সেই কথাৰ সুৰ প্ৰতিধ্বনিত নহ'ল। এটা কথা। বৰ্তমান আমাৰ দেশৰ সংহতি আৰু ঐক্যৰ ক্ষেত্ৰত যি সংকটে দেখা দিছে, তাৰ কথাই আমাৰ চিন্তাশীল সকলোকে, বিশেষকৈ আমাৰ জাতীয় নেতাসকলক আচ্ছন্ন কৰি ৰখাটো স্বাভাৱিক। জনসাধাৰণক এই সংকট মুহূৰ্তৰ কৰ্তব্য সম্পৰ্কে সজাগ কৰি দিয়াৰ প্ৰত্যেকটো সুবিধা জাতীয় নেতাসকলে গ্ৰহণ কৰাটো স্বাভাৱিক আৰু উচিত। অকল জাতীয় নাট্যশালাৰ উদ্বোধনী ভাষণত কিয়, জাতীয় চিমেণ্ট কাৰখানাৰ উদ্বোধনী ভাষণত, মৰাপাট কলৰ উদ্বোধনী ভাষণত—মুঠতে প্ৰত্যেক অনুষ্ঠানৰ প্ৰত্যেক ভাষণত ৰাজখনৰ মুখ্যমন্ত্ৰীয়ে জনসাধাৰণক, শিল্পীক, বিষয়াক, খেলুৱৈক,—সকলোকে ৰাজ্যখনৰ সমস্যাসমূহৰ বিষয়ে সকিয়াই দিয়াৰ থল আৰু অৱকাশ আছে। সেইবুলি মুখ্যমন্ত্ৰীয়ে এইযাৰ কথা কেতিয়াও

বুজাব খোজা নাছিল যে— আপেনালোকে মূলতে সংহতি ৰক্ষাৰ চেষ্টা কৰক, বিভেদকামী শক্তিসমূহক জাতীয় নাট্যশালাৰ মজিয়াত ধ্বংস কৰক, তাকে কৰোঁতে যদি অলপ নাট্যাভিনয়ো হয়, হওক। তেখেতে নিশ্চয় এইটোহে অৰ্থ কৰিছিল যে জাতীয় নাট্যশালাৰ চিন্তা-চৰ্চা, কাৰ্যসমূহ এনে হোৱা উচিত যাতে তাৰ মাজেদি দেশখনৰ সংহতি আৰু ঐক্যৰ প্ৰতি উল্লেখযোগ্য বৰঙণি আগবঢ়োৱা কামটোও হৈ থাকে। মুখ্যমন্ত্ৰীৰ এই বাণী সভাত থকা সকলোৱে নিশ্চয় সাৰোগত কৰি লৈছিল। কিন্তু তাৰ পিচৰ পৰা আৰম্ভ হৈছিল অভিবৰ্তনৰ মুখ্য কাম—প্ৰতিনিধি সভাত জাতীয় নাট্যশালাৰ নিয়ম-তন্ত্ৰখন গ্ৰহণ কৰা। এইটো আছিল এটা কামৰ কাম। এই কামৰ মাজত আমি কি পৰিমাণে মুখ্যমন্ত্ৰীৰ বাণীৰ প্ৰতিধ্বনি শুনিবলৈ আশা কৰোঁ? 'দফা নম্বৰ দহ, (ঘ)— সভ্যসকলৰ এক দশমাংশ উপস্থিত থাকিলে সাধাৰণ সভাৰ থূল (Quorum) হ'ব। স্থগিত সভাৰ কাৰণে থূলৰ প্ৰয়োজন নহ'ব।'—এই দফাটো আলোচনা কৰোঁতে আমি এক-দশমাংশ নে, এক চতুৰ্থাংশ নে এক তৃতীয়াংশ,—এই কথাটোৰ ওপৰত আলোচনা কৰিব পাৰোঁ ; কিন্তু এই আলোচনাত আমি কেনেকৈ মুখ্যমন্ত্ৰীৰ বাণীৰ প্ৰতিধ্বনি সৃষ্টি কৰিব পাৰোঁ? 'জাতীয় সংহতিৰ নামত সভ্যসকলৰ এক দশমাংশ .....' ইত্যাদি?

উল্লেখযোগ্য কথা হৈছে, অভিবৰ্তনখনৰ শেষলৈকে য'তে সুবিধা ওলাইছে, ত'তে বিভিন্ন বক্তাই জাতীয় ঐক্য আৰু সংহতিৰ কথা উল্লেখ কৰিয়েই আছিল, আনকি প্ৰায় সকলোৱেই পৰম আন্তৰিকতাৰে আৰু শ্ৰদ্ধাৰে মুখ্যমন্ত্ৰীৰ ভাষণৰ কথা উল্লেখ কৰি কথা কৈছিল। তাতোকৈ ডাঙৰ কথা হৈছে, গ্ৰহণ কৰা নিয়ম-তন্ত্ৰখনৰ আঁহে-আঁহে মুখ্যমন্ত্ৰীৰ বাণী সোমাই আছে। আৰু আটাইতকৈ ডাঙৰ কৰ্তব্য হৈছে, অভিবৰ্তনত কোনে কি সুৰ প্ৰতিধ্বনিত কৰিলে-নকৰিলে, সেইটো বিচাৰ কৰাতকৈ জাতীয় নাট্যশালাৰ ভৱিষ্যৎ কামৰ মাজত মুখ্যমন্ত্ৰীৰ কথাৰ কাৰ্যলৈ ৰূপান্তৰিত হোৱা কিবা আছে নে নাই, সেইটো বিচাৰ কৰিবলৈ অপেক্ষা কৰা।

আৰু এটা কথা উল্লেখ কৰি থোৱা ভাল। নাট্যাভিনয় সম্পৰ্কীয় অভিবৰ্তন কাৰণে মুখ্যমন্ত্ৰী ডাঙৰীয়াই নিজেই কৈছিল যে নাট্যকলা সম্পৰ্কে তেখেতে বিশেষ একো নকয়, কাৰণ সেই বিষয়ে তেখেত বিশেষজ্ঞ নহয়। গতিকে, নাট্যাভিনয় সম্পৰ্কীয় অভিবৰ্তন এখনত আজীৱন নাটঘৰৰ লগত জড়িত ইমানবোৰ প্ৰখ্যাত শিল্পীয়ে ইমানবোৰ কথা ক'লে, তাৰ মাজত মুখ্যমন্ত্ৰীৰ কথাৰ প্ৰতিধ্বনি (অবিকল পুনৰাবৃত্তি) বিচাৰি নাপাইহে পৰিতাপ কৰিবলগীয়া হ'ল।

Woolly thinking woolly : lacking in clearness, (firmness and definition) Dubious utility (dubious : doubtful, undetermined) আৰু nebulous venture,— এই শব্দবোৰৰ ক্ষেত্ৰত মই এইটোকে ক'ব পাৰোঁ যে এইকেইটা শব্দৰ লগত মোৰ

আৰু মই জনাত জাতীয় নাট্যশালাৰ উদ্যোক্তাসকলৰ বহুতৰে সম্পৰ্ক নাই। এই সম্পৰ্কে চূড়ান্ত উত্তৰ অসমৰ মুখ্যমন্ত্ৰী ডাঙৰীয়াই দিব পাৰিব; কাৰণ তেখেতে যোৱা প্ৰায় দুবছৰে এই thinking আৰু venture সম্পৰ্কে ভালকৈ জানি আছে। শব্দকেইটাই সজ্ঞ thinking আৰু venture কৰাৰ শক্তি থকাসকলোকে আঘাত কৰি দুখ দিব। মোৰ বক্তব্য হিচাপে nebulous শব্দটোৰ কথা কওঁ। Nebulous মানে Misty, hazy, vague, clouded ; অৰ্থাৎ Vetureটো কুঁৱলীয়ে আৱৰা, অস্পষ্ট, ডাৱৰে আৱৰা ইত্যাদি। দূৰৰপৰা চালেতো শিৱদ'লৰ কলচীও কুঁৱলীয়ে আৱৰি থকা, অস্পষ্ট দেখি! ওচৰ চাপি আহিলেতো সেই কুঁৱলীয়ে উভতি চালে আমনি নকৰে। বৰঞ্চ তেতিয়া আগতে য'ত থিয় হৈ আছিলোঁ, সেই অঞ্চলটোহে ধুঁৱলী-কুঁৱলী দেখি!

মোৰ বিশ্বাস অসমত দ্বিতীয় তেল শোধনাগাৰ, ব্ৰহ্মপুত্ৰৰ ওপৰৰ দ্বিতীয় দলং, ব্ৰডগজ ৰে'লৰ আলি আদিৰ ক্ষেত্ৰত কেন্দ্ৰীয় চৰকাৰৰ কৰ্তাসকলেও চাগৈ ঠিক এই শব্দবোৰকে প্ৰয়োগ কৰে।

শিল্পী আৰু কলামোদী ৰাইজে, চৰকাৰৰ পৰা আৰম্ভ কৰি আমাৰ নিচিনা সাধাৰণ উদ্যোক্তালৈকে প্ৰত্যেকেই আটাইতকৈ বেছি আঘাত পাব Luxury of a National Theatre বোলা কথাষাৰত। Luxury মানে বিলাসিতা। সিদিনা যে শ্ৰীফণী শৰ্মাই— 'এই ষাঠি বছৰ বছৰ বয়সত মই মুখত ৰং সানি গাঁৱে গাঁৱে থিয়েটাৰ কৰি ফুৰিছোঁ; মুখৰ ৰং মচিবলৈ মই এটুকুৰা ফটাকানি বিচাৰি নাপাওঁ'—বুলি বুকুৰ তেজ ওলাই আহিব খোজাকৈ চিঞৰি ক'লে,— সেয়া বিলাসিতাৰ শব্দ? এটা সুসংবদ্ধ প্ৰণালীতে 'নটসূৰ্য' ফণী শৰ্মাৰ মুখৰ মেক্-আপৰ ৰং গুচাবলৈ ওচৰত চাবোন, তেল, গামোচা লৈ মানুহ এটা থিয় হৈ থকাৰ ব্যৱস্থা কৰিব পৰাটো বিলাসিতা? ভাল নাটক এখন চাবলৈ অসমৰ ৰাইজে শ্ৰীশম্ভু মিত্ৰলৈ যাতে বাট চাই থাকিব নালাগে, তাৰ ব্যৱস্থা কৰাটো বিলাসিতা? নাটকৰ ট্ৰেইনিং লৈ আহি নিজৰ প্ৰতি, পিতৃ-মাতৃৰ প্ৰতি, সমাজৰ প্ৰতি দায়িত্ব পালন কৰিব নোৱাৰি আত্মহত্যা কৰিবলৈ ওলোৱা ডেকাইতক ধৰি ৰাখিবলৈ চেষ্টা কৰা বিলাসিতা? সূত্ৰধাৰী নাচ নচাজনৰ গাৰ, টিনৰ, বাকচৰ মামৰে খোৱা, খাৰে ধৰা সাজটোৰ গোন্ধ যাতে দুহাত দূৰৰ পৰাই নাপায়, নাচি থাকোঁতে যাতে মানুহজনক উৰহে নাকামোৰে তাৰ ব্যৱস্থা কৰাটো বিলাসিতা?

প্ৰবন্ধটোত অসমৰ এনেহেন আৰ্থিক দুৰৱস্থাৰ দিনত জাতীয় নাট্যশালাৰ কাৰণে অৰ্থ ব্যয় কৰিব পাৰিনে—এই প্ৰশ্নৰ উত্থাপন কৰা হৈছে। সুখৰ কথা, তাৰ পিচতে প্ৰবন্ধটোত অসমৰ লব্ধপ্ৰতিষ্ঠ নাট্যগোষ্ঠীসমূহক টকা-পইচাকে আদি কৰি সকলো ধৰণৰ সাহায্য দিয়াৰ কথা কোৱা হৈছে। বিৰাট অঞ্চল ৰাজহুৱা ধন খৰচ কৰি পতা একাডেমীকেইখন লুপ্তপ্ৰায়; টকা-পইচা আৰু আন আন বিষয়ত বৰ বেছি ধৰণৰ অনিয়মৰ কাৰণে একাডেমীকেইখনে বিধান সভাৰো দৃষ্টি আকৰ্ষণ কৰিছে বুলি প্ৰবন্ধটোত

কোৱা হৈছে, আৰু তাৰপিচতে নাট্য গোষ্ঠীসমূহক উক্ত সাহায্য দিয়া কামটো সংগীত নাটক একাডেমীৰ কাৰ্যৰ অংশ হ'ব পাৰে বুলি কোৱা হৈছে!

আটাইতকৈ সুখৰ কথা এই সাহায্য-প্ৰদান কাৰ্য, নাটক সম্পৰ্কে গৱেষণা কেন্দ্ৰ, প্ৰশিক্ষণ কেন্দ্ৰ, প্ৰকাশন বিভাগ—এইবোৰৰ কাৰণে এটা স্বতন্ত্ৰ Theatre Institute প্ৰতিষ্ঠিত হ'ব লাগে বুলি প্ৰবন্ধটোত পৰামৰ্শ আগবঢ়োৱা হৈছে।

এই Theatre Instituteটোৱেই কিজানি অভিবৰ্তন আৰু চৰকাৰে বিচৰা জাতীয় নাট্যশালা?

হ'ব পাৰে। এই কথাটো বুজিবলৈ জাতীয় নাট্যশালা কি,—এই কথাটো বিচাৰ কৰি চাব লাগে। ইয়াৰ পিচত আমি সেই আলোচনা কৰিম।

## দুই

অসম জাতীয় নাট্যশালাৰ উদ্দেশ্য আৰু প্ৰয়োজনীয়তাৰ কথা ক'ব খুজি মই নাটক মঞ্চস্থ কৰাৰ দুটা আয়োজনৰ বৰ্ণনা দিয়াৰ প্ৰয়োজন অনুভৱ কৰিছোঁ। এই দুটা বৰ্ণনাৰ পিচত আৰু বিশেষ ক'বলগীয়া বাকী নাথাকিবও পাৰে।

প্ৰথমটো আয়োজন হৈছিল অসমৰ এখন চহৰত, দ্বিতীয়টো হৈছিল অসমৰ বাহিৰৰ এখন চহৰত। আজি প্ৰথমটোৰ বৰ্ণনা দিওঁ।

পিছফালৰ বাৰাণ্ডাত বে'ড কভাৰেৰে মঞ্চ সজা, একুৰিমান চেফ্‌টিপিন মাৰি বায়েকৰ ৰিহা-মেখেলা পিন্ধি নাচনী হোৱা, নিজৰ জীয়েকজনী কেতিয়া ওলায় তাকে চাবলৈ মাক অধীৰ হৈ বহি থকা, এই ধৰণৰ আয়োজনৰপৰা আৰম্ভ কৰি, গোঁসানী উটুৱাই আহি বিজয়াৰ গধূলি পূজা-মণ্ডপৰ উদং ৰভাতলিত বহি, খৰাহিৰ তলিৰ শেষ মাহ-চাউল মুঠি চোবাই চোবাই, 'এইবাৰ কালী পূজাত আমিও থিয়েটাৰ এখন কৰোঁ দে'—বুলি বয়োবৃদ্ধ, প্ৰসিদ্ধ নাটশিল্পী কিবা এক উষ্মাৰ জোৰত মঞ্চত অৱতীৰ্ণ হোৱালৈকে,—বিভিন্ন ধৰণৰ শত-সহস্ৰ আয়োজনৰ মাজৰপৰা মই এটা typical, প্ৰতিনিধিত্বমূলক আয়োজন বৰ্ণনাৰ কাৰণে বাছি লৈছোঁ।

সেই সময়ত চহৰখনত কেইবাজনো নাট্যাভিনয়ৰ প্ৰতি আগ্ৰহ থকা ডেকা গোট খাইছিল। এওঁলোকৰ ভিতৰত উচ্চ শিক্ষা সাং কৰি আহি, চাকৰিৰ কথা ভাবি ভাবি, মাক-দেউতাকৰ লগত জিৰণি লোৱা শিল্পী, প্ৰবাসৰ শিক্ষানুষ্ঠানত অভিনয় কৰি পুৰস্কাৰ পোৱা বন্ধত ঘৰলৈ অহা শিল্পী, কথাছবি এখন কৰাৰ পৰিকল্পনাৰে অসমৰ তিনিখনমান চহৰ টেক্সীৰে পৰিভ্ৰমণ কৰি আহি ধীৰ-স্থিৰ-শান্তভাৱে নিজৰ ব্যৱসায়টোৰ গা টঙোৱাবলৈ চেষ্টা কৰা শিল্পী আদি আছিল। 'কিবা এটা কৰিব লাগে, কিন্তু কি কৰা

যায়?'—এনেদৰে চিন্তা কৰা, আৰু পুৱা-গধূলি প্ৰচুৰ অৱসৰৰ সময় থকা কেইজনমান স্থানীয় ডেকাই এই সময়তে ঠিক কৰিলে এখন থিয়েটাৰ পতা যাওক। কাৰণটো ক'ব নোৱাৰোঁ, কিন্তু এইটো কথা সঁচা যে বছৰৰ বেছিভাগ সময় অইন চহৰত কটাই বন্ধত ঘৰলৈ অহা ডেকাসকলৰ নিজৰ চহৰখনত মূল্য বাঢ়ে; চহৰখনৰ ওপৰত তেওঁলোকৰ প্ৰভাৱো অলপমান বাঢ়ে। স্থানীয় ডেকা কেইজনে এই ঘটনাটোৰ সুবিধা লোৱাটো ঠিক কৰিলে। তেওঁলোকে এদিন সকলোকে গোটাই এখন সভা পাতিলে। কেইবাজনো নিমন্ত্ৰিত স্থানীয় ডেকা সভালৈ নাহিল; তেওঁলোকে 'বিশেষ কাৰণত আজি যাব নোৱাৰিলোঁ, কিন্তু সভাই যি কৰে তাত মোৰ পূৰ্ণ সমৰ্থন থাকিব।'—এই জাতীয় একোটা খবৰ পঠিয়ালে। সভাত ঠিক হ'ল এখন থিয়েটাৰ কৰিব লাগে। ক'ত কৰা হ'ব থিয়েটাৰখন? অমুক হলত? নহয় নহয়, অমুক হলটোৰ ঠাইডোখৰ বৰ গণ্ডগোলীয়া। যিমানেই ভাল থিয়েটাৰ নহওক, থিয়েটাৰ হৈ থাকোঁতে টিনৰ ওপৰত শিলগুটি পৰিবই। গতিকে তমুক হলত। কিন্তু তমুক হলটো এমূৰীয়া, থিয়েটাৰ চোৱাৰ ইচ্ছা থাকিলেও দূৰ কাৰণেই বহুত তিৰোতা মানুহ যাব নোৱাৰিব। তদুপৰি তমুক হলত চকীও নাই। গতিকে অমুক হলত। চহৰখনত হল, মানে ডাঙৰ, মুকলি, এটা মূৰত অলপ আঁৰ-বেৰেৰে ওখ ভেঁটি এটা থকা ঘৰ বুলিবলৈ সেই দুটাই। ভালেমান সময়ৰ কথা কটা-কটিৰ পিচত থিয়েটাৰখন তমুক হলত কৰাটোৱেই ঠিক হ'ল। কাৰণ উদ্যোক্তাসকলৰ হুলস্থূল কৰি, গতানুগতিক ধৰণৰ, সস্তীয়া থিয়েটাৰ কৰাৰ ইচ্ছা নাই। 'ভাল, নতুন ধৰণৰ কিবা এটা কৰিব লাগে।' ভাল কিবা এটা কৰিলে, য'তে নকৰক, চাবলৈ মানুহ যাবই।

সভাখনত নতুন, চাঞ্চল্যকৰ কিবা এটা কৰাৰ ওপৰত, পাব্লিকক 'চামথিং নিউ' দিয়াৰ ওপৰত সকলোৱে গুৰুত্ব আৰোপ কৰিলে। কিন্তু তাৰ কাৰণে উপযোগী নাটক পোৱা যায় ক'ত? এই চলি থকা নাটককেইখন এতিয়া আৰু কৰিও ভাল নালাগে, চাবলৈ মানুহো নাহে। অমুকে লিখি থোৱা নতুন নাটকখন এজনে পঢ়ি চাইছে, বেয়া হোৱা নাই, কিন্তু চিন (scene)বোৰ পটক্ পটক্কৈ চেঞ্জ হয়। তদুপৰি অখ্যাত লিখকৰ নতুন নাটক মঞ্চস্থ কৰি 'মাৰ' খোৱাৰ সম্ভাৱনাৰপৰা আঁতৰি থকাই শ্ৰেয় বুলি সভাত প্ৰায় সকলোৱে মত প্ৰকাশ কৰিলে। শেষত সিদ্ধান্ত গ্ৰহণ কৰা হ'ল এখন বিখ্যাত ইংৰাজী নাটক অনুবাদ কৰি মঞ্চস্থ কৰা হ'ব। অনুবাদৰ কামটো মোক কৰিবলৈ দিয়া হ'ল। মই ইমান কম সময়ৰ ভিতৰত ইমান টান কাম এটা কৰাৰ কথাত ভয় খালোঁ; কিন্তু পিচলৈ মোৰ সেই ভয় একেবাৰে নাথাকিল; কাৰণ মই নাটকখন অনুবাদ কৰিবলগীয়া হ'ল বাংলা ভাষাৰপৰা। (নাটকখনৰ প্ৰতি আকৃষ্ট হৈ মই থিয়েটাৰ হৈ যোৱাৰ পিচত মূল ইংৰাজী নাটকখন সংগ্ৰহ কৰিছিলোঁ)।

নাটক প্ৰস্তুত হ'ল। চেমনীয়া ল'ৰা-ছোৱালীৰ হতুৱাই তিনিটা কপিও কৰোৱা হ'ল। তাৰ পিচত প্ৰশ্ন উঠিল— কোনে কোনটো পাৰ্ট কৰিব। নাটকখনত দীঘলীয়া, উত্তেজনাপূৰ্ণ

বচন মাতিবলগীয়া চৰিত্ৰ আছে মুঠতে চাৰিটা, কিন্তু উত্তেজনাহীন চুটি বচন মতাৰ নামত ঘৰৰ পৰা এখোজো লৰচৰ কৰিব নোৱৰাকৈ অভিনয় জগতত প্ৰতিষ্ঠা লাভ কৰা শিল্পী হ'ল প্ৰায় দহজন। এটা সুস্থ আয়োজনৰ ফালৰপৰা, চহৰখনৰ সকলো শ্ৰেণীৰ, সকলো ভাগৰ মানুহৰ সহানুভূতি পোৱাৰ ফালৰপৰা এই দহোজন মানুহ প্ৰয়োজনীয়, কিন্তু দীঘলীয়া, উত্তেজনাপূৰ্ণ বচন থকা চৰিত্ৰ চাৰিটাহে! কিন্তু কি কৰা যায়? পিচে একো কৰিবলগীয়া নহ'ল; নাটকখনৰ কথাবোৰ থূলমূলকৈ জনাৰ পাচত্ 'অমুক পাৰ্টটো মই কৰিম, তমুক পাৰ্টটোহে মই ফুটাই তুলিব পাৰিম, ইয়াৰ ভিতৰত মই কৰিব পৰা পাৰ্ট অমুকটোহে আছে'—ইত্যাদি কৈ প্ৰকাৰান্তৰে চাৰিজনে চাৰিটা ভাও নিজৰ দখললৈ নি ল'লে, আৰু নিজৰ নিজৰ চৰিত্ৰটো 'ষ্টাডি' কৰিবৰ কাৰণে একোকপি নাটক ঘৰলৈ লৈ গ'ল। তাৰ কেইদিনমানৰ পিচত্ সন্ধিয়া আমি য'ত গোট খাওঁ, তাত প্ৰতিষ্ঠিত শিল্পীসকলৰ বাকী ছজনক আৰু দেখা নোপোৱা হ'লোঁ। বৰ্ণনাৰ সুবিধাৰ কাৰণে আমি গোট খোৱাসকলক 'ক' ভাগ আৰু আহিবলৈ এৰি দিয়াসকলক 'খ' ভাগ নাম দি থলোঁ। এদিন বাটত 'খ' ভাগৰ এজনে লগ পাই মোক ক'লে, 'বুইছা, যিমানেই যি নোকোৱা, এইবোৰ বিদেশী বস্তু আমাৰ সমাজৰ লগত খাপ নাখায়। আমাৰ সমাজৰ লগত খাপ খোৱা কিবা এটা কৰা। তেহে।'

তাৰ পাচত আমাৰ মাজত 'জোৰ' এড্‌ভাৰটাইজমেণ্ট কৰা, 'জোৰ' পুছিং চেল কৰা আদিৰ আলোচনা চলিল, আৰু সেইমতে ব্যৱস্থাও হ'ল। মোৰ চিনাকি এক ভদ্ৰলোকৰ ছপাখানাত বাকীকৈ টিকটবোৰ ছপোৱা হ'ল। ঠিক টিকট নহয়, পইচা দিলে দিব পৰা নিমন্ত্ৰণী কাৰ্ড। টিকট হিচাপে ছপালে মস্কিল আছে।

তাৰ পাচত উদ্ভৱ হ'ল এটা ডাঙৰ সমস্যাৰ। দুগৰাকী অভিনেত্ৰী লাগে; এগৰাকী বয়সীয়া, মাকৰ ভাও দিবলৈ, আনগৰাকী গাভৰু, জীয়েকৰ ভাও দিবলৈ। আমাৰ প্ৰায় সকলোৰে চিনাকি মানুহ এঘৰৰ ছোৱালী এজনী গাভৰু নায়িকাৰ ভাওৰ কাৰণে প্ৰায় সহজেই পোৱা গ'ল। কেৱল তেওঁৰ দুটামান চৰ্ত থাকিল। তেওঁৰ ভনীয়েকৰ আগত কিবা পৰীক্ষা এটা আছে, গধূলি গধূলি ভনীয়েকে পঢ়িব লাগিব; গতিকে তেওঁ সদায় ৰিহাৰ্চেললৈ আহিব নোৱাৰিব। কাৰণ লগত ভনীয়েক নাহিলে তেওঁ অকলে অহাটো সম্ভৱ নহয়, আৰু একেলেঠাৰিয়ে ভনীয়েকৰ পঢ়া ক্ষতি কৰাটোও সম্ভৱ নহয়। তদুপৰি তেওঁলোকৰ মাকৰ গাটোও কিছুদিনৰ পৰা বেয়া; কেতিয়াবা ৰাতিৰ সাঁজটো ছোৱালী দুজনীয়েই ৰান্ধিব লাগে। আৰু এটা কথা, থিয়েটাৰৰ দিনটো যেন ভনীয়েকৰ পৰীক্ষাৰ অন্ততঃ পোন্ধৰ দিনৰ আগতে পেলোৱা হয়। সেই পোন্ধৰটা দিন অন্ততঃ তাই ভালকৈ পঢ়া-শুনা কৰা দৰকাৰ।

মুঠতে থিয়েটাৰ কোনদিনা হ'ব, সেইটো প্ৰকৃততে নায়িকাৰ ভনীয়েকেই ঠিক কৰিলে।

তাৰপিচত—এই মাকৰ ভাওটোৰ কাৰণে কি কৰা যায়? ভালেমান আলোচনা-

বিলোচনাৰ পাচত এই ভাওটোৰ কাৰণে যিজনী ছোৱালীৰ নাম ওলাল, তেওঁৰ লগত মোৰ ভাল বন্ধুত্ব আছে। গতিকে সকলোৱে মোকেই তেওঁৰ ওচৰলৈ পঠালে। পঠালে মানে—ক'লে, 'তুমি কিবা এটা কৰিবাই আৰু। নহ'লে আমাৰ উপায় নাই।'

গ'লোঁ মই দুমাইল ৰাস্তা ৰিক্সাত উঠি। ঘৰত ছোৱালীজনীকে প্ৰথমে লগ পালোঁ। 'ইছ ৰাম, আজি দেখোন নহা মানুহ আহিল—' ইত্যাদি কৈ তেওঁ অলপ উথপথপ লগালে। কি কাৰণে মই হঠাতে তেওঁলোকৰ ঘৰ ওলাবগৈ পাৰোঁ, সেই প্ৰশ্নটোৱেই ছোৱালীজনীৰ চকুত তিৰবিৰাই আছিল। বেছি সময় নষ্ট নকৰি মই মোৰ উদ্দেশ্যৰ কথাটো ক'লোঁ। অলপ পৰ ৰৈ তেওঁ ক'লে, 'জানে দাদা, মোৰতো থিয়েটাৰ কৰিবলৈ মন আছেই। আগতেও কৰিছোঁ। আপোনালোকৰ লগত ইমান ভাল ড্ৰামা এখন কৰিবলৈ পালেতো ভালেই পাওঁ। আৰু আপুনি নিজে আহিছে, আপোনাৰ কথা পেলাবলৈও মই বৰ টান পাম। কিন্তু এইবিলাক কথাত আমাৰ আইতাহে আচল গাৰ্জেন। আইতাই বা কি কয়?

থিয়েটাৰৰ কাৰণে ছোৱালী বিচৰাৰ মোৰ প্ৰচুৰ আৰু বিচিত্ৰ অভিজ্ঞতা আছে; তাৰ লগতে আৰু এটা অভিজ্ঞতা গোট খাব কিনো বেয়া? গতিকে মই লগে লগে আচল কথাটোলৈ আহিলোঁ ঃ 'ঠিক আছে তেনেহ'লে তেখেতকে অকণমান মাতি দিয়াচোন; কথা পাতি চাওঁ।'

বহি আছোঁ, আইতাৰ দেখাদেখিয়েই নাই। বুজিলো ছোৱালীজনীয়ে ইতিমধ্যে আইতাকৰ লগত প্ৰাথমিক আলোচনা আৰম্ভ কৰিছে। অলপ পিচত আইতা ওলাই আহিল। মোৰ মুখামুখিকৈ তেৰোঁ বহিল। তাৰপিচত তেখেতে কথা আৰম্ভ কৰিলে। বিনোদ শইকীয়াব কিবা হওনে কি? 'অ'—বুইছোঁ বুইছোঁ' বুলি চিঞৰ এটা মৰাৰ পিচতহে তেখেতে মোৰ প্ৰকৃত পৰিচয় পালে। তাৰপিচত মোৰ দেউতাই জগন্নাথৰ মন্দিৰ চাবলৈ গৈ পৰীৰপৰা অনা সাগৰৰ ফেন বৰঙাবাৰীৰপৰা অনা বাঘৰ গাখীৰ আমাৰ বাৰীখনত মধুসোলেং, পনৌনৱা, মচন্দৰি, মুঠা-গাথিয়ন, পিৰিকাফুল আদি এতিয়াও আছে নে নাই সুধিলে।

## তিনি

শেষত আইতাই মুঠতে ইয়াকে ক'লে,—'থিয়েটাৰ-চিয়েটাৰ আমি কি বুজোঁ? আমাৰ সেইবোৰ চাবৰো নাই। সেইবোৰ তাইহে জানে।'

মই অলপ সকাহ পালোঁ। আইতা সোমাই যোৱাৰ পিচত কিছু সময়ৰ কাৰণে মই আকৌ অকলশৰীয়া। তাৰপিচত চিৰাচৰিত প্ৰথামতে চাহ লৈ ছোৱালীজনী সোমাই আহিল। এটা মিহি, দীঘলীয়া অমলেট আৰু প্ৰায়, পঁচিশ গ্ৰাম ডালমুটৰ ওপৰত মই

চামুচ চলাইছোঁ, এনেতে কণ্ঠ-নকণ্ঠকৈ ছোৱালীজনীয়ে ক'লে, 'আচল কথা কি জানে দাদা? আপোনাক সকলো ভাঙি কওঁ।'

তেওঁ ভাঙি ক'লে,—ল'ৰা এজনৰ লগত তেওঁৰ বিয়া ঠিক হৈ আছে; সেই ল'ৰাজনক নোসোধাকৈ থিয়েটাৰ কৰিলে পিচত হয়তো তেওঁ বেয়া পাব পাৰে। গতিকে ল'ৰাজনৰ পাৰ্মিচনটো— । ছোৱালীজনীয়ে মোক ল'ৰাজনৰ নামটোও ক'লে। হয়নে কি? কি আচৰিত কথা। ল'ৰাজনো মোৰ বাল্যবন্ধু। গতিকে মই আনন্দ প্ৰকাশ কৰি ক'লোঁ, 'তেনেহ'লে তালৈ ময়েই লিখোঁ।' ছোৱালীজনীয়ে ক'লে,—'নহয়, আপুনি লিখিব নালাগে; আপোনাৰ কথা উল্লেখ কৰি ময়েই লিখোঁ; পাৰ্মিচন নিশ্চয় দিব।'—'নিশ্চয় দিব; লিখি দিবা— নিদিলে তাৰ লগত মোৰ জীৱনভৰ শত্ৰুতা চলিব।' বুলি মই ওলাই আহিলোঁ।

পাৰ্মিচনটো আহোঁতে প্ৰায় সাতদিন লাগিছিল। এই সাতদিন আমাৰ ভিতৰৰে এজনে নায়িকাৰ মাকৰ প্ৰক্সি দি আখৰা চলাইছিল। প্ৰক্সি অৱশ্যে সদায় শতকৰা পঞ্চাশজনৰ কাৰণেই দিবলগীয়া হৈছিল। কেতিয়াবা নায়িকা নাই, কেতিয়াবা নায়ক পৰ্যায়ৰ অভিনেতাসকল নাই, ইত্যাদি। মুঠতে থিয়েটাৰৰ দুদিন আগলৈকে এদিনো সকলো শিল্পীৰ সমাবেশত সম্পূৰ্ণ আখৰা হোৱা নাছিল। মানুহবোৰ আহিব আহিব বুলি বাট চাই আমি প্ৰায়েই ওচৰৰ দোকান এখনৰ পৰা বাহিৰ-ভিতৰ ক'লা হৈ যোৱা কেটলী এটাত, নলীৰ মুখখন কাগজৰ ঠিলা এটাৰে বন্ধ কৰি অনা চাহ আৰু খুৰ্মা চোবাই বহি আছিলোঁ। শেষত উপস্থিত সকলোকে ব্যৱহাৰ কৰি কোনটো দৃশ্যৰ ৰিহাৰ্চেল কৰিব পৰা যায়, সেইটো ঠিক কৰি কিছুসময় চিঞৰ-বাখৰ কৰা হৈছিল। চিঞৰ-বাখৰ মানে কোনে কোনটো কথা কেনেকৈ ক'লে ভাল হয়, এই বিষয়ে সকলোৱে সকলোকে পৰামৰ্শ দিছিল। 'টেম্প'টো যাতে পৰি নাযায়'--তাৰ কাৰণে সকলোৱে জোৰ দিছিল। পৰিচালক হিচাপে এজনে কাম চলাবলৈ লৈছিল, কিন্তু প্ৰকাশ্যে তেওঁক পৰিচালক আখ্যা বা ক্ষমতা দিয়া নহৈছিল; কাৰণ দলটোত পৰিচালক হ'ব পৰা ক্ষমতা কেইবাজনৰো আছিল, সেইটো কথা সেই কেইজনে সদায় প্ৰকাৰান্তৰে প্ৰমাণ কৰি আছিল। গতিকে এজনক পৰিচালক বুলি ক'লে, বাকীসকল 'খ' দললৈ গুচি যোৱাৰ সম্ভাৱনা আছিল। সেইটো ৰিস্ক আমি নলৈছিলোঁ। মুখ্য চৰিত্ৰকেইটাৰ বাহিৰে বাকী ভূমিকাবোৰ লোৱা ল'ৰাকেইজনৰ গাত টিকট বেচা, চকী, ছেটিংচৰ বস্তু, ৰিকুইজিট আদি যোগাৰ কৰাৰ দায়িত্ব আছিল, গতিকে ৰিহাৰ্চেলত মই পৰ্যায়ক্ৰমে সেই কেইজনৰ প্ৰক্সি দি থাকিছিলোঁ।

'থিয়েটাৰৰ আগদিনা লাইট, মিউজিক সকলো লৈ এবাৰ 'ফুল-ৰিহাৰ্চেল' কৰাৰ কথা কেইদিনমানৰ আগৰপৰা ওলাই আছিল; কিন্তু লাইটৰ মানুহটোৱে অলপ দিগদাৰি

কৰিলে। এটা উত্তেজনাপূৰ্ণ দৃশ্যত— 'গোটেই ষ্টেজ অন্ধকাৰ, কেৱল হিৰ'ইনৰ মুখত ফ'কাচ',—এনে ধৰণৰ বৈশিষ্ট্যপূৰ্ণ আলোকসম্পাতৰ কথা ভবা হৈছিল, কিন্তু সেই ফকাচিং লাইটটো পোৱা নগ'ল। লাইটৰ গৰাকীজনে হেনো ক'লে, —বাল্বটো ফিউজ হৈ আছে; তেনেকুৱা বাল্ব ইয়াত পাবলৈ নাই, কলিকতাৰ পৰা অনাব লাগিব। এজন ইলেকট্ৰিক মিস্ত্ৰীয়ে স্কাই চাৰিখনৰ আঁৰে আঁৰে তিনিশাৰী বেটন লাইট লগালে, সম্মুখত আঠটা বাল্বৰ এশাৰী ফুট লাইট লগালে। তাৰপিচত তেওঁ পৰম আত্মবিশ্বাসেৰে ক'লে, 'ফুট লাইটত চব এশ পাৱাৰ দি দিম, হৈ যাব, নহয় জানো?'

হৈ যাব। আমাৰ পৰিচালকস্থানীয় ডেকাজনে ক'লে। তেওঁ কেৱল এটা চৰ্ত দিলে,—চতুৰ্থ দৃশ্যৰ আগতে ফুট লাইটৰ বাল্ববোৰ ৰঙা চিল'ফেন পেপাৰেৰে মেৰিয়াই দিব লাগিব, আৰু সেই দৃশ্যটো শেষ হোৱাৰ লগে লগে খুলি পেলাব লাগিব। 'ঠিক আছে, সেইটো মই কৰি দিম'— বুলি ইলেকট্ৰিক মিস্ত্ৰী গুচি গ'ল।

সেইদিনাই, ৰিহাৰ্চেলৰ মাজত চাহ খোৱাৰ সময়ত এবাৰ 'ড্ৰে'ছ'ৰ কথা ওলাইছিল। কোনে কি পিন্ধিব? 'আধুনিক নাটক যেতিয়া ড্ৰে'ছৰ তেনেকুৱা একো ধৰা-বন্ধা কথা নাই'—প্ৰায় সকলোৱে এই মততে হয়ভৰ দিলে। নায়িকাই এটা দৃশ্যত মানে ড্ৰইং ৰূমৰ দৃশ্যটোত শাড়ী পিন্ধাৰ আগ্ৰহ প্ৰকাশ কৰিলে। এজন ডেকাই মোৰ 'ক'লা চুট' যোৰ খুজিলে। মই ক'লো,—টাইডাল হ'ব বাৰু, কিন্তু চুটযোৰ তোমাৰ গাত— ? ডেকাজনে মোৰ ওচৰত থিয় হৈ মোৰ লগত বাহুৱে বাহুৱে মিলালে; তাৰপিচত 'হ'ব হ'ব' বুলি সন্তুষ্টি প্ৰকাশ কৰিলে।

যোগাৰ কৰিব পৰাৰ ভিতৰত আমাৰ আটাইতকৈ উল্লেখযোগ্য সম্পদ আছিল এটা টেপ ৰেকৰ্ডাৰ। ৰিহাৰ্চেলত অৱশ্যে আমি টেপ্ ৰেকৰ্ডাৰটো ব্যৱহাৰ কৰিবলৈ পোৱা নাছিলোঁ। মালিকে সেইটো নিজৰ বাহিৰে আন কাকো handle কৰিবলৈ নিদিয়ে, আৰু তেখেত ব্যস্ত মানুহ কাৰণে ৰিহাৰ্চেললৈ আহিব নোৱাৰে। তেখেতে কিছুমান গৰ্জিয়াচ মিউজিক ৰেকৰ্ড কৰি থৈছে; পৰিচালক স্থানীয় ডেকাজনে তেখেতৰ ঘৰতে গৈ সেইবোৰ শুনি আপ্লুত হৈ আহিছে। মালিকে কৈ থৈছিল,— কোন সময়ত কোনটো মিউজিক বজাব লাগিব, তাৰ 'চাৰ্ট' এখন কৰি দিলে, আৰু ওচৰত কোনোবা এজন থাকিলে, তেওঁ তেওঁৰ কাম ঠিকমতে কৰি দিব। আমি যেন সেই বিষয়ে নিশ্চিন্ত থাকো। আমি কেৱল টেক্সীৰে তেওঁক আৰু টেপ ৰেকৰ্ডাৰটোক অনা-নিয়া কৰা, আৰু এটা ভাল 'খানা' দিয়া, এই দুটা কাম কৰিব লাগে।

মেক-আপৰ প্ৰশ্নটো তুলিছিল থিয়েটাৰৰ দিনা অভিনেতাৰ চুলিখিনি ৰুমালেৰে ঢাকি বান্ধি লোৱাৰ পিচত মেক্-আপ মেনে নিজে। আয়নাখনৰ ওচৰত অভিনেতাৰ মুখামুখিকৈ বহি লৈ তেওঁ সুধিছিল,

'বয়স কিমান?'

'এই ধৰক পয়ত্ৰিশ—'

'চৰিত্ৰটো কেনেকুৱা?'

'চৰিত্ৰ মানে—মই ছোৱালীজনীক বিয়া কৰিম বুলি কথা দিছিলোঁ—'

মেক্-আপ মেনে সিমানতেই বুজিলে। মিহি গোঁফ, খত্‌টো অলপ দীঘল,—।

সেইদিনা পুৱাৰেপৰা বৰষুণ দিছিল। নিম্নতম সংখ্যক দর্শকৰ কাৰণে আমি এঘণ্টাতকৈ বেছি সময় বাট চাইছিলোঁ। ফলত অৱশ্যে গ্ৰীণৰূমত আমাৰ সুবিধাই হৈছিল। কাৰণ টেপ ৰেকর্ডাৰটোৰ কাৰণে প্লাগ এটা ফিট্ কৰা, ফ্ৰেশ্ব্ মিউজিকৰ কাৰণে ভোৰতাল এযোৰ আহি পোৱা আদি নানান ঘটনা থিয়েটাৰ অৰম্ভ হোৱাৰ সময় পাৰ হৈ যোৱাৰ পিচত ঘটিছিল।

থিয়েটাৰ চলি থাকোঁতে কিন্‌কিনীয়া বৰষুণৰ লগতে হলৰ ছালত ডাঙৰ ডাঙৰ দলি পৰিছিল। 'খ' দল? হ'ব পাৰে।

বহুতে কৈছিল দ্বিতীয় নিশাৰ থিয়েটাৰ বেছি ভাল হ'ব। ময়ো তাকে ভাবিছিলোঁ; থিয়েটাৰৰ নামত অন্ততঃ এবাৰ সম্পূর্ণ ৰিহার্চেল হৈ গ'ল কাৰণে। কিন্তু নহ'ল।

আমাৰ আঢ়ৈ শমান টকাৰ ঘাটি পৰিছিল। এজন অভিনেতাৰ ঘৰত ঘোঁৰাগাড়ীৰ গাৰোৱানে কেইবাদিনলৈ চকী কঢ়িওৱাৰ ভাৰা বিচাৰি দম্‌দমাইছিল। প্ৰেছৰ মালিকক মই নিজে টকা দুকুৰি এৰি দিবলৈ অনুৰোধ কৰিছিলোঁ। মাইক্ৰফোনৰ দোকানখন অইন এজন অভিনেতাৰ ভাৰাঘৰত আছিল; মালিকে মাইক্ৰফোনৰ ভাৰাটো ঘৰ ভাৰাৰ লগত এড়্‌জাষ্ট কৰিব বুলি কৈছিল। ইত্যাদি।

বহুত দিনৰ পিচত, এতিয়াও 'ক' দলৰ মানুহ দুই-এজনক লগ পাওঁ। কোনোবা ঠিকাদাৰ, কাৰোবাৰ অফিচৰ চাকৰি, কোনোবাই ৰেষ্টোৰাঁ খুলিছে। ডেপুটেচনত পঢ়িবলৈ অহা মাষ্টৰ এজনক অলপতে লগ পাইছিলোঁ,— কৈছিল—'আকৌ এবাৰ তেনেকৈ থিয়েটাৰ এখন কৰিবলৈ বৰ মন যায় দাদা!'

কি মধুৰ স্মৃতি!

'খ' দলৰ মানুহো দুই-এজনক লগ পাওঁ। অলপতে এজনে হাতেৰে পকোৱা, আধাপোৰা, মিক্সাৰৰ চিগাৰেটটোৰ লগত ইটোৰ পিচত সিটোকৈ তিনিটা দিয়াচলাই কাঠী খৰচ কৰি সুধিলে, 'কিহে আজিকালি থিয়েটাৰ-চিয়েটাৰ কৰিছা নে নাই?'

'নাই। এৰিলো সেইবোৰ।'

এৰিলোঁ। এৰিলোঁ মানে ক'লা কেটলিৰ চাহ আৰু খুৰ্‌মা খাই থিয়েটাৰ কৰা এৰিলোঁ আৰু তেনেকৈ থিয়েটাৰ কৰা এৰিলো কাৰণে মোৰ জীৱনৰ পৰা থিয়েটাৰ বাদেই পৰিল নেকি?

যদি এই সুন্দৰ চৰ্চাটো বাদ দিব নোখোজোঁ, তেনেহ'লে মই ক'ত থিয়েটাৰ কৰিম?

কেনেকৈ কৰিম?

কিন্তু এটা কথা মই এতিয়াও বিশ্বাস কৰোঁ যে আমাৰ দলটোত চহৰৰ আস্থাভাজন, নেতৃস্থানীয় ডেকাসকলেই আছিল। আমাৰ দলটোৰ কাৰো মনত উদ্দেশ্যৰ প্ৰতি আন্তৰিকতাৰ অভাৱ অকণো নাছিল। আমাৰ প্ৰত্যেকেই যি পৰিমাণৰ পৰিশ্ৰম কৰিছিল, যি পৰিমাণৰ দৈহিক কষ্ট সহ্য কৰিছিল, তাৰ তুলনা আমাৰ সামাজিক জীৱনৰ বহু ক্ষেত্ৰতে বিচাৰি পাবলৈ টান। অকথ্য পৰিশ্ৰমৰ ফলত আমি ক্লান্ত হৈ পৰিছিলোঁ।

তেনেহ'লে, আমাৰ আচলতে কিহৰ অভাৱ আছিল?

## চাৰি

ভাৰত চৰকাৰৰ শিক্ষামন্ত্ৰী দপ্তৰে মধ্যপ্ৰদেশৰ পাঁচমাৰিত এই আয়োজনটো কৰিছিল। এইটো আছিল ভাৰতৰ বিভিন্ন বিশ্ববিদ্যালয়ৰ অধ্যাপকসকলৰ কাৰণে এটা প্ৰশিক্ষণ শিবিৰ। ছয়ত্ৰিশজন অধ্যাপক আৰু চাৰিগৰাকী অধ্যাপিকা ইয়াত গোট খাইছিলহি। শিবিৰৰ পৰিচালক হিচাপে আহিছিল হিন্দী আৰু উৰ্দু নাট-জগতৰ খ্যাতনামা প্ৰযোজক-পৰিচালক আৰু পৃথিৱীৰ বিভিন্ন দেশত, বিশেষকৈ ইউৰোপত নাট সম্বন্ধে অধ্যয়ন কৰি অহা শিল্পী শ্ৰীহবিব তনবীৰ; তেখেতৰ লগত আহিছিল আলোকসম্পাতৰ বিশেষজ্ঞা শ্ৰীমতী মনিকা তনবীৰ, অভিনেত্ৰী শ্ৰীমতী সুষমা মেহৰা, দৃশ্যসজ্জাৰ শিল্পী শ্ৰীসাগৰ আদি।

আৰু শিবিৰটোৰ দৈনন্দিন কামবনৰ তদাৰক কৰিবলৈ আহিছিল শিক্ষামন্ত্ৰী দপ্তৰৰ মাত্ৰ এজন আপাৰ ডিভিজন এছিষ্টেণ্ট।

প্ৰথমদিনা আবেলি মধ্যপ্ৰদেশৰ শিক্ষামন্ত্ৰীয়ে শিবিৰ উদ্বোধন কৰালৈকে কথাবোৰ ঠিকেই আছিল, কিন্তু আমি আচৰিত হ'লোঁ পিচদিনা পুৱা। পুৱা ঠিক ছয় বজাত সুষমা মেহৰাই শিবিৰৰ সন্মুখৰ বননিত থিয় হৈ তীক্ষ্ণ শব্দেৰে দীঘলীয়াকৈ হুইচেল বজালে। আগতে চিঠিৰে দিয়া পৰামৰ্শ অনুসৰি আমি কাপোৰৰ জোতা লৈ গৈছিলোঁ। সেই জোতা পিন্ধি আমি চল্লিশজন বননিত হাজিৰ হ'লোঁগৈ। তাৰপিচত পূৰা এঘণ্টা সময় চলিল ফিজিকেল ট্ৰেইনিং। স্কুলৰ দিন শেষ হোৱাৰ পিচত আৰু কেতিয়াও ড্ৰিল কৰা নাই; আঁঠুৰ ভাঁজ নপৰাকৈ দুই হাতৰ আঙুলিৰ আগেৰে ভৰিৰ আঙুলি চোওঁতে আমাৰ কঁকাল মট মটাই গ'ল। আমি চাৰিশাৰী পাতি থিয় হৈছিলোঁ; সুষমা মেহৰাই শাৰীকেইটাৰ মাজে মাজে সোমাই কাঠৰ ৰুলমাৰিৰ নিচিনা মাৰি এডালেৰে বেঁকা হৈ থকা আঁঠুকেইটাত টুকুৰিয়াই গ'ল; হাতৰ আঙুলিয়ে ভৰিৰ আঙুলিক নোচোৱাসকলক আৰু অলপ চপৰাই থৈ গ'ল। এঘণ্টাৰ ভিতৰত, পৰ্বতীয়া ঠাই পাঁচমাৰিৰ পুৱা ছয়-সাত বজাৰ বতৰত, আমি ঘামি-জামি, ফোঁপাই-জোপাই জুৰুলা হ'লোঁ। সুষমা মেহৰা

সুদীৰ্ঘকাল আমেৰিকাত প্ৰশিক্ষণ লাভ কৰা, সদ্য বিবাহিতা সুন্দৰী তৰুণী; তেওঁ অধ্যাপক অধ্যাপিকাসকলৰ অৱস্থা দেখি বৰ ধুনীয়া হাঁহি এটা মাৰিলে।

পিচৰ কেইদিনত আমাৰ কেইজনমানে ইজনে সিজনৰ গা মালিচ কৰিবলগীয়া হৈছিল। গাৰ বিষ। কিন্তু প্ৰত্যেকদিনাই পুৱা ছয় বজাত সুষমা মেহৰাৰ হুইচেলৰ শব্দ ঠিক বাজিছিল। কি কছৰৎ! এদিন সুধিলোঁ—'মিছেছ মেহৰা, এইযে দীঘলকৈ উশাহ টানি লাহে লাহে নিশাহ এৰি দিয়া কছৰৎটো সদায় কৰাইছা—এইটোনো কি কথা?' তেওঁ ক'লে, 'তুমি ঘড়ীৰ ছেকেণ্ডৰ কাঁটাডাল চাই থাকাচোন।' তাৰপিচত তেওঁ এখন বিখ্যাত নাটকৰ এটা ডায়লগ মাতিবলৈ আৰম্ভ কৰিলে। একত্ৰিশ ছেকেণ্ড। ডায়লগটো শেষ কৰি তেওঁ ক'লে, 'এইটো এনেকুৱা এটা ডায়লগ যে মই যদি মাজতে এবাৰো উশাহ লওঁ— তেনেহ'লে—দি ফৰ্চ এণ্ড স্পিৰিট অফ দি ডায়লগ উইল বি লষ্ট্।'

অভিনেতাক হেনো দম লাগে।

এদিন সুধিলোঁ।—'মিছেছ মেহৰা, আমি চল্লিশজন মানুহে সমস্বৰে একৰ পৰা এশলৈকে সংখ্যাবোৰ টেটুফালি চিঞৰি চিঞৰি গাওঁ, ৰাতিপুৱাই পাঁচমাৰীৰ পৰ্বত ৰজনজনাই যায়। এইটো বৰ ইণ্টাৰেষ্টিং কথা!' মিছেছ মেহৰাই বক্ৰোক্তি কৰিলে, 'থিয়েটাৰৰ দিনা কোনে তোমাৰ মুখৰ আগে আগে মাইক্ৰফোনৰ মাউথ পীচটো লৈ ফুৰাব? নাইবা কোনে তোমাৰ পিছে পিছে থ্ৰ'ট লজেন্স লৈ ঘূৰি ফুৰিব?'

পুৱা আঠ বজাত আমি এটা সুসজ্জিত কোঠালীত গোট খাওঁ। হবিব তনবীৰে আমাক কিছুমান অদ্ভুত কাম কৰিবলৈ ক'ব—'ধৰি লোৱা এইটো চুকত কিছুমান ইটা পৰি আছে; তোমালোকে একোবাৰত দুচপৰাকৈ ইটা সৌটো চুকলৈ নিব লাগে।' আমাৰ একোজনে কাল্পনিক ইটা তোলে, তনবীৰে কয়,—নহ'ল; তুমি আঙুলিবোৰ ইমানকৈ মেলিছা যে মোৰ ধাৰণা হৈছে ইটাবোৰ যেন একো চপৰা ইটা দহ কিলোগ্ৰামমান গধুৰ। 'Sense, Sense বৰ ডাঙৰ বস্তু—Sense'—তনবীৰে গম্ভীৰ সুৰেৰে কয়।

এই Improvisation-অৰ প্ৰশিক্ষণ কেইবাদিনলৈ চলিল। কেতিয়া আমি কি কৰিব লাগে তনবীৰেহে জানে। এদিন মোক ক'লে, 'ধৰি লোৱা, তোমাৰ হাতত এবাল্টি পানী আছে, আৰু তোমাৰ সন্মুখত এজাক তৃষ্ণাৰ্ত প্ৰাণান্ত হোৱা মানুহ পৰি আছে। সিহঁতৰ ওপৰত কিবা কাৰণত তোমাৰ প্ৰতিশোধ ল'বলগীয়া আছিল। পানী বাল্টি লৈ সিহঁতৰ মাজে মাজে তুমি ঘূৰি ফুৰিব লাগে। কৰাচোন কি কৰিবা।' উনচল্লিশজন মানুহে এটোপা পানীৰ কাৰণে হাহাকাৰ কৰি কোঠালীটোৰ মজিয়াত বহি গ'ল, আৰু মই।

দুপৰীয়া এক বজাত আমি আকৌ গোট খাওঁ। সন্মুখত এজাপ কিতাপ লৈ তনবীৰ বহে। সমগ্ৰ পৃথিৱীৰ নাট্য আন্দোলনৰ ধাৰা, নাটকৰ ধাৰা, নাটক মঞ্চস্থ কৰাৰ বিষয়ে তেখেতে আলোচনা আৰম্ভ কৰে। ছেক্সপীয়েৰ, যাত্ৰা, আধুনিক মঞ্চ, কালিদাস—অলেখ বিষয়বস্তু। এদিন তেখেতে ব্ৰেখ্‌টৰ জীৱন আৰু নাটকৰ আলোচনা আৰম্ভ

কৰিলে। আৰু তাৰ পিচদিনাই ব্ৰেখ্‌টৰ ‘গুড্ ৱ’মেন অফ চে’ট্‌জুৱান’ নামৰ নাটকখনৰ চাইক্লোষ্টাইল কৰা চল্লিশটা কপি আমাৰ সন্মুখত থ’লেহি। আমাৰ প্ৰত্যেককে একো কপিকৈ দি তেখেতে ক’লে, ‘তুমি অমুক চৰিত্ৰটো, তুমি অমুক চৰিত্ৰটোৰ ডায়লগবোৰ পঢ়ি যোৱা!’ তনবীৰক মাজত লৈ আমি সকলো গোল হৈ বহিলোঁ, আৰু নাটকখন পঢ়ি গ’লোঁ। পিচদিনা দুপৰীয়া তনবীৰে কোনে কোনটো চৰিত্ৰ পঢ়িব, তাৰ ভালেমান সালসলনি কৰিলে। পিচদিনা আকৌ। সেইদিনাৰ পৰা কিন্তু আৰু সালসলনি নহ’ল। দুদিন আমি একেটা চৰিত্ৰৰ ডায়লগকে পঢ়িলোঁ। ছাৰৰ নাটকখন বহি বহি পঢ়া হ’ল, তাৰপিচত তনবীৰে আমাক জানিবলৈ দিলে,—এইখন নাটক প্ৰশিক্ষণৰ শেষদিনা মঞ্চস্থ কৰা হ’ব। আৰু এতিয়া আমি যিজনে যিটো চৰিত্ৰ পঢ়ি আছোঁ, সেইজনৰ সেইটোৱেই ভাও হ’ব।

এটা কথা লক্ষ্য কৰি মই বৰ আমোদ পালোঁ;— মোৰ ভাগত পৰা ভাওটো হ’ল এখন অনাবৃষ্টিপীড়িত, পানীৰ অভাৱত জৰ্জৰিত চহৰৰ এজন পানীৱালাৰ ভাও। স্বৰ্গৰ দেৱতাৰ পৰা দোকানীলৈকে সকলোকে মই পানী বেচিব লাগে।

তাৰপিচত, নাটকখনৰ বিশ্লেষণ আৰম্ভ হ’ল। আমি আকৌ গোল হৈ বহোঁ, আৰু নাটকখনৰ প্ৰত্যেকটো বাক্যৰ ভাব আৰু অৰ্থৰ বিষয়ে আলোচনা কৰোঁ। এই আলোচনা শেষ নহয়হে নহয়। আমাৰ সকলোকে থিয় হৈ ‘ৰিহাৰ্চেল’ কৰিবলৈ লাগে। বহি বহি, পঢ়ি পঢ়ি আমনি লাগিছে। কিন্তু তনবীৰ চাহাব নিৰ্বিকাৰ। এইটো শব্দ, এইষাৰ কথা, কিয় ক’বলগীয়া হ’ল?—এনেধৰণৰ একোটা প্ৰশ্ন মুখত লৈ তেখেতে আমাৰ ফালে চাই উত্তৰৰ আশাত বহি থাকে।—‘কোৱা, তোমালোক প্ৰফেছাৰ মানুহ, তোমালোকেই যদি—’ ইত্যাদি কৈ তেখেতে মাজে মাজে বিৰক্তিও প্ৰকাশ কৰে।

এই আলোচনাৰ ফলস্বৰূপে আমাৰ সকলোৰে হাতৰ নাটকৰ কথাবোৰৰ মাজে মাজে অসংখ্য হাতে লিখা note সোমাই পৰিল। এনেকৈ খৰচি মাৰি বিজ্ঞানৰ পাঠ্যপুথিৰ বাহিৰে অইন কিতাপ পঢ়া মোৰ মনত নপৰে।

এদিন ৰিহাৰ্চেল আৰম্ভ হ’ল। সেইদিনাৰপৰা হবিব তনবীৰে এটা সুকীয়া মূৰ্তি ধাৰণ কৰিলে। অনাহকত এখোজ আগবাঢ়ি ডায়লগ এটা ক’লে তেখেতৰ খং উঠে, ‘তোমাক ডায়লগ ক’বলৈ দিছোঁ ডায়লগ কোৱা; ভৰি চলাবলগীয়া হ’লে মই ক’ম নহয়। খোজটোৰ মূল্য নাই বুলি ভাবিছানে কি? কোনোবা এজনে মঞ্চত প্ৰৱেশ কৰোঁতে এক মুহূৰ্ত পলম কৰিলে তেখেতে তীক্ষ্ণ দৃষ্টিৰে মানুহজনলৈ চাই থাকে; দেখি আমাৰ সকলোৰে ভয় লাগি যায়। আগদিনা দেখুৱাই দিয়া কথা এটাত পিচদিনা কোনোবাই ভুল কৰিলে তেখেতে তীক্ষ্ণ কণ্ঠেৰে চিঞৰি উঠে,—‘কালি কি লিখি থৈছিলা?’

ৰিহাৰ্চেলৰ লগে লগে আমি নাটকৰ পাতত directionবোৰ লিখি যাবলগীয়া হৈছিল। পিচলৈ নাটকৰ প্ৰতিটো পাতৰ লগে লগে একোখিলা বগা কাগজ সুমুৱাই

লৈছিলোঁ। তাত খুটি-নাটি লিখি গৈছিলোঁ।—3 steps towards first God. start dialogue, turn right–2 steps to the second God-cross him–finish dialogue before third God–-ইত্যাদি।

নিশা বাৰ বজাৰ পৰা এক বজালৈ ৰিহাৰ্চেল চলে। আৰু সেই মাজনিশা আমাৰ ক্লান্ত মনক দুখ দিয়াকৈ তনবীৰে আমাক গালি পাৰে। এদিন নিশা দুই বজাত আমাৰ মাজত প্ৰায় বিদ্ৰোহৰেই সূচনা হ'ল। ইমান বেয়া ব্যৱহাৰ তনবীৰৰ। After all we are professors.

তনবীৰে কথাটো শুনিলে। পিচদিনা পুৱা আঠ বজাৰ বৈঠকত তেখেতে হাঁহি এটা মাৰি ক'লে, 'After all I am the director, তোমালোক শিক্ষাৰ্থী।'

ব্ৰেখ্‌টৰ নাটক কৰিবলৈ ওলাইছোঁ; এইখন নাটকৰ বাহিৰেও ব্ৰেখ্‌টৰ ৰচনাৰীতিৰ এটা সামগ্ৰিক ধাৰণা আমাৰ হোৱা উচিত। সেই কাৰণে পুৱা আঠ বজাত আমি 'ককেচীয়ান চক্ চাৰ্কল' আৰু 'গেলিলিঅ' গেলিলাই' নাটক পাঠ কৰি তাৰ ওপৰত আলোচনা কৰিবলগীয়া হৈছিল। হাতত কিতাপ লৈ আমি থিয় হৈ এই নাটকবোৰ পঢ়িছিলোঁ।

মাজে মাজে দিল্লী, বোম্বাইৰপৰা নাটকৰ বিভিন্ন বিষয়ৰ ওপৰত বক্তৃতা দিবলৈ একোজন বিশেষজ্ঞ আহিছিল। সন্মুখত মেক্-আপৰ সামগ্ৰী লৈ বক্তৃতা দি থাকোঁতে এজন বিশেষজ্ঞই এগৰাকী অধ্যাপিকাক চাৰিটা বিশেষ ৰূপত সজাই দেখুৱাইছিল। মনিকা তনবীৰে আলোকসম্পাতৰ ওপৰত আৰু শ্ৰীসাগৰে দৃশ্যসজ্জাৰ ওপৰত একোলানি বক্তৃতা দিছিল। 'দুষ্মন্তৰ ৰাজসভাত শকুন্তলা'—এনে ধৰণৰ বিখ্যাত দৃশ্য কেইটামান আমাৰ দুজনমানক মঞ্চস্থ কৰিবলৈ ভগাই দিছিল; আমাৰ ভিতৰতে বেলেগে তাৰ ৰিহাৰ্চেল হৈছিল, আৰু গধূলি গধূলি আমি সেই দৃশ্যবোৰ বাৰাণ্ডাৰ চিৰিৎ লাউঞ্জত মঞ্চস্থ কৰিছিলোঁ। তাৰপিচত তনবীৰৰ সৈতে বহি আমি আমাৰ প্ৰযোজনা, পৰিচালনা, অভিনয় আদিৰ সমালোচনা কৰিছিলোঁ।

থিয়েটাৰৰ সাদিনৰ আগৰপৰা আমি নাটকৰ কপিবোৰ ছুবলৈ এৰি দিছিলোঁ। কথাবোৰ আমাৰ মগজত সোমাই গৈছিল। সেই শিবিৰত প্ৰম্প্‌টাৰ বোলা শব্দ এটা কোনোদিনেই উচ্চাৰিত হোৱা নাছিল।

শেষৰ চাৰিদিন মাজত নোৰোৱাকৈ সম্পূৰ্ণ নাটকখনৰ ৰিহাৰ্চেল—run through—চলিছিল। মঞ্চৰ ওপৰত চকী-মেজ, আহিলা-পাতি সজাবলৈ সুকীয়া মানুহ নাছিল, গতিকে অভিনেতাসকলেই চকী-মেজ কঢ়িয়াই ঠিক ঠাইত সজাই দিয়াৰ ব্যৱস্থা কৰিছিল। এন্ধাৰত খুন্দা-খুন্দলি নলগোৱাকৈ কোনজন মানুহে কোনপদ বস্তু আনি ক'ত থ'ব, তাৰ কাৰণে সুকীয়া ৰিহাৰ্চেল হৈছিল।

থিয়েটাৰৰ এদিনৰ আগতে ড্ৰেছ ৰিহাৰ্চেল আছিল। মোৰ সাজযোৰ দেখিয়েই মই হতভম্ব হৈ গৈছিলোঁ। এটা ৰঙীন হাফ্‌পেণ্ট জাতীয় বস্তু। লগে লগে তনবীৰক গৈ

ক'লোঁ, 'চাওক, এই ভৰি লৈ মই হাফ্‌পেণ্ট পিন্ধিব নোৱাৰিম। পাঁচমাৰিৰ এই শ শ মানুহৰ আগত— '

তনবীৰে ক'লে, 'তোমাৰ ভৰিখনৰ লগত এই পেণ্টটো নিমিলিব পাৰে, কিন্তু দিল্লীত বহুত কিতাপ-পত্ৰ ঘাটিহে মই ঠিক কৰিছিলোঁ যে এইটোৱেই 'ৱাঙ'ৰ সাজ। দৰ্জিৰ হতুৱাই সীয়াই অনাইছোঁ।' মই মনে মনে থাকিলোঁ। তনবীৰৰ আগত আমি কিছুমান কথাত মনে মনে থাকিবলৈ শিকিছিলোঁ। তেওঁ কৈছিল যে— 'কিন্তু মই কিবা এটা ৰূপত কথাবোৰ ভাবি লৈহে কাম কৰিছোঁ; গতিকে এইবাৰ মোৰ মতেই হওক দিয়াচোন।''

ড্ৰেছ-ৰিহাৰ্চেলত নাটকখন শেষ হ'বলৈ এঘণ্টা পঞ্চাশ মিনিট লাগিছিল, আচল থিয়েটাৰৰ দিনা পাঁচ মিনিট কম লাগিল। শ্ৰীসাগৰৰ দৃশ্যসজ্জা, মনিকা তনবীৰৰ আলোকসম্পাত, দিল্লীৰপৰা অহা এজনৰ মেক্‌-আপ, দৰ্শকৰ সন্মুখ শাৰীত বহি থিয়েটাৰ চাই থকা হবিব তনবীৰ আৰু ব্ৰেখ্‌টৰ নাটক 'গুড্‌ ৱ'মেন অফ্‌ চেট্‌জুৱান'ক মৰ্মে মৰ্মে উপলব্ধি কৰাৰ কথা আমি চল্লিশজন অভিনেতা; সেয়া আমাৰ সকলোৰে জীৱনৰ এটা অতি উত্তেজনাময়, স্মৰণীয় মুহূৰ্ত। থিয়েটাৰৰ পিচত, অক্লান্ত পৰিশ্ৰমত মুমূৰ্ষ হৈ থকা তনবীৰ আৰু আমি সকলোৱে হাঁহিছিলোঁ।

আমাৰ এই হাঁহি আচম্বিতে, সৌভাগ্যক্ৰমে অহা কৃতকাৰ্যতাৰ হাঁহি নাছিল। আমি উপলব্ধি কৰিছিলোঁ— এই কৃতকাৰ্যতাৰ অন্তৰালত আছিল এক সুপৰিকল্পিত প্ৰচেষ্টা, পৰিশ্ৰম, সাধনা আদি। আমি পিচত গম পাইছিলোঁ যে তনবীৰে কেইবাখনো নাটকৰ পঞ্চাছ কপিকৈ দিল্লীৰ পৰা লৈ আহিছিল। আমাক দেখাৰ পিচত, আমাক পৰীক্ষা কৰি চোৱাৰ পিচত তেখেতে মনে মনে নাটকৰ নিৰ্বাচন কৰিছিল, আৰু অত্যন্ত সাৱধানেৰে, আমাৰ সীমিত প্ৰতিভাকে সম্পূৰ্ণৰূপে কামত লগাব পৰাকৈ ভাওসমূহ বিতৰণ কৰিছিল। আমি দেখিছিলো—কেৱল এমহীয়া প্ৰশিক্ষণ শিবিৰলৈ তনবীৰে এগাড়ী কিতাপ লৈ আহিছিল। আমি বুজিছিলোঁ—'থিয়েটাৰখন কেতিয়াও বেয়া হ'ব নোৱাৰে।'বুলি ডাঠি ক'বলৈ কেনেকুৱা আয়োজন, কেনেকুৱা নিষ্ঠা আৰু কিমান পৰিশ্ৰমৰ প্ৰয়োজন হয়।

* * * * *

মই প্ৰথমতেই উল্লেখ কৰিছিলোঁ—এই দুটা বৰ্ণনাৰ পিচত জাতীয় নাট্যশালা কি আৰু অসমত এই নাট্যশালা কিয় লাগে, সেই কথা সুকীয়াকৈ আলোচনা কৰাৰ প্ৰয়োজন নহ'বও পাৰে। এতিয়াও ভাবোঁ এই প্ৰয়োজন নাই অসমৰ অভিভাৱকহীন, বিচ্ছিন্ন নাট্যাভিনয় প্ৰচেষ্টাক সুসংবদ্ধ কৰিবলৈ, নেতৃত্ব দিবলৈ এটা কেন্দ্ৰীয় অনুষ্ঠান লাগে। ডিগবই, কোকৰাঝাৰ, নাৰায়ণপুৰত কোনোবা এজন পৰিচালক যদি 'মিৰজুমলাৰ টুপীটো কেনেকুৱা হ'ব' বুলি বিপদত পৰে, তেনেহ'লে তেখেতৰ হাতত অন্ততঃ এটা নাটসম্পৰ্কীয় কেন্দ্ৰীয় লাইব্ৰেৰীৰ ঠিকনা থাকিব লাগে। মোৰ যদি আজি যোৱা পঞ্চাছ

বছৰত অসমৰ যাত্ৰা-থিয়েটাৰত ব্যৱহৃত বিভিন্ন ধৰণৰ তৰোৱাল চাবলৈ মন যায় তেনেহ'লে তাৰ কাৰণে এটা মিউজিয়াম লাগে। নাট্যজগতৰ শেহতীয়া সংবাদৰ কাৰণে আমাক এখন আলোচনী লাগে, নতুন নতুন উৎকৃষ্ট নাটক সৃষ্টিৰ বাবে নিয়মীয়া প্ৰচেষ্টা চলাই থাকিবলৈ এটা কেন্দ্ৰীয অনুষ্ঠান লাগে। অসমৰ বিভিন্ন নাট্যগোষ্ঠীৰ মাজত অন্ততঃ এমাহ থাকি কাম কৰি আহিবলৈ কেন্দ্ৰীয় কাৰ্যালয়ত স্বীকৃত, প্ৰশিক্ষণপ্ৰাপ্ত এদল শিল্পী লাগে। আৰু সকলোৰে উৰ্ধত— আমাক সৰ্বাংগসুন্দৰ নাট্যাভিনয় লাগে। মুঠতে ৰাজসভা, টোল, গছৰ তলত বিচ্ছিন্ন হৈ থকা শিক্ষা ব্যৱস্থাক সুসংবদ্ধ কৰিবলৈ আমাক বিদ্যালয় লাগে আৰু তাৰ কাৰণে আৰম্ভণিতে, চৰকাৰৰ আৰ্থিক পৃষ্ঠপোষকতা অপৰিহাৰ্য।

মই বিশ্বাস কৰোঁ,—এটা সুসজ্জিত নাটঘৰ, এটা লাইব্ৰেৰী, এটা সংগ্ৰহালয়, নাটকক লৈ সাধনা কৰা, নিজৰ চোতালৰ পৰা আৰম্ভ কৰি সমগ্ৰ পৃথিৱীৰ নাট্যমঞ্চলৈ মুকলি দৃষ্টিৰে চকু দিব পৰা এদল শিল্পী, তুচ্ছ 'পলিটিক্স'ৰ কদৰ্যতাৰ পৰা উঠিব পৰা ক্ষমতা থকা এদল সুদক্ষ গুৰি-বঠা ধৰোঁতা—এইখিনি সম্পদেৰে এটা নাট্যানুষ্ঠান গঢ়ি উঠিলে মাত্ৰ পাঁচ বছৰৰ ভিতৰতে অসমৰ নাট্য জগতৰ এক আমূল পৰিৱৰ্তন ঘটিব। মই আৰু বিশ্বাস কৰোঁ—যদি দুৰ্নীতি আৰু অৰ্থহীন ক্ষমতাৰ লিপ্সাই যদি গ্ৰাস নকৰে, তেনেহ'লে এইটো নিশ্চিতভাৱে এনে এটা অনুষ্ঠান হ'ব, যিটোৰ কাৰণে চৰকাৰে কেতিয়াও লোকচান ভৰিবলগীয়া নহয়। কাৰণ ভাল থিয়েটাৰ চাবলৈ মানুহে বৰ আশা কৰি থাকে।

# ০৩. সহস্ৰ ফণা

ভাৰতৰ ভূতপূৰ্ব মুখ্য নায়াধীশ, বৰ্তমানে বোম্বাই বিশ্ববিদ্যালয়ৰ উপাচাৰ্য ড° গজেন্দ্ৰ গদকৰৰ নেতৃত্বত যোৱা মে' মাহত বোম্বাইত এটা সৰ্বভাৰতীয় শিক্ষক আৰু ছাত্ৰ শিবিৰ পতা হৈছিল। শিবিৰৰ উদ্যোক্তা আছিল বোম্বাই বিশ্ববিদ্যালয় আৰু National Integration Colloquium. আৰু সহযোগী উদ্যোক্তা আছিল ভাৰতৰ সোতৰখন বিশ্ববিদ্যালয়। প্ৰেছিডেণ্ট আছিল ড° কে. এম. মুন্সী, চেয়াৰমেন আছিল ড° গজেন্দ্ৰ গদকৰ আৰু ভাইচ প্ৰেছিডেণ্ট আছিল শ্ৰীমতী লীলাৱতী মুন্সী।

বৰ্তমানৰ বিপৰ্যস্ত ভাৰতৰ ঐক্য আৰু সংহতি সাধন কৰা, শিক্ষানুষ্ঠানসমূহৰ পৰা দলীয় ৰাজনীতিক আঁতৰত ৰখা, ছাত্ৰ সমাজৰ বিৰাট শক্তিক তেওঁলোকৰ নিজৰ আৰু দেশৰ উপকাৰৰ কাৰণে, মংগলৰ কাৰণে নিয়োজিত কৰা;—এই উদ্দেশ্যসমূহৰ কাৰণে পন্থা বিচাৰি উলিওৱা আৰু জনমত গঢ়ি তোলাই আছিল এই শিবিৰৰ লক্ষ্য। শিবিৰৰ

স্থান আছিল আন্ধেৰিৰ ভাৰতীয় বিদ্যা ভৱনৰ চৌহদ। (ড° মুন্সী এই বিদ্যা ভৱনৰ গুৰু। এই অঞ্চলত সকলোৱে তেখেতক কুলপতি মুন্সীজী বুলি উল্লেখ কৰে।)

মে' মাহৰ ১৮ তাৰিখে দুপৰীয়া ভাৰতীয় বিদ্যা ভৱন পালোঁগৈ। গছ-লতা-ফুলেৰে সুশোভিত এক বিৰাট অঞ্চল জুৰি আছে এই বিদ্যা ভৱনে। এজন অভ্যৰ্থনাকাৰীয়ে তালিকা এখন চাই মোক ইঞ্জিনীয়াৰিং কলেজৰ হোষ্টেললৈ লৈ গ'ল। গৈ থাকোঁতেই দেখিলোঁ—হোষ্টেলটোৰ সন্মুখতে এখন পথাৰ, আৰু সেই পথাৰত এখন বিৰাট 'পেণ্ডেল'। বিৰাট মানে খুটাবোৰ নাথাকিলে ৰভাৰ তলতে ফুটবল খেলিব পৰাকৈ বিৰাট। ৰভাতলিত অ'ত-ত'ত বহুত মানুহ শুই আছে। মই ভাবিলোঁ, আমাৰ মিটিংবিলাক ইয়াতে হ'ব চাগৈ। ৰভাখনৰ নিৰ্মাণ কাৰ্য শেষ হোৱা নাই। গোটেই ৰাতি কাম কৰি ক্লান্ত হৈ পৰা কৰ্মীবোৰে চাগৈ অলপ জিৰাইছে। কিন্তু অলপ পিচতে গম পালোঁ,—এইখন আমাৰ পেণ্ডেল নহয়; সেইখন হ'ল আন্তৰ্জাতিক হিন্দু সন্মিলনৰ সভাৰ পেণ্ডেল, আগৰ কেইবাদিনো ধৰি সন্মিলন হৈ আছে, ১৯ তাৰিখে আগবেলা শেষ হ'ব। শুই থকা মানুহবোৰ সন্মিলনৰ প্ৰতিনিধি, দৰ্শক আদি। আমাৰ শিবিৰ আৰম্ভ হ'ব ১৯ তাৰিখে পিচবেলা; গতিকে হাতত থকা সময়খিনি হিন্দু সন্মিলনৰ পেণ্ডেলৰ আশে-পাশে ঘূৰি ফুৰিবলৈ ধৰিলোঁ। প্ৰথম পাঁচ মিনিটৰ ভিতৰতে মই ধৰিব পাৰিলোঁ—এই সন্মিলনৰ মুখ্য চৰিত্ৰ হ'ল—সত্যসাই বাবা। সত্যসাই বাবাক মই দেখিছিলোঁ—ইলাষ্ট্ৰেটেড উইক্‌লীৰ পাতত; ডিঙিৰপৰা ভৰিলৈকে আবৰি থকা তেজৰঙা কাপোৰৰ সাজ, মুখখনক প্ৰায় গ্ৰাস কৰি পেলাব খোজা, অস্বাভাৱিক ধৰণৰ বৃত্তাকাৰ একোচা চুলি। এতিয়া ইয়াত দেখিলো মঞ্চৰ ওপৰত সত্যসাইবাবাৰ প্ৰায় সাতফুট ওখ প্ৰতিমূৰ্তি। দুয়োকাষে তেখেতৰ ডাঙৰ ডাঙৰ, 'বাষ্ট' ফটো, সভাৰ চাৰিওকাষে বহা অসংখ্য দোকানত সত্যসাই বাবাৰ বিভিন্ন ভংগীৰ, বিভিন্ন মূল্যৰ ফটো আৰু ছবি, সত্যসাই বাবাৰ ছবি থকা বেটুপাতেৰে নানান কিতাপ, বুকুৰ জেপত আঁৰি থব পৰা, সত্যসাই বাবাৰ ছবি থকা ধাতুৰে নিৰ্মিত বুটাম, মঞ্চৰ ওপৰত এদল ভক্তৰ অবিৰাম কীৰ্তন—ৰাম ৰাম, ৰাম ৰাম,—সত্যসাই ৰাম। গোটেই অঞ্চলটো সত্যসাই বাবাময়।

সেইদিনা গোটেই নিশাটো সত্যসাই বাবাৰ প্ৰশস্তিৰ কীৰ্তন চলি থাকিল। পিচদিনা আগবেলা দহ বজাত সন্মিলনৰ মুকলি সভা। পুৱাৰ পৰাই মানুহৰ সমাগম বাঢ়িল; আৰু দহ বজাৰ আগে আগে ৰভাতলি হাজাৰ হাজাৰ মানুহেৰে ঠাহ খাই পৰিল। লক্ষ্য কৰিলোঁ ৰভাতলীত সৰহ সংখ্যক লোকে জোতা-চেণ্ডেল আদি হাতত লৈ থিয় হৈ আছে। যি অঞ্চলত সত্যসাই বাবাৰ পদাৰ্পণ ঘটিব, সেই অঞ্চলত জোতা ভৰিৰে থকাটো ধৰ্ম-বিগৰ্হিত কাৰ্য।

দহ বজাৰ অলপ পিচতে, প্ৰথমতে মটৰ চাইকেল, তাৰপিচতে পাইলত কাৰ,

তাৰপিচতে এখন সুদৃশ্য গাড়ীত সত্যসাই বাবা, তাৰপিচতে বোম্বাই চহৰৰ প্ৰসিদ্ধ সদাগৰ, ৰাজনৈতিক নেতা আদিৰ গাড়ী,—এই সমদলটো একেবাৰে মঞ্চৰ ওচৰত ৰ'লগৈ। গাড়ীৰপৰা নামি শূন্য মঞ্চৰ ওপৰত উঠিল কেৱল সত্যসাই বাবা,—ডিঙিৰপৰা মাটিলৈকে ওলমি থকা সেই তেজৰঙা কাপোৰৰ বিশিষ্ট সাজ, কাপোৰ মাটিত চুচৰি যায়, ভৰিৰ আঙুলিও নেদেখি। সেই অস্বাভাৱিক চুলিকোচা, মুখখনক তিনিফালপৰা ঢাকি আনিব খুজিছে। সাই বাবা মঞ্চত উঠাৰ লগে লগে ৰভাতলীৰ প্ৰত্যেকজন মানুহে হাত দুখন শূন্যত লগ লগাই থিয় হ'ল, আৰু প্ৰায় সকলোৱেই গুণগুণকৈ সাইবাবাৰ প্ৰশস্তি বাণী উচ্চাৰণ কৰিবলৈ ধৰিলে। সাই বাবাই নাটকীয় ভংগিমাৰে মঞ্চৰ ইফালৰপৰা সিফাললৈ দুবাৰমান অহা-যোৱা কৰিলে। হঠাতে এবাৰ তেখেত ৰভাতলীৰ এটা অঞ্চললৈ চাই ৰৈ গ'ল; আৰু লগে লগে সেই ফালৰ মানুহবোৰ আঁঠুকাঢ়ি প্ৰায় চেপেটা লাগিল। কৃপাদৃষ্টি গ্ৰহণ কৰিবলৈয়ে নে, ৰোষদৃষ্টিৰপৰা ৰেহাই পাবলৈয়ে মানুহবোৰে এনে কৰিলে, মই বুজিব নোৱাৰিলোঁ।

এসময়ত সভাৰ কাম আৰম্ভ হ'ল। সোঁমাজৰ সিংহাসন সদৃশ চকী এখনত সাইবাবা বহিল। বিধান সভাৰ অধ্যক্ষ, বিশ্ববিদ্যালয়ৰ উপাচাৰ্য আদি সমাজৰ বিভিন্ন স্তৰৰ মূধাফুটা লোক একোজন মঞ্চলৈ উঠে, প্ৰথমতে সাই বাবাক (কোনো কোনোৱে ভৰি ছুই) প্ৰণাম কৰে, তাৰপিচতে বক্তৃতা দিয়ে, আৰু শেষত আকৌ এবাৰ প্ৰণাম কৰি মঞ্চৰপৰা নামি যায়। দক্ষিণ ভাৰতৰ এখন ডাঙৰ বিশ্ববিদ্যালয়ৰ উপাচাৰ্য এগৰাকীয়ে বক্তৃতা প্ৰসংগত ঘোষণা কৰিলে, 'সাইবাবা ইজ দি বিগিনিং এণ্ড এ'ণ্ড অফ্ দিচ্ কন্‌ফাৰেণ্ড।'

অষ্ট্ৰেলিয়াৰপৰা অহা এগৰাকী মহিলাই ক'লে—'কোনো কোনোৱে কয় যে সাই বাবাই বৰ বেছিকৈ ঐশ্বৰিক ক্ৰিয়া সাধন কৰিব নালাগে। কাৰণ তেনে কৰিলে বাবাৰ শক্তি টুকায়। কিন্তু মই কওঁ,—সেইটো অবান্তৰ কথা; কাৰণ সাই বাবা হ'ল নিজেই শক্তিৰ উৎস।'

লগে লগে হাজাৰ হাজাৰ হাতৰ উচ্ছ্বসিত হাত-চাপৰি।

সাইবাবাৰ ঐশ্বৰিক ক্ৰিয়াসমূহৰ এটা উদাহৰণৰ কথা সেই দিনাই শুনিলোঁ। ড° কে. এম. মুন্সীৰ হাত দুখন অনবৰত কঁপি থাকে। (তেখেতৰ বয়স আশী বছৰ পাৰ হৈ গৈছে)। সাইবাবাই হেনো তেখেতৰ ওচৰলৈ গৈ নিজৰ হাত এখন মুঠি মাৰি শূন্যতে দুবাৰমান ঘূৰালে, তাৰপিচতে হাতৰ মুঠি খোলোঁতে দেখা গ'ল এটা আঙঠি; আঙঠিটো তেখেতে মুন্সীজীক দিলে—; পিন্ধক হাত কঁপা ভাল হৈ যাব। (পিছৰ পাঁচদিন মুন্সীজীক সদায় দেখিছিলোঁ। তেখেতৰ হাত দুখন অনবৰত অসহায়ভাৱে কঁপিয়েই আছিল। আঙঠি সম্পৰ্কীয় ঘটনাটোও মিছা হ'ব পাৰে। কিন্তু সেই এদিনৰ ভিতৰতে সাই বাবাৰ

অলৌকিক শক্তিৰ বিষয়ে ইমান কাহিনী শুনিলোঁ, যে দক্ষিণ-পশ্চিম ভাৰতৰ এই লাখ লাখ মানুহে মিছাক ইমানকৈ প্ৰশ্ৰয় দিব বুলি ভাবিবলৈ টান পালোঁ। কুলপতি মুন্সীজীৰ ভাৰতীয় বিদ্যা ভৱনৰ 'পাব্লিক স্কুল'ৰ ডাইনিং হলৰ বেৰতো ওলমি আছে সত্যসাই বাবাৰ এখন প্ৰকাণ্ড ফটো)।

যিখিনি সময়ত সভাৰ শেষৰ ফালে সত্যসাই বাবাই বক্তৃতা দি আছিল, সেইখিনি সময়ত তাৰ প্ৰায় তিনিশ গজ দূৰত এদল মানুহে ভাৰতীয় ঐক্য-সংহতি-ধৰ্ম-নিৰপেক্ষতা আদিৰ কাৰণে পতা আমাৰ শিবিৰ উদ্বোধনৰ মুকলি সভাখনৰ মঞ্চৰ খুটা পুতি আছিল। এফালে সত্যসাই বাবা, মাজতে মুন্সীজীৰ থকা ঘৰ, সিফালে আমাৰ ৰাষ্ট্ৰীয় সংহতিৰ সভা—পৰিস্থিতিটো বৰ আমোদজনক হৈছিল। সেইদিনাই মোৰ বন্ধু এজনে ঘটনা এটা বৰ্ণালে। তেওঁ সেই চৌহদতে থকা কেণ্টিন এখনত চাহ খাবলৈ বহিল। মেজখনৰ আন কেইফালে আগৰেপৰা তিনিজন মানুহ বহি আছিল। মোৰ বন্ধুজনে দোকানীক কণীৰ অমলেট, ৰুটি আৰু চাহ দিবলৈ ক'লে। আনকেইজন মানুহৰ আগত ইতিমধ্যে শুদা চাহ পৰিলহি। অলপ পিচতে ল'ৰা এটাই মোৰ বন্ধুৰ সন্মুখত কণীৰ অমলেট আদি থ'লেহি আৰু লগে লগেই হাতত আধাখোৱা চাহৰ পিয়লা লৈ মানুহ তিনিজন ওচৰৰ অইন এখন মেজলৈ গুচি গ'ল। তেখেতসকল সাই বাবাৰ সম্মিলনলৈ অহা প্ৰতিনিধি। আমিষ বস্তুৰ ছাঁটোকে তেখেতসকলে সহিব নোৱাৰে। (সেই চৌহদত আমি সাদিন আছিলোঁ। এই সাদিন আমিষ আহাৰৰ লগত আমাৰ দেখা-দেখি হোৱা নাছিল)।

আবেলি আমাৰ শিবিৰ উদ্বোধনৰ মুকলি সভা অনুষ্ঠিত হ'ল। মঞ্চৰ ঠিক পিছতে কেমিকেল ইঞ্জিনীয়াৰিং ডিপাৰ্টমেণ্ট; ঘৰটোৰ দুৱাৰ-খিৰিকী বন্ধ। আমাৰ (সভাসদ) বাওঁফালে, নিচেই ওচৰতে এটা শিৱমন্দিৰ তালৈ ভক্তসকলৰ অহা-যোৱা চলি আছে। মঞ্চৰ ওপৰত চকু জুৰ পৰি যোৱাকৈ বহি আছে,—জয়প্ৰকাশ নাৰায়ণ, আৰ. আৰ. দিবাকৰ, জয়ৰাম দাস দৌলতৰাম, ইউনিভাৰ্ছিটি গ্ৰাণ্ট্ কমিছনৰ চেয়াৰমেন ড° কোঠাৰী, কুলপতি মুন্সীজী, শ্ৰীমতী লীলাৱতী মুন্সী, ড° গজেন্দ্ৰ গদকৰ আৰু উপস্থিতি সোতৰগৰাকী উপাচাৰ্যৰ মাজৰ কেইগৰাকীমান আৰু আমি সভাসদ হ'লো-ভাৰতৰ ৪৫খন বিশ্ববিদ্যালয়ৰ প্ৰায় পাঁচশ শিক্ষক আৰু ছাত্ৰ।

ড° গজেন্দ্ৰ গদকৰে জয়জয়তে শিবিৰটোৰ মূল উদ্দেশ্যৰ কথা বিৱৰি ক'লে। সংকীৰ্ণ, কূটাঘাতমূলক, বিভেদকামী চিন্তা আৰু কাৰ্যাৱলীয়ে ভাৰতৰ সকলো জ্ঞানী মানুহক বিচলিত কৰিছে। এখন প্ৰদেশে আন এখন প্ৰদেশৰ লগত এনে উত্তেজনা আৰু তীব্ৰতাৰে কাজিয়া কৰে যেন দুখন সুকীয়া ৰাষ্ট্ৰৰ মাজতহে যুদ্ধৰ উপক্ৰম হৈছে! ধৰ্মনিৰপেক্ষতা (ছেকুলাৰিজম) ভাৰতীয় সংবিধানৰ ভেটি; অথচ ভাৰতীয় গণতন্ত্ৰই জাত-কুল-সম্প্ৰদায়ক গুৰুত্ব দি ওপৰলৈ তুলিছে। নিৰ্বাচন যুদ্ধত, নিৰ্বাচনৰ পিচত,

ক্ষমতা আয়ত্ত কৰাৰ সময়ত—জাত-কুল-সম্প্ৰদায়ৰ ভেটিত দল গঠন কৰা হৈছে। ভাৰতৰ প্ৰতি আনুগত্যতকৈ নিজ নিজ অঞ্চল, ধৰ্ম আৰু ভাষাৰ প্ৰতি আনুগত্যই প্ৰাধান্য লাভ কৰিছে। এই অৱস্থাৰ বিৰুদ্ধে ব্যৱস্থা ল'বলৈ ভাৰতত এটা Academic Opinion গঢ়ি তোলাৰ প্ৰয়োজন দেখা দিছে। অন্ততঃ ভাৰতৰ University communityটোৱে ঘোষণা কৰা উচিত জাত-কুল-সম্প্ৰদায়ৰ প্ৰতি আনুগত্য প্ৰকাশ কৰাটো সংবিধান বিৰোধী কথা।

ড° গজেন্দ্ৰ গদকৰে কথা কৈ থাকোঁতে ওচৰৰ শিৱমন্দিৰটোৰপৰা অহা ঘণ্টা ধ্বনিয়ে বৰ আমনি কৰি আছিল। মন্দিৰটোৰ বাৰাণ্ডাত এটা ঘণ্টা (ডাঙৰ টিলিঙা) ওলোমাই থোৱা আছিল। ভক্তসকলে দান-দক্ষিণা দি মন্দিৰৰ দুৱাৰমুখত সাষ্টাংগে প্ৰণিপাত কৰে, আৰু যাবৰ সময়ত প্ৰত্যেকেই ঘণ্টাটো বজাই থৈ যায়। চাপৰ ল'ৰা-ছোৱালীকো লগত অহা ডাঙৰসকলে কোলাত তুলি ঘণ্টাটো চুকি পোৱা কৰি দিয়ে। ঘণ্টাটো প্ৰাৰ্থনাৰ অংগ নে, ধেমালিৰ বস্তু নে, শিৱালয়ৰ কলিং বে'ল নে, 'মই আহিছিলোঁ'—কথাষাৰ ৰেজিষ্টাৰ কৰা হাজিৰা বহী নে—তাকে ভাবি মই অলপ সময় নষ্ট কৰিলোঁ।

জয়প্ৰকাশ নাৰায়ণে বক্তৃতা প্ৰসংগত ক'লে, 'ভাৰতৰ ভূতপূৰ্ব মুখ্য নায়্যাধীশ ডাঙৰীয়া, আপুনি ভাৰতীয় সংবিধানৰ এগৰাকী অথৰিটি; সেই কাৰণে আপোনাৰ ওচৰত ক্ষমা প্ৰাৰ্থনা কৰি আঙুলিয়াই দিব খোজোঁ যে আমাৰ সংবিধানত ছেকুলাৰিজম বোলা শব্দটোৱেই নাই।'

বৰ আমোদজনক কথা! ভাৰতত এটা University movement গঢ়ি তুলিব লাগে। শিবিৰৰ এই দ্বিতীয় মূল উদ্দেশ্যৰ কথা কওঁতে ড° গজেন্দ্ৰ গদকৰে প্ৰাচীন ভাৰতীয় শিক্ষাৰ আদৰ্শৰ কথা উল্লেখ কৰিলে। 'The academic community should not live in anivory tower and must place its learning at the service of the community at large. ক্ৰিয়াবান স পণ্ডিতঃ। it was said.'–

এই সময়ত ভাৰতীয় বিদ্যা ভৱনৰ মূল প্ৰৱেশদ্বাৰত এটা ছাত্ৰ সমদলে শ্ল'গান দি আছিল। বোম্বাই বিশ্ববিদ্যালয়ে বছৰি ৫০ টকা মাছুল বৃদ্ধি কৰা আৰু পৰীক্ষাৰ মাছুল শতকৰা ৪০ ভাগ বৃদ্ধি কৰাৰ প্ৰতিবাদত তেওঁলোকে বিক্ষোভ প্ৰদৰ্শন কৰিছিল। কোনোবা সুৰুঙাইদি তেওঁলোকে বিলোৱা চাইক্ল'ষ্টাইল কৰা প্ৰচাৰ-কাকত এখন সভাসদসকলৰ মাজত বিয়পি পৰিল। লৰালৰিকৈ দুই-এটা পেৰাগ্ৰাফত চকু ফুৰালোঁ।
—'The Vice Chancellor of the University of Bombay, who so very often refers to the crying need for 'Socio-economic justice in society', has permitted a gross in justice to be perpetrated on the students of the University over which he presides. We regret to state that the right 'Student-University relations' that the Vice-Chancellor pleads for at the All India University

Teachers' & Students Camp is glaringly absent in the University of Bombay.'

অসমৰ মানুহ হিচাপে এইটো কথা স্বীকাৰ কৰিবই লাগিব যে মাত্ৰ সাদিনৰ ভিতৰত ভাৰতৰ ইমানবোৰ শীৰ্ষস্থানীয় বুদ্ধিজীৱী আৰু সমাজ-নেতা দেখা আৰু তেখেতসকলৰ কথা শুনাৰ সুবিধা মোৰ কেতিয়াও হোৱা নাছিল। উপাচাৰ্য মুদালিয়ৰে ক'লে, 'আজি যদি গান্ধীজীয়ে উভতি আহি তেখেতৰ পথ-অনুসৰণকাৰীসকলক দেখেহি, তেনেহ'লে তেখেত অবাক হ'ব,—'কি? মই এই পথেদি আহিছিলোঁ?' ড° হৃদয়নাথ কুঞ্জৰুৰে (এখেতে ভাৰত ৰত্ন উপাধি প্ৰত্যাখ্যান কৰিছিল) ভাৰতৰ মুক্তিৰ কুৰি বছৰৰ পিচত ছোভিয়েট ৰাছিয়াৰ লগত তুলনা কৰি চাবলৈ ক'লে। অচ্যুত ৰাও পট্টবৰ্ধনে (কুইট ইণ্ডিয়া আন্দোলনৰ মুকুটবিহীন সম্ৰাট) যুৱকসকলক ক'লে, 'You are like an actor who came to the stage and forgot his part.' বিশ্ববিদ্যালয় সম্প্ৰদায়টোক এক হ'বলৈ গৈ তেখেতে উদ্ধৃতি দিলে—'When bad man combine, the good must unite.'

(সেইদিনাই শিৱসেনাই বোম্বাইৰ এটা বিখ্যাত ৰাস্তাৰ দক্ষিণ ভাৰতীয় হকাৰৰ দোকানবোৰ ভাঙি-ছিঙি, লুটপাত কৰি এক তাণ্ডৱ লীলাৰ সৃষ্টি কৰিলে। ড° গজেন্দ্ৰ গদকৰক এই বিষয়ে সোধাত তেখেতে সভাত ঘোষণা কৰিলে, 'শিৱসেনা হ'ল a potential menace to democracy.' কেনেড়ী গুহা চাবলৈ যাওঁতে মোক দুজন নেতাৰ সাজ পিন্ধা মানুহে সুধিছিল—'আপোনালোকৰ এই যে লাচিত সেনা,—২৬ জানুৱাৰীত যে এই অভূতপূৰ্ব ধ্বংসলীলা সাধন কৰিলে, সেই লাচিত বোলাজন মুছলমান আছিল নে কি?'

একোগৰাকী উপাচাৰ্যৰ নেতৃত্বত অনুষ্ঠিত ছাত্ৰ আৰু শিক্ষকসকলৰ আলোচনা সভাবোৰৰ প্ৰায় প্ৰতিটো মুহূৰ্ত উত্তেজনাময় আছিল। শিবিৰৰ কথা-বতৰাবোৰ ইংৰাজীতে চলিব বুলি আগতে জাননী দিয়া আছিল; পিচে এলাহাবাদৰ এজন ছাত্ৰই হিন্দীতে কথা ক'বলৈ আৰম্ভ কৰা, তাৰ পিচত মাদ্ৰাজৰ এজনে তামিলত আৰম্ভ কৰাৰ লগে লগে এটা হৈ-চৈৰ সৃষ্টি হোৱা,—এনে ধৰণৰ ঘটনা প্ৰায়েই ঘটি আছিল। কেৰেলাৰ জৰ্জ নামৰ এজন ছাত্ৰই কৈছিল—'আজি আমি Verbal Diarrhoea নামৰ ৰোগ এটাত ভুগিছোঁ।' এচুকত বহি আলোচনা শুনি থকা ড° গজেন্দ্ৰ গদকৰে এই নতুন শব্দটো শুনি বৰ আমোদ পোৱাটো প্ৰকাশ কৰিছিল।

কিন্তু ড° গজেন্দ্ৰ গদকৰ লাহে লাহে চিন্তান্বিত হৈ আহিছিল। শিবিৰৰ শেষত ধৰ্ম, ভাষা, প্ৰাদেশিকতা ইত্যাদি সকলো সমস্যাৰ প্ৰতি লক্ষ্য ৰাখি, সকলোৱে সমস্বৰে এটা প্ৰতিজ্ঞা গ্ৰহণ কৰাৰ কথা আছে। কিন্তু এই প্ৰতিজ্ঞাৰ ভাষা কি হ'ব? উত্তৰ ভাৰতৰ চিন্তাশীল ল'ৰাই কয়—আপোনালোকে সময় লওক,—হিন্দীক ৰাষ্ট্ৰভাষা কৰিবলৈ ভাৰতে প্ৰয়োজন হ'লে বিছ বছৰ অপেক্ষা কৰিব, আৰু লগে লগে দক্ষিণ ভাৰতৰ ল'ৰাই চকীৰ ওপৰত থিয় হৈ গৰ্জি উঠে— বিছ বছৰ কিয়, বিছ হাজাৰ বছৰৰ পিচতো সেইটো হ'ব নোৱাৰিব;—এনে অৱস্থাত সকলোৰে কাৰণে এটা প্ৰতিজ্ঞা কি শব্দেৰে লিখি উলিওৱা যায়? ড° গজেন্দ্ৰ গদকৰৰ নিচিনাকৈ আমি শিবিৰৰ প্ৰায় পাঁচশ মানুহৰ সকলোৱেই চিন্তান্বিত হৈ আহিছিলোঁ। সকলোৰে কাৰণে এটা প্ৰতিজ্ঞা? লাজো লাগিছিল

যথেষ্ট। এখন দেশৰ মানুহ হৈ আমি এটা প্ৰতিজ্ঞা লিখি উলিয়াব নোৱাৰোঁ। মাজে মাজে ভাবিলোঁ—কিয় নোৱাৰোঁ, নিশ্চয় পাৰোঁ। কিন্তু তাৰ পিচতে হয়তো সেইদিনাৰ 'Times of India'খনত দেখিলোঁ—গৃহমন্ত্ৰী শ্ৰীচৱনে আক্ষেপ কৰিছে—'ব্ৰাহ্মণসকল বাকীসকলতকৈ শ্ৰেষ্ঠ বুলি আজি আকৌ এদল মানুহে প্ৰবন্ধ লিখিছে; সেই ঘটনাটোত মই যিমান দুখ পাইছোঁ, তাতকৈ বেছি দুখ পাইছোঁ কোনেও সেই প্ৰবন্ধবোৰক আক্ৰমণ নাই কৰা দেখি।' —আৰু লগে লগে আকৌ বিমৰ্ষ হৈ পৰিলোঁ। লগে লগে হয়তো কাণত আকৌ প্ৰতিধ্বনিত হ'ল এজন ছাত্ৰৰ বিদ্ৰোহ-ধ্বনি—'আজি এই পাঁচশ মানুহৰ মাজত এজনো হৰিজন নাই কিয়?'

শেষ পৰ্যন্ত ড° গজেন্দ্ৰ গদকৰে প্ৰতিজ্ঞাটো লিখি উলিয়াইছিল। (এটা কথা স্বীকাৰ কৰি থওঁ। ড° গজেন্দ্ৰ গদকৰৰ জ্ঞান, কৰ্মশক্তি, বিচাৰবুদ্ধি, ব্যক্তিত্বই আমাৰ বহুতক সেই কেইদিন মুগ্ধ কৰি ৰাখিছিল। আজিও ৰাখিছে। মই আটাইতকৈ আনন্দিত হৈছিলোঁ এই কথা শুনি যে দিল্লীৰ কেন্দ্ৰীয় লাইব্ৰেৰীত বেছি কিতাপ পঢ়া মানুহৰ তালিকাৰ প্ৰথমতে তেখেতৰ নামটো আছে)।

গৱৰ্ণৰ ড° বেৰিয়ানৰ উপস্থিতিত, আমি সকলো থিয় হৈ ড° গজেন্দ্ৰ গদকৰৰ লগে লগে প্ৰতিজ্ঞাবাণী উচ্চাৰণ কৰিলোঁ। অত্যন্ত সাৱধানেৰে শব্দ ব্যৱহাৰ কৰি লিখি উলিওৱা এটা নিৰপেক্ষ, নিৰুত্তাপ প্ৰতিজ্ঞা।—'We are Indians first, Indian second and Indians last.'

পিচত বহুতক লগ পালোঁ,— যিসকলে হেনো কেৱল Scene এটা Create কৰাৰ ভয়তহে সকলোৰে লগত থিয় হৈ আছিল, মুখেৰে শব্দবোৰ উচ্চাৰণ কৰা নাছিল। এজন ক্ষীণ ডাঢ়ি নুখুৰোৱা, চশমা পিন্ধা মানুহক যোৱা এই কেইদিন শিবিৰৰ ল'ৰা-ছোৱালী-শিক্ষক সকলোৰে লগত কথা পাতি ফুৰা দেখিছিলোঁ। প্ৰতিজ্ঞা গ্ৰহণৰ পিচত সেই মানুহজনে মোক ক'লে, 'এইবোৰেই হ'ল ছাত্ৰ-ছাত্ৰীসকলক সংগ্ৰামৰ বাটৰ পৰা আঁতৰাই আমি পোহনীয়া কৰি ৰখাৰ উপায়'।

বৰ বিভ্ৰান্ত হৈ, বহুত প্ৰতিজ্ঞা, বহুত সংকল্পৰ কথা ভাবি উভতি আহিলোঁ। আহোঁতে ভাৰতীয় বিদ্যা ভৱনৰ প্ৰতীকটোলৈ চকু দিলোঁ। 'আনো ভদ্ৰাঃ ক্ৰতৱো যন্তু বিশ্বতঃ— Let noble thought come to us from every side.'

# ০৪. সংশোধনী প্ৰস্তাৱ

অলপ দিনৰ আগতে অসম সাহিত্য সভাৰ নতুন সম্পাদকৰ অফিচৰ পৰা বিতৰণ কৰা এখন জাননী পঢ়িবলৈ পাইছিলোঁ। জাননীখনত সাহিত্য সভাৰ বিভিন্ন শাখাৰ পৰা সভাৰ নিয়মাৱলী সংশোধনৰ কাৰণে পৰামৰ্শ বিচৰা হৈছে। জাননীখন পঢ়াৰ

পিচত মোৰ মনলৈ কিছুমান চিন্তা আহিল। নিয়মাৱলী মানে সভাৰ সভ্য কোন কোন হ'ব পাৰে, সেইসকল লোক কেনেকৈ সভ্য হ'ব পাৰে, সভ্য হ'লে কেইবছৰলৈ সভ্য হ'ব পাৰে, বৰঙণি কিমান, বৰঙণি অনাদায়ে কি হয়, কাৰ্যপালিকাসকল কেনেকৈ নিৰ্বাচিত হয়, শাখা সভাৰ কৰ্তব্য কি,—এনেকুৱা ধৰণৰ কথাই চাগৈ। সভাখনৰ গাঁঠনি, পৰিচালনা, ব্যৱস্থাপনা আদিৰ সুস্থতাৰ কাৰণে এনেধৰণৰ নিয়মাৱলী, আৰু সময়ে সময়ে সেই নিয়মাৱলীৰ সংশোধনৰ নিতান্ত প্ৰয়োজন। কিন্তু সাহিত্য সভাৰ যি বিৰাট ৰূপ আৰু শক্তিৰ কথা অসমীয়া ভাষা-সাহিত্যৰ হিত চিন্তা কৰা অলেখ মানুহে ভাবিবলৈ লৈছে, জাতিৰ প্ৰতি, ভাষা সাহিত্যৰ প্ৰতি সাহিত্য সভাৰ যি বিৰাট অৱদানৰ সম্ভাৱনাৰ কথা তেখেতসকলে মনত সুমুৱাই লৈছে, সেই ৰূপ, শক্তি আৰু সম্ভাৱনাৰ তুলনাত নিয়মাৱলী সংশোধনৰ কথাটো এটা সৰু কথা। সৰু কথা মানে, আইন জনা, ৰাজনীতি জনা, সুদীৰ্ঘ অভিজ্ঞতাৰে পৰিপুষ্ট কেইজনমান মানুহে আছুতীয়াকৈ বহি এই কামটো সুন্দৰভাৱে কৰি পেলাব পাৰে। সাহিত্য সভাক এক অতি শক্তিশালী কৰ্মক্ষম জাতীয় প্ৰতিষ্ঠান হিচাপে কল্পনা কৰিব খোজা বহুত চিন্তাশীল লোকে নিয়মাৱলী সংশোধনৰ নিচিনা কথাত মাত মাতিবলৈ আগ্ৰহ প্ৰকাশ নকৰিব। সেইটো এটা প্ৰশাসনীয় কাম। কিন্তু সাহিত্য সভাখনে দেশৰ মংগলৰ কাৰণে কি কি আঁচনি, কি কি কাম হাতত ল'ব, সেই সম্পৰ্কে পৰামৰ্শ দিয়াৰ কথা কিন্তু বহুত মানুহে চিন্তা কৰা উচিত।

এনে ধৰণে কথাবোৰ ভাবি থাকোঁতে হঠাতে মনত খেলালে কাইলৈ যেনিবা সাহিত্য সভাৰ সম্পাদকৰ অইন এখন জাননী পালোঁ,—তেখেতে ভৱিষ্যৎ আঁচনিত ভাল কামৰ পৰামৰ্শ বিচাৰিছে। কিবা কাৰণত তেখেতে যেনিবা মোৰো পৰামৰ্শ বিচাৰিলে। তেতিয়া মই কি পৰামৰ্শ দিম?

পিচে বেছি পৰ মোৰ ভাবি থাকিবলগীয়া নহ'ল। অলপ পিচতে গুৱাহাটী বিশ্ববিদ্যালয়ৰ বাংলা বিভাগৰ মুখ্য অধ্যাপকগৰাকীক অইন সংক্ৰান্তত লগ পালোঁ। কথাই কথাই অধ্যাপকগৰাকীয়ে এটা সঁচা কাহিনী ক'লে। কাহিনীটো হ'ল এইটো ঃ

ইয়াণ্ডাবু সন্ধিৰ ঠিক আগৰ কালছোৱাত কলিকতাৰ হাই কোৰ্টত এজন ইংৰাজ বিচাৰপতি আছিল। এই মানুহজনৰ পুৰণিকলীয়া বিভিন্ন ধৰণৰ বস্তু সংগ্ৰহ কৰাৰ চখ আছিল। ইংৰাজসকল ১৮২৬ চনত অসমলৈ আহিল। কোনোবা কোনোবা থাকিল, কোনোবা কোনোবা গুচি গ'ল। ১৮২৬ চনৰ পিচত কলিকতাৰ সেই বিচাৰপতিজন ইংলেণ্ডলৈ উভতি গ'ল। কিছুদিনৰ পিচত ইংলেণ্ডতে তেখেতৰ মৃত্যু হ'ল। মৃত্যুৰ পিচত তেখেতৰ পৰিবাৰে এটা কাম কৰিলে। বিচাৰপতিজনে ভাৰতত থকা কালত যিমানবোৰ বস্তু সংগ্ৰহ কৰি নিজ দেশলৈ লৈ গৈছিল, তেখেতে তাৰ এখন তালিকা প্ৰস্তুত কৰিলে। সকলো সংগ্ৰহকাৰীৰ কাৰণেই সংগৃহীত বস্তুৰ কেটেলগ এখন কৰাটো এটা অনিবাৰ্য কৰ্তব্য। নহ'লে কালক্ৰমত বস্তুবোৰৰ পৰিচয়, অৱস্থানৰ কথা আদি লোপ পায়। সেই

কাৰণেই বোধহয় মহিলাগৰাকীয়ে স্বামীৰ আধৰুৱা কাম বুলি কামটো সমাপন কৰিলে। তালিকাখন ছপা কৰি তেখেতে বিচাৰপতিজনৰ বিশিষ্ট বন্ধু-বান্ধৱলৈ একোটাকৈ কপি পঠিয়াই দিলে। কেইটামান কপি ভাৰতলৈও আহিল। সেই তালিকাখনৰ এটা বস্তুৰ বৰ্ণনা হ'ল ঘোষা পুথি। সম্ভৱখন হাতী দাঁতৰ পাতত লিখা আছে এই পুথি। পুথিৰ ভাষা হ'ল কামৰূপ ৰাজ্যৰ। য'ত এই পুথিখন পোৱা গৈছে, সেই ঠাইডোখৰ দিনাজপুৰৰপৰা সাদিনৰ বাট। এনেকুৱা হাতী দাঁতৰ পাতত লিখা পুথি পৃথিৱীৰ এক আপুৰুগীয়া সম্পদ।'

অধ্যাপকে কাহিনীটো সিমানতে শেষ কৰিলে। মই সুধিলোঁ,—আপুনি এই বিষয়ে আৰু কিবা জানেনে? পুথিখন এতিয়া ক'ত আছে, বা আছেনে নাই—ইত্যাদি?

অধ্যাপক ক'লে, 'মই যিখিনি জানো সেইখিনি সূৰ্য কুমাৰ ভূঞা কমেমৰেচন ভলিউমত লিখিছোঁ। মোৰ বিশ্বাস পুথিখন ইংলেণ্ডত এতিয়াও আছে। কাৰণ পুৰণি বস্তুৰ বুৰঞ্জীৰ তুলনাত ১৮২৬ চন সৌ সিদিনাৰ কথা।'

ময়ো বুজিলোঁ,—১৮২৬ চনৰ কথা যদিও কথাটোৰ গুৰুত্ব কিমান।

অধ্যাপকজনে তেওঁৰ ব্যক্তিগত সাধনাৰ বিষয়েও ক'লে। যোৱা ছয়ত্ৰিশ বছৰ ধৰি, অক্লান্ত পৰিশ্ৰম কৰি তেখেতে এখন কেটেলগ প্ৰস্তুত কৰিছে। সেই কেটেলগত এই পৃথিৱীৰ যিমান লাইব্ৰেৰীত বাংলা ভাষাৰ হাতে লিখা কিতাপ-পত্ৰ আছে, সেই সকলোৰে সবিশেষ সন্নিৱিষ্ট কৰা হৈছে। কেটেলগখন তিনিটা খণ্ডত বিভক্ত; একোটা খণ্ডত কেইবাহাজাৰো পৃষ্ঠাকৈ আছে।

অধ্যাপকজনৰ ওচৰৰ পৰা আঁতৰি অহাৰ পিচত মই দ্বিতীয়বাৰ ঠিক কৰিলোঁ, এৰা নিয়মাৱলী সংশোধন কৰাটো এটা সৰু কথা। আৰু এটা কথা মই উপলব্ধি কৰিলোঁ,— ভাল কামৰ কাৰণে পৰামৰ্শ বিচাৰি পৰিশ্ৰম কৰাৰো আজি আৰু কোনো প্ৰয়োজন নাই, প্ৰতি মুহূৰ্ততে বাটে-পথে, য'তে-ত'তে অনেক পৰামৰ্শই আমাক বেঢ়ি আছে।

# ০৫. সৰু সৰু কথা

দেশখনত বিজ্ঞান-শিক্ষাৰ উৎকৰ্ষ সাধন সম্পৰ্কীয় বিধি-ব্যৱস্থাৰ বিষয়ে আলোচনা কৰিবলৈ বুলি নতুন দিল্লীত এখন সভাৰ আয়োজন কৰা হৈছিল। ভাৰতৰ বিভিন্ন বিশ্ববিদ্যালয়ৰ প্ৰায় এশজন বিজ্ঞানৰ শিক্ষকে সেই সভাত যোগদান কৰিছিল। আলোচনাৰ শেষত ঠিক কৰা হ'ল যে শেহতীয়া বৈঠকখনত বিভিন্ন সভ্যই লিখিতভাৱে নিজ নিজ পৰামৰ্শ আগবঢ়াব; সেই পৰামৰ্শসমূহ চৰকাৰৰ হাতলৈ যাব, আৰু চৰকাৰে

পিচত সেইবোৰ চালি-জাৰি চাই প্ৰয়োজনীয় ব্যৱস্থা গ্ৰহণ কৰিব।

এই শেহতীয়া বৈঠকৰ সভাপতি আছিল ইউনিভাৰ্ছিটি গ্ৰাণ্ট কমিছনৰ চেয়াৰমেন ড° কোঠাৰী। সভাসদসকলৰ মাজৰ পৰা একোজন মঞ্চৰ ওপৰলৈ যায়, কাগজ এখিলাত লিখি নিয়া পৰামৰ্শখিনি পাঠ কৰে, আৰু কাগজখিলা সভাপতিৰ হাতত দি নামি আহে। তাৰপিচত মঞ্চলৈ যায় অইন এজন। এনেকৈ প্ৰায় পঁচিশজন সভ্যই তেখেতসকলৰ পৰামৰ্শ আগবঢ়ালে। স্কুলৰপৰাই ছাত্ৰ-ছাত্ৰীক বিজ্ঞানৰ প্ৰতি আকৰ্ষিত কৰিব লাগে, স্কুলসমূহত একোটা সৰু কাৰখানা থাকিব লাগে, যাতে ল'ৰা-ছোৱালীহঁতে সৰু-সুৰা যন্ত্ৰ-পাতি ব্যৱহাৰ কৰি কাৰ্যকৰী বিদ্যাৰ প্ৰতি অনুৰক্ত হোৱাৰ সুবিধা পায়, ভাৰতৰ বিভিন্ন শিক্ষানুষ্ঠানৰ মাজত শিক্ষাৰ আদান-প্ৰদান হ'ব লাগে, বজাৰৰ ন'ট (মেড-ইজি ইত্যাদি) -বোৰৰ প্ৰতি ছাত্ৰ-ছাত্ৰীক বীতৰাগ কৰি তুলিব লাগে,—ইত্যাদি বিভিন্ন ধৰণৰ পৰামৰ্শ।

পৰামৰ্শ আগবঢ়োৱা পৰ্ব শেষ হোৱাৰ পিচত সভাপতি ড° কোঠাৰী ভাষণ দিবলৈ থিয় হ'ল। তেখেতে ক'লে, 'আপোনালোকৰ পৰামৰ্শবোৰ মোৰ বৰ ভাল লাগিছে। সঁচাকৈয়ে ইয়াৰ প্ৰত্যেকটো পৰামৰ্শই সুচিন্তিত, প্ৰয়োজনীয় আৰু মূল্যবান। মোৰ এনেকুৱা লাগিছে যেন ইয়াৰ প্ৰত্যেকটো পৰামৰ্শকে কাৰ্যলৈ ৰূপান্তৰিত কৰাৰ ব্যৱস্থা কৰোঁ। কিন্তু এটা কথা মই আপোনালোকৰ আগত উল্লেখ কৰি থ'ব খোজোঁ। মই এই পৰামৰ্শবোৰক দুটা ভাগত ভাগ কৰিছোঁ। এইটো ভাগত যিখিনি পৰামৰ্শ আছে, সেইখিনি কাৰ্যকৰী কৰিবলৈ যথেষ্ট টকাৰ প্ৰয়োজন, আৰু এইটো ভাগৰ পৰামৰ্শখিনি কামত লগাবলৈ টকাৰ প্ৰয়োজন নাই।'

সভাপতিৰ সন্মুখৰ মেজখনলৈ চাই তেতিয়াহে আমি মন কৰিলোঁ যে ইতিমধ্যে ড° কোঠাৰীয়ে পৰামৰ্শ লিখা কাগজবোৰ দুভাগত ভাগ কৰি থৈছে। আমি বৰ আমোদ পালোঁ। কেইজনমানে প্ৰকাশ্যে হাঁহিলেও। ড° কোঠাৰী বুদ্ধিমান মানুহ; অৰ্থমঞ্জুৰী লৈয়েই তেখেতে লেন-দেন কৰে; গতিকে লগে লগে তেখেতে টকাৰ প্ৰশ্নটো ফঁহিয়াই চাইছে। পিচে হয়ো, এইবোৰ পৰামৰ্শৰ ক্ষেত্ৰত চৰকাৰৰ ঘৰত তেখেতেই অত্যন্ত দায়িত্বসম্পন্ন বিষয়া; গতিকে টকা-পইচা জড়িত থকা প্ৰতিশ্ৰুতি দিয়া বা তেনে ধৰণৰ কথাৰ আলোচনা কৰাত তেখেত যথেষ্ট সাৱধান হ'বই লাগিব।

কিন্তু পিচ মুহূৰ্ততে ড° কোঠাৰীয়ে যি কেইষাৰ কথা ক'লে, অইনৰ কথা ক'ব নোৱাৰোঁ, সেই কেইষাৰ কথাৰ গুৰুত্ব মই তেতিয়াৰ পৰা আজিলৈকে, মৰ্মে মৰ্মে উপলব্ধি কৰি আছোঁ।

তেখেতে ক'লে, 'এই যে ব্যয়বহুল পৰামৰ্শখিনি,—এইখিনিৰ কাৰণে আমি টকাৰ ব্যৱস্থা কৰি দিম, আৰু লগে লগে এইবোৰ কাৰ্যত ৰূপান্তৰিত হৈ যাব। কিন্তু এই যে

পইচাৰ লগত সম্পৰ্ক নথকা পৰামৰ্শখিনি, এইখিনি হয়তো কেতিয়াও কাৰ্যকৰী নহ'ব, কাৰণ এইখিনিৰ কাৰণে মানুহৰ initiative, সংকল্প, চেষ্টা আৰু পৰিশ্ৰমৰ প্ৰয়োজন।'

* * * * *

কেইদিনমানৰ আগতে ডাকত অহা টোপোলা এটা খুলিছিলোঁ। টোপোলাটোৰ ভিতৰৰ তৰপত পুৰণি খবৰ কাগজ আছিল। পিচত কেনেবাকৈ সেই কাগজখন হাতত উঠিল। তাতে খবৰ এটা পঢ়িলো;—কোনো এক ভাৰতীয় ব্যৱসায়ীয়ে জাৰ্মানীৰ এক উদ্যোগ প্ৰতিষ্ঠানৰ লগত যোগাযোগ কৰিছে—ঠিক চাউলৰ আকৃতিত আৰু চাউলৰ আয়তনৰ সমানকৈ শিলগুটি ভাঙিব পৰা যন্ত্ৰ এটা প্ৰতিষ্ঠানটোৱে যোগাব পাৰিবনে কি? পিচত হঠাতে হেনো সেই প্ৰতিষ্ঠানটোৰ সন্দেহ হ'ল,—এনেকুৱা এটা যন্ত্ৰৰ প্ৰয়োজনীয়তা ক'ত?

প্ৰতিষ্ঠানটোৱে ভাৰতৰ সংশ্লিষ্ট প্ৰাদেশিক চৰকাৰলৈ কথাটো জনাই চিঠি লিখিলে। অনুসন্ধানৰ পিচত জনা গ'ল যে ব্যৱসায়ীজনে চাউলৰ লগত মিহলোৱা শিলগুটি প্ৰস্তুত কৰিবলৈ যন্ত্ৰটো বিচাৰিছিল।

এই ঘটনাটোৰ কথা ভাবি থাকোঁতে লণ্ডনত ঘটা ঘটনা এটাৰ কথা মোৰ মনলৈ আহিল।

এজনী ইংৰাজ বুঢ়ীয়ে তেওঁৰ কুকুৰটোৰ কাৰণে দোকানৰপৰা মাংস কিনিলে। (তাত মাংসৰ দোকানত কুকুৰৰ কাৰণে আছুতীয়াকৈ মাংস বেচা হয়)। কিনি নি বুঢ়ীয়ে কুকুৰটোক মাংস খুৱালে; আৰু এঘণ্টামানৰ পিচতে কুকুৰটো অসুস্থ হৈ পৰিল। বুঢ়ীয়ে লগে লগে ডাক্তৰ মাতিলে, ডাক্তৰে ঔষধ-পাতিৰ ব্যৱস্থা কৰিলে আৰু লগতে ক'লে যে কুকুৰটোৱে খোৱা মাংসখিনি বেয়া আছিল। বুঢ়ীয়ে লগে লগে মাংসৰ দোকানখনলৈ ফোন কৰিলে। দোকানীয়ে চৰকাৰৰ ডাক্তৰৰ হতুৱাই বাকী থকা মাংসবোৰ পৰীক্ষা কৰালে। দেখা গ'ল,—মাংসবোৰ সঁচাকৈয়ে বেয়া।

তাৰপিচত, গোটেই দিনটো, প্ৰায় এঘণ্টাৰ মূৰে মূৰে বি-বি-চি-য়ে ৰেডিঅ' আৰু টেলিভিচন যোগে ঘোষণা কৰি থাকিল, অমুক দোকানৰপৰা কোনোবাই যদি কুকুৰৰ কাৰণে মাংস কিনিছে, তেনেহ'লে সেই মাংস যেন খুওৱা নহয়; কোনোবাই যদি ইতিমধ্যে খুৱালে, তেনেহ'লে অবিলম্বে যেন কুকুৰটোক ডাক্তৰক দেখুওৱা হয়। কাৰণ সেই মাংসবোৰ বেয়া আছিল।

সেই দোকানখনলৈ মাংস আহে প্ৰায় তিনিশ কিলোমিটাৰ দূৰৰ ফাৰ্ম এখনৰপৰা। পিচদিনা বাতৰিকাকতত সেই ফাৰ্মখনৰ কৰ্তৃপক্ষই অনুশোচনা আৰু ক্ষমা-প্ৰাৰ্থনাসূচক বিবৃতি এটা প্ৰকাশ কৰালে। পুতি পেলাবলৈ থোৱা বেয়া মাংস কিছুমান ভুলক্ৰমে লণ্ডনলৈ পঠিওৱা মাংসৰ লগত গুচি গ'ল। এই ভুলৰ কাৰণে ৰাইজে যেন ফাৰ্মখনক ক্ষমা কৰে।

# ০১. কাৰ আৱাজ কোনে শুনে!

'সুধা' নামৰ কানাড়া সাপ্তাহিক আলোচনী এখনত ধাৰাবাহিক ৰূপে এটা কাহিনী প্ৰকাশিত হৈছিল; সেই কাহিনীৰ আধাৰত নিৰ্মিত হ'ল অন্থ (অন্ত) নামৰ এখন ছবি। অত্যধিক মাৰ-পিট থকাৰ কাৰণে ছবিখন সমালোচনাৰ সন্মুখীন হ'ল। ছেন্সৰে কাটি পেলোৱা দৃশ্য কিছুমান আকৌ জোৰা দি চিনেমা হলত দেখুওৱাৰ অপৰাধত পুলিচে দুবাৰ ছবিখন জব্দ কৰিলে, দুয়োবাৰ আদালতে ছবিখনক মুক্তি দিলে। সেইখন ছবিৰ হিন্দী ৰূপ হ'ল 'মেৰি আৱাজ শুন''। মুক্তি লাভৰ আগতে প্ৰযোজক শেষগিৰি ৰাৱে কোৱা মতে হিন্দী ছবিখন কানাড়াখনৰ সমান অমাৰ্জিত, উগ্ৰ আৰু হিংসাত্মক নহয়, আৰু ছবিখনৰ ব্যৱসায় মোটা-মুটি ভালেই হ'ব। দুৰ্দ্ধৰ্ষ চোৰাং বেপাৰীৰ দল আছে, সেই দলত আকৌ  পাৰবীন বাবী আছে। পুলিচ অফিচাৰ জীতেন্দ্ৰই গোপন কথা-প্ৰকাশ নকৰাৰ অপৰাধত তেওঁৰ হাতৰ আঙুলিৰ নখবোৰ এৰুৱাই পেলোৱাৰ দৃশ্য আছে, হেমা মালিনীক পেটত থকা কেঁচুৱাৰে সৈতে হত্যা কৰাৰ দৃশ্য আছে, শেষত নায়কে চয়তানহঁতক গাড়ীৰ চকাৰ তলত নিষ্পিষ্ট কৰি, সিহঁতৰ মৃতদেহবোৰেৰে সৈতে গাড়ী চলাই চিধা আদালতৰ বিচাৰকৰ কক্ষত উপস্থিত হোৱাৰ দৃশ্য আছে, তিৰোতা মানুহৰ গাত কানি-কাপোৰৰ মহামাৰী-দুৰ্ভিক্ষ আছে; গতিকে ব্যৱসায় মোটামুটি ভাল হোৱাৰেই সম্ভাৱনা।

কিন্তু প্ৰযোজক ৰাও নিজেই হতভম্ব হৈ গ'ল, —যেতিয়া তেওঁৰ 'মোটামুটি' ছবিখন মুক্তি লাভ কৰাৰ পিচত ভাৰতবৰ্ষৰ শেহতীয়া টকাৰ গছ 'ছোলে'তকৈও বেছি লহপহীয়া হোৱাৰ লক্ষণে দেখা দিলে। ইয়াৰ বাবে প্ৰযোজক জনে নিজৰ অদৃষ্টকে শলাগিব নে ভাৰত চৰকাৰকে পূজা কৰিব—সেইটো ঠিক কৰিব পৰা নাই!

ছেন্সৰ ব'ৰ্ডে A চাৰ্টিফিকেট দি যথাৰীতিভাৱে প্ৰদৰ্শনৰ বাবে মুকলি কৰি দিয়া ছবিখনে দিল্লী, উত্তৰ প্ৰদেশ আৰু পাঞ্জাবত একাশীৰ ছয় ডিচেম্বৰ তাৰিখে মুক্তি লাভ কৰে। ১৮ ডিচেম্বৰত মহাৰাষ্ট্ৰ আৰু গুজৰাটত ছবিখনৰ প্ৰদৰ্শন আৰম্ভ হয়। ছবি 'মোটামুটি' ঠিকেই চলি থাকে। কিন্তু ছবিখনৰ বাবে অতি সৌভাগ্যৰ কথা, সেই সময়ত ভাৰতৰ পাৰ্লিয়ামেণ্ট চলি আছিল। গোলাম নবি আজাদ নামৰ

এগৰাকী সদস্যই লোকসভাত তীব্রভাৱে দাবী তুলিলে, ছবিখনৰ প্ৰদৰ্শন নিষিদ্ধ কৰিব লাগে। ২১ ডিচেম্বৰত দিল্লীৰ দহটা চিনেমা হলত 'মেৰি আৱাজ শুন'' বন্ধ হৈ গ'ল।

ভাৰত চৰকাৰে ছবিখন নিষিদ্ধ কৰাৰ কাৰণ হিচাপে ক'লে অত্যধিক হিংস্রতা, মাৰ-পিট, অশালীনতাৰ কথা। কিন্তু গোলাম নবি আজাদে লোকসভাত কৈছিল— ছবিখনত এজন গৃহমন্ত্রী, এজন গৃহদপ্তৰৰ সচিব আৰু এজন পুলিছৰ ইন্সপেক্টৰ জেনেৰেলৰ সমৰ্থনত (নেতৃত্বত) এটা চোৰাং বেপাৰী, সমাজবিৰোধী দলে তেওঁলোকৰ ক্ৰিয়া-কাণ্ড চলাই যোৱাটো দেখুওৱা হৈছে। গোলাম নবি আজাদৰ মতে এই কাণ্ড কেৱল ৰুচিবিগৰ্হিতই নহয়, ই মান হানিকৰো। ছবিৰ প্ৰদৰ্শন অবিলম্বে বন্ধ কৰিব লাগে আৰু প্ৰযোজকৰ বিৰুদ্ধে ব্যৱস্থা গ্ৰহণ কৰিব লাগে।

তাৰ পিচত সকলো ঘটনা 'অবিলম্বে'। নিষিদ্ধকৰণ আৰু 'কিয় তোমাক অমুক কৰা নহ'ব তাৰ কাৰণ দৰ্শোৱা', নটিচ একেদিনাই প্ৰযোজকৰ হাতত পৰিলগৈ, প্ৰযোজক-পৰিবেশকে বোম্বাই, কলিকতা, জব্বলপুৰ আৰু জয়পুৰৰ উচ্চ ন্যায়ালয়ত দৰখাস্ত কৰিলে, ছলি ছোৰাবজী আৰু সিদ্ধাৰ্থশংকৰ ৰয়ৰ দৰে উচ্চতম পৰ্যায়ৰ আইনজ্ঞই ছবিখনৰ মুক্তিৰ হকে আদালতত যুদ্ধ কৰিলে আৰু চৰকাৰৰ হুকুমৰ ওপৰত ষ্টে' অৰ্ডাৰ আদায় কৰিলে।

তাৰ পিচত ফুল ভলিউমত মেৰি আৱাজ শুন'। বোম্বাইত এখন বেলকনিৰ টিকেটৰ 'কমিছন' উঠিল ষাঠি টকালৈ, চিনেমা হলৰ মালিকসকলে আন সকলো প্ৰগ্ৰেম সামৰি দিনে পাঁচটাকৈ এই ছবিৰ প্ৰদৰ্শনীৰ ব্যৱস্থা কৰিলে; ছবিখন নিষিদ্ধ কৰাৰ পিচৰ চাৰিদিন বোম্বাইৰ ওচৰৰ দুটা চিনেমা হলে দিনে সাতটাকৈ শ্ব' পাতিলে; ৰাতি এক বজাৰ আৰু চাৰি বজাৰ শ্ব' দুটাতো হাউচ ফুল হ'ল; ৰাজকোট, গোৱালিয়ৰ, নাগপুৰ, আগ্ৰা, দিল্লী সকলোতে একেই অৱস্থা;—চৰকাৰে নিষিদ্ধ নকৰা ছবিবোৰেই মন-প্ৰাণ উদ্বাউল কৰে, নিষিদ্ধ কৰাখন চাগৈ...., আ হা হা! চৰকাৰে কি কি নিষিদ্ধ কৰিবলৈ বিচাৰিছিল? গোলাম নবি আজাদে কি কি ভাল নাপাইছিল?

ছবিখনৰ তামিল সংস্কৰণ 'ত্যাগী' আৰু মালয়ালম সংস্কৰণ 'থিজ্বলা' (শিখা) ডেৰমাহৰ আগতেই ছেন্সৰ ব'ৰ্ডে চালে, কিন্তু ছবি দুখনক প্ৰদৰ্শনৰ চাৰ্টিফিকেট এতিয়াও দিয়া হোৱা নাই; বোধহয় ব'ৰ্ডে আলেখ-লেখ চাই আছে; ক'ৰ পানী ক'লৈ যায়। ছেন্সৰে তামিলখনৰ বিছ ঠাইত কাটিবলৈ পৰামৰ্শ দিছে। আন আন ভাষাৰ ছবিবোৰৰ যিবোৰ দৃশ্য যৌনতা আৰু হিংস্রতাৰ পয়োভৰৰ বাবে ছেন্সৰে কাটি পেলাবলৈ দিছিল, তামিল ছবিখনত সেই সকলোবোৰ বিদ্যমান। তেলুগু সংস্কৰণ 'অন্থম অধিধি আৰামাৰম' (অৰ্থ ঃ শেষ নহয়, আৰম্ভণিহে) যোৱা চাৰে

চাৰি মাহ অন্ধ্ৰপ্ৰদেশত চলি আছে। সাম্প্ৰতিক ঘটনাৱলীয়ে সেইটো সংস্কৰণৰো ভাগ্যোদয় ঘটাইছে। তাত এটা 'আৱাজ' উঠিছে—'নিষিদ্ধ কৰাৰ আগতে চাই লোৱা।' হিন্দী ছবিখন জানুৱাৰী মাহৰ শেষৰ ফালে গুজৰাটৰ দুটা হলত মাজতে বন্ধ কৰি দিয়া হয় আৰু দৰ্শকক পইচা ওভোতাই দিয়া হয়।)

'স্ক্ৰিন'ৰ নিচিনা চলচিত্ৰ সম্পৰ্কীয় কাকতৰ বাহিৰেও 'হিন্দুস্তান টাইমছ', হেৰাল্ড 'নেচনেল (আই-কংগ্ৰেছৰ সমৰ্থন পুষ্ট) আদি কাকতেও ভাৰত চৰকাৰৰ এই নিষিদ্ধকৰণ কাৰ্যৰ বিৰূপ সমালোচনা কৰিছে।

এতিয়া মূল কথা হ'ল, ভাৰত চৰকাৰে পাতি দিয়া ছেন্সৰ ব'ৰ্ডে নীতি-নিয়ম আইন-কানুন অনুসৰি প্ৰদৰ্শনৰ চাৰ্টিফিকেট দিয়া ছবি এখন সেই চৰকাৰেই নিষিদ্ধ কৰে কেনেকৈ? যি অশ্লীলতা, অশালীনতা, হিংস্ৰতা ভাৰত চৰকাৰৰ চকুত পৰিল, ছেন্সৰ ব'ৰ্ডৰ চকুত সেইবোৰ ধৰা নপৰিল কিয়? নে যিবোৰক ভাৰত চৰকাৰে অশ্লীলতা, হিংস্ৰতা বুলি গণ্য কৰে, সেইবোৰক ছেন্সৰ ব'ৰ্ডে অশ্লীলতা, হিংস্ৰতা বুলি গণ্য নকৰে? ছেন্সৰ ব'ৰ্ডৰ প্ৰতি চৰকাৰৰ পৰামৰ্শ, গাইড-লাইন্‌ছ কি? স্কুলীয়া ছোৱালীৰ পৰা দুৰ্দ্ধৰ্ষ ডকাইতলৈকে মানুহৰ মানসিকতাৰ ওপৰত প্ৰচণ্ড প্ৰভাৱ বিস্তাৰ কৰা এক শ্ৰেণীৰ ভাৰতীয় ছবিৰ উচ্ছৃংখলতা সম্পৰ্কে ব'ৰ্ড আৰু চৰকাৰৰ প্ৰকৃত মনোভাব কি? নে গৃহমন্ত্ৰী, গৃহ মন্ত্ৰী দপ্তৰৰ সচিব, পুলিচৰ ইন্সপেক্টৰ জেনেৰেলক নেলেটিউৱাকৈ ভাৰতৰ লক্ষ লক্ষ মানুহৰ দুৰ্বলতম আদিম প্ৰবৃত্তিবোৰক উচতাই যেয়ে যি ইচ্ছা তাকে কৰি থাকিব পাৰে?

এইবোৰ প্ৰশ্নৰ সন্দৰ্ভত ভাৰতৰ কৰ্ণধাৰসকলৰ বক্তৃতা কিছুমান প্ৰণিধানযোগ্য। মেৰি আৱাজ শুন'ৰ ঘটনাৰ নিচেই ওচৰৰ সময়ৰ উদাহৰণ দিবলৈ হ'লে ঃ

**প্ৰধান মন্ত্ৰী, বোম্বাই, ৬ ডিচেম্বৰ ঃ**

ভাৰতৰ চিত্ৰ-উদ্যোগে নৈতিক নিয়মাৱলী উদ্ভাৱন কৰিব লাগে, সৃষ্টিৰ ক্ষেত্ৰত উচ্চ মান আহৰণ কৰিব লাগে—আৰু ইয়াৰ সহায়ত তেওঁলোকৰ সামাজিক দায়িত্ব ফলপ্ৰসূভাৱে পালন কৰিব লাগে।....চৰকাৰে চিনেমাৰ বিকাশৰ বাবে পৰিৱেশৰ সৃষ্টি কৰিব পাৰে, কিন্তু নিজে সৃষ্টিধৰ্মী ভূমিকা ল'ব নোৱাৰে। ....চিত্ৰ-উদ্যোগে এনে ছবি নিৰ্মাণ কৰিব লাগে, যিবোৰে মানৱীয় সম্মান-মৰ্যাদাক উদ্বুদ্ধ কৰে।....শেষ উদ্দেশ্য হ'ব লাগিব এক স্পন্দনপূৰ্ণ সমাজ গঠনৰ প্ৰতি অৰিহণা যোগোৱা; কেৱল 'সময় কটোৱা'ৰ উপায় সৃষ্টি কৰাটো শেষ উদ্দেশ্য হ'ব নালাগিব।

**তথ্য আৰু অনাৰ্তাৰ মন্ত্ৰী, কলিকতা, ৩ জানুৱাৰী ঃ**

চিনেমা পৰিৱৰ্তনৰ বাবে এক শক্তিশালী আহিলা। চিত্ৰ নিৰ্মাতাসকল সামাজিক দায়িত্বৰ প্ৰতি সচেতন হ'ব লাগিব। সমাজৰ প্ৰয়োজন আৰু আকাংক্ষাৰ প্ৰতি

সাঁহাৰি দিব নোৱাৰিলে চিনেমা নামৰ এই মাধ্যমটোৱেই অবান্তৰ হৈ পৰিব। চলচিত্ৰ উদ্যোগে নিজকে এনে ৰূপত প্ৰতিষ্ঠা কৰিব লাগে, যাতে ছবিবোৰ কেৱল মনোৰঞ্জনকাৰীয়েই নহয়, 'ছছিয়েলি ৰেলেভেন্ট' আৰু 'আৰ্টিষ্টিকেলি ৰিৱাৰ্ডিং'ও হয়।

**নতুন দিল্লী, ৮ ফেব্ৰুৱাৰী ঃ**

আজি ভাৰতীয় ছবিত অশ্লীলতা ইমান বাঢ়িছে যে নাৰী ধৰ্ষণৰ দৃশ্য স্থায়ী বস্তু হৈ পৰিছে। কিন্তু নাৰী জাতিক শোষণ কৰা বুলি আপত্তি কৰি থকাৰ বাহিৰে তিৰোতাসকলে এই গতিটোক নিৰুৎসাহ কৰিবলৈ একো কৰা নাই।

এনে সুন্দৰ সুন্দৰ কথাবোৰ মেৰি আৱাজ শুন'ৰ কোনটো ৰীলত থোৱা যায়। এখেতসকলৰ কথা, আৰু এখেতসকলেই বজ্ৰমুঠিৰে শাসন কৰা দেশখনত ছেন্সৰ ব'ৰ্ডে মুকলি কৰি দিয়া ছবিখন একেলগে বিচাৰ কৰিলে সিদ্ধান্ত কৰিবৰ মন যায় ঃ পাৰবীন বাবীয়ে মেৰি আৱাজ শুন'ত যি কৰিছে সেয়াই প্ৰধান মন্ত্ৰীয়ে উল্লেখ কৰা 'স্পন্দৰ্ন'ৰ কাম, যি অমানুষিক মাৰ-পিট ছবিখনত সন্নিৱিষ্ট হৈছে, সেয়েই 'সমাজৰ প্ৰয়োজন আৰু আকাংক্ষা'।

ছবিখনৰ কপাল ভাল,—গৃহমন্ত্ৰী আদি সকলৰ ভূমিকাৰ কথাখিনিয়ে এক শ্ৰেণীৰ সমালোচকৰ পিঠি অশ্লীলতা, হিংস্ৰতাৰ ফালে ঘূৰাই দিছে। তেওঁলোকৰ বক্তব্য হ'ল—ৰাজনৈতিক কাৰণত, এগৰাকী ৰাজনৈতিক নেতাৰ ওকালতিত ছবিখন নিষিদ্ধ কৰা হৈছে; এই ব্যৱস্থা নচলিব, হুকুম উঠাই লোৱা হওক। অশ্লীলতা, হিংস্ৰতাৰ কথা নধৰ্তব্য। আৰু অশ্লীলতা নো কি? ইয়াৰনো সূত্ৰ কি। তথ্য আৰু অনাতাঁৰ মন্ত্ৰীদপ্তৰৰ পাৰ্লিয়ামেণ্টেৰি কমিটিৰ সদস্যসকলে মন্ত্ৰীগৰাকীৰ লগত অলপতে ছবিখন নিষিদ্ধ কৰা সম্পৰ্কে আলোচনা কৰিছিল। এগৰাকী সদস্যই কৈছিল—"ভালগাৰিটি কাক বোলে সেইটোও এটা প্ৰশ্ন। কিছুমানৰ মতে পিকাছোৰ ছবিবোৰো ভালগাৰ।"

গতিকে দ্বিতীয়বাৰ সিদ্ধান্ত কৰো, 'মেৰি আৱাজ শুন''ৰ কিছুমান অংশ পিকাছোৰ ছবিৰ সমতুল্য!

কোনে কি উদ্দেশ্যেৰে, কাৰ হৈ এইখন দেশত ওকালতি কৰে সেইটো বুজিবলৈ বৰ টান, কিন্তু এক শ্ৰেণী ছবিৰ জঘন্যতাই যে সকলো উকীলৰ শেষ বংশধৰকো আক্ৰান্ত কৰি আনিছে, সেই সত্য উপলব্ধি কৰিবলৈ সিমান টান নহয়।

'মেৰি আৱাজ শুন''ৰ ঘটনাই ভাৰত চৰকাৰৰ নাক চুব। কিন্তু ঘটনাটোৱে যদি চৰকাৰৰ আৰু ছেন্সৰ ব'ৰ্ডৰ দৃষ্টিভংগী সম্পৰ্কীয় এটা উপকাৰী অধ্যায়ৰ সৃষ্টি কৰে, তেনেহ'লে ছবিখনৰ এটা অৱদান থাকিব যাব পাৰে।

# ০২. ভাৰতীয় চলচিত্ৰ সমাজৰ আগশাৰীত উৎপলেন্দু চক্ৰৱৰ্তী

উৎপলেন্দু চক্ৰৱৰ্তী প্ৰথম পূৰ্ণদৈৰ্ঘ্য চলচিত্ৰ 'ময়না তদন্ত'ৰ (বাংলা ঃ ৰজত কমল ঃ প্ৰথম পৰিচালকৰ শ্ৰেষ্ঠ ছবি ঃ ১৯৮০ ) পৰিচালনা, প্ৰযোজনা, কাহিনী, চিত্ৰনাট্য, শিল্প-নিৰ্দেশনা আৰু সংগীত আছিল তেওঁৰ নিজৰে। এজন শিল্পীৰ চলচিত্ৰ এখন নিৰ্মাণ কৰাৰ ' ইচ্ছা' যেতিয়া সৃষ্টিৰ তীব্ৰ আকাংক্ষাত পৰিণত হয়, চলচিত্ৰখন যেতিয়া তেওঁ তেওঁৰ কল্পনাৰ ৰূপৰ যথাযথ পৰিস্ফুটন হিচাপে পাবলৈ বিচাৰে, তেতিয়া তেওঁ তাৰ নিৰ্মাণকাৰ্যক সকলোফালৰ পৰা নিজেই আগুৰি ধৰিবলৈ চেষ্টা কৰি। উৎপলেন্দু চক্ৰৱৰ্তী প্ৰায় সেই ধৰণৰ শিল্পী—যি নিজৰ সৃষ্টিৰ সম্পূৰ্ণ দায়িত্ব নিজেই ল'ব খোজে। চিত্ৰশিল্পীয়ে যেনেকৈ—মানুহটোৰ মুখখন মই আকোঁ, পিছফালৰ পৰা গছজোপা তুমি আকাঁ, ৰঙা ৰংটো মই দিওঁ, হালধীয়াটো তুমি দিয়া —ইত্যাদি নকৰে, চক্ৰৱৰ্তীৰ নিচিনা এক শ্ৰেণীৰ চলচিত্ৰ নিৰ্মাতায়ো তেনেকৈ কাম কৰিবলৈ বোধহয় ভাল নাপায়। চক্ৰৱৰ্তীক খঙাল ডেকা বুলি কোৱা হয়। এসময়ত তেওঁ চি. পি. আই. (এম. এল)ৰ সদস্য হিচাপে কলেজৰ পঢ়া-শুনা এৰি উৰিষ্যা, বিহাৰ, পশ্চিমবংগৰ সীমান্ত অঞ্চলৰ জনজাতীয় লোকৰ মাজত কাম কৰিবলৈ গুচি গৈছিল। পাঁচ বছৰ তেওঁ সেইবোৰ অঞ্চলত আছিল। লাহে লাহে নক্সালপন্থী কৰ্ম-কাণ্ড-নীতিৰ প্ৰতি তেওঁৰ দৃষ্টিভংগী সলনি হ'ল। ভগ্ন স্বাস্থ্যৰে তেওঁ কলিকতালৈ উভতি আহি স্কুলৰ শিক্ষকতাত ধৰিলে। চলচিত্ৰ মাধ্যমৰ প্ৰতি থকা তেওঁৰ প্ৰথম আগ্ৰহ প্ৰকাশ পালে 'মুক্তি চাই' নামৰ এখন ডকুমেণ্টৰি ছবিৰ জৰিয়তে। বিষয়বস্তু ৰাজনৈতিক বন্দী। এই ছবিখনেই দৰ্শক—সমালোচকৰ দৃষ্টি আকৰ্ষণ কৰিছিল। জনজাতীয় লোকৰ মাজত ঘনিষ্ঠভাৱে বসবাস কৰা ঘটনাই চক্ৰৱৰ্তীক প্ৰচুৰ অভিজ্ঞতা দিলে; তাৰ লগতে মিহলি হ'ল তেওঁৰ ৰাজনৈতিক আৰু সমাজনৈতিক চিন্তাধাৰা। 'ময়না তদন্তত' তাৰ চিন পৰিষ্কাৰ। দুখীয়া জনজাতীয় বিধৱাৰ উদণ্ড পুতেক ভোলাই খনিকৰৰ জীয়েক চিন্তাৰ লগত হাবিয়ে-বননিয়ে ঘূৰি ফুৰে। এদিন ফৰেষ্ট গাৰ্ডে ভোলাক খুব পিটিলে আৰু মাটিৰ মহাজনৰ ওচৰলৈ লৈ আহিল।

মহাজনে এই দুৰ্দান্ত ল'ৰাটোক শান্ত কৰিবৰ মনেৰে চাকৰ কৰি ৰাখিলে। সময়ত তাৰ কাম-বনত মহাজন সন্তুষ্ট হ'ল। তেওঁ তাক বন্দুক চলাবলৈ শিকালে, আৰু এদিন তেওঁৰ মাটিৰ পৰা চাওঁতাল খেতিয়কবোৰক উচ্ছেদ কৰিবলৈ তাক বন্দুক ব্যৱহাৰ কৰিবলৈ ক'লে। ভোলা কিন্তু সম্মত নহ'ল, কাৰণ চাওঁতালহঁত তাৰ বন্ধু। তদুপৰি সি চিন্তাক বিয়া কৰাবলৈ ওলাইছে। ঘটনাক্ৰমে সি ফৰেষ্ট গাৰ্ডটোক পিটে আৰু জেললৈ যায়। জেলৰ পৰা গেছট্ৰিক আলছাৰ লৈ অস্থিচৰ্মসাৰ ভোলা ওলাই আহে। মাকে তাৰ কাৰণে আহাৰ বিচাৰি হাঁহাকাৰ কৰি ফুৰে। এসময়ত তেওঁ যেতিয়া আহাৰ পালে, তেতিয়া ভোলাৰ মৃত্যু হৈছে। মৰণোত্তৰ পৰীক্ষাৰ ৰিপ'ট—অনাহাৰত মৃত্যু।

দুবছৰৰ পিচত নিৰ্মাণ কৰা চক্ৰৱৰ্তীৰ দ্বিতীয় ছবি 'চোখ'তো তেওঁৰ মূল দৃষ্টিভংগী একে আছে। ইতিমধ্যে তেওঁৰ চলচিত্ৰ মাধ্যম সম্পৰ্কে অভিজ্ঞতা বাঢ়িছে, সুবিধা বাঢ়িছে। প্ৰথমখনৰ প্ৰায় অনামী শিল্পীৰ ঠাইত তেওঁৰ দ্বিতীয় ছবিত ওম পুৰী, মাধৱী মুখাৰ্জী, অনিল চেটাৰ্জী আদিয়ে অভিনয় কৰিছে। দ্বিতীয় ছবিখনৰ সম্পূৰ্ণ খৰচ বহন কৰিছে পশ্চিমবংগ চৰকাৰে। ৬,৩৯,০০০ টকাৰ বাজেট; চক্ৰৱৰ্তীয়ে খৰচ নহ'ল কাৰণে ১৭৫ টকা চৰকাৰক ওভোটাই দিছে।

মৃত্যুদণ্ডেৰে দণ্ডিত এজন কয়দীয়ে দান যি যোৱা এযোৰ (চকুৰ) কৰ্নিয়াৰ বাবে হস্পিতালত টনা-আজোৰা চলিছে। এক ধনী মিল মালিক আৰু এক দুখীয়া গাঁওবাসীৰ। গাঁওবাসীৰ বন্ধু গাড়ীচালক এজনে শেষত আৱিষ্কাৰ কৰিলে—এদিন তেওঁ এই নিষ্ঠুৰ মিল মালিকৰে গাড়ী চলাইছিল, চকুহাল যিজনে দান দিছে তেওঁ এসময়ত ট্ৰেড ইউনিয়নৰ নেতা আছিল, সেই মিল মালিকৰে ভায়েক আৰু মেনেজাৰক হত্যা কৰাৰ অপৰাধত তেওঁক মৃত্যুদণ্ড দিয়া হৈছিল।—মূল কাহিনীটো 'ছবিৰ লায়েক'ৰ, জোৰা থকা । কিন্তু চক্ৰৱৰ্তীৰ খং, ৰাজনৈতিক দৃষ্টিভংগী, হস্পিতালত থাকি নিজে অৰ্জন কৰা। অভিজ্ঞতা, চলচিত্ৰ সম্পৰ্কে তেওঁৰ নিজস্ব ধাৰণা আৰু সেই ক্ষেত্ৰত থকা তেওঁৰ প্ৰতিভা, —এই সকলোৰে মিলি 'চোখ' ছবিখনক দৰ্শকক আলোড়িত, মুগ্ধ কৰিব পৰা কৰি তুলিছে। ছবিখনত ৰাজনৈতিক ৰঙৰ পয়োভৰ আছে, সেইটো চক্ৰৱৰ্তীৰ ব্যক্তিগত ধ্যান-ধাৰণা-দৃষ্টিভংগীৰ কথা; কিন্তু প্ৰপাগাণ্ডা আৰু শিল্পীকৰ্মৰ সীমা ছবিখনত কোনোমতেহে ৰক্ষা পৰিছে। এই সীমাৰ প্ৰতি যিমান সচেতন হ'ব, শিল্পী হিচাপে (আনকি কমিটেড শিল্প হিচাপেও) চক্ৰৱৰ্তীৰ সিমানে উত্তৰণ ঘটিব। 'চোখ' ছবিখনৰ বাবে ১৯৮৩ চনৰ ভাৰতীয় আন্তঃৰাষ্ট্ৰীয় চলচিত্ৰ মহোৎসৱত ৰৌপ্যময়ূৰ (স্বৰ্ণময়ূৰ কোনো ছবিয়ে পোৱা নাছিল) আৰু মহোৎসৱত স্বৰ্ণকমল লাভ কৰি আগশাৰীলৈ অহা উৎপলেন্দু চক্ৰৱৰ্তী সম্পৰ্কে সমালোচকসকলে এনে মতেই পোষণ কৰিছে।

# ০৩. নতুনৰ আৱিৰ্ভাৱ

১৯৮১ চনৰ বছৰটোত ভাৰতীয় চলচ্চিত্ৰ জগতত অপৰ্ণা সেনৰ '৩৬ চৌৰংগী লেন' গুৰুত্বপূৰ্ণ আৱিৰ্ভাৱ বুলি ইতিমধ্যে স্বীকাৰ কৰা হৈছে। কিন্তু পূৰ্ণ দৈৰ্ঘ্য ছবিৰ ক্ষেত্ৰত সমানে গুৰুত্বৰ দাবী কৰিব পৰা আৰু এইবছৰৰ কেইবাগৰাকীও তৰুণ পৰিচালকে সমালোচক আৰু ভাল দৰ্শকৰ দৃষ্টি আকৰ্ষণ কৰিব।

পশ্চিমবংগৰ গৌতম ঘোষে নিজে কেমেৰা চলাই 'দখল' নামৰ এখন বাসত্তৰ মিনিটৰ ছবি পৰিচালনা কৰি উলিয়াইছে। সুশীল জানাই ৰচনা কৰা কাহিনীটো চমুকৈ এনেকুৱা ঃ অঘৰীৰ নিচিনা দৰিদ্ৰ মানুহৰ দল এটা অ'ৰ পৰা ত'লৈ ঘূৰি ফুৰে। সিহঁতৰ নাম হ'ল কাউৰী-মৰা দল। এনেকৈ ঘূৰি-ফুৰোঁতে সিহঁতৰ দলৰ এজনী ছোৱালী অন্দি জগা নামৰ খেতিয়ক ডেকা এটাৰ প্ৰেমত পৰিল। ফলস্বৰূপে তাই দলটো এৰি জগাৰ লগত ঘৰ-সংসাৰ কৰিবলৈ গুচি গ'ল। সেই সংসাৰত তাইৰ দুটা ল'ৰা-ছোৱালী হ'ল, তাৰ পিচত জগাক সাপে খুটি মাৰিলে।

বহু বছৰৰ মূৰত অঘৰীৰ দলটো এবাৰ সেইখন গাঁৱৰ মাজেদি পাৰ হৈছিল। সিহঁতে ভাবিলে—অন্দিৰ ঘৰতে ৰাতিটো কটোৱা যাওক। অন্ততঃ এসাঁজ ভালকৈ খাবলৈ পাব। কিন্তু সিহঁতক দেখিয়েই অন্দিৰ খং মূৰত উঠিলগৈ। অকলশৰীয়া মানুহজনীয়ে ল'ৰা-ছোৱালী দুটাক লৈ কেনেকৈ দিন কটাইছে তাৰ খবৰ ৰাখোঁতা নাই, এতিয়া আহিছে এই প্ৰকাণ্ড দলটো—খাবলৈ। মুৰি খুৱাই মানুহবোৰক অন্দিয়ে ৰাতিটো বাহিৰতে ৰাখিলে। ৰাতিপুৱা মানুহবোৰৰ চৰিত্ৰ প্ৰকাশ হ'ল—যেতিয়া সিহঁতৰ কাপোৰৰ মাজত ওলাল অন্দিৰ কুকুৰাই পৰা কণী, সিহঁতৰ হাতৰ বাচনত ওলাল অন্দিৰ গোহালিৰ গৰুৰ গাখীৰ।

কিন্তু দলটোক মৰম কৰি ঢেকেৰা মাছেৰে ভোজ খুউৱা মানুহ ওলাল; মাটিৰ মহাজনৰ সোঁহাত—গোবিন্দ। গিৰিয়েকৰ দিনৰে পৰা খাই থকা মাটিখিনিৰ পৰা গোবিন্দই অন্দিক উঠাব। কাছাৰীত কেছ চলিছে। অঘৰীৰ দলটোৰ এটাই কাছাৰীত সাক্ষী দিলে,—অন্দিৰ লগত জগাৰ তেনেকৈ বিয়া হোৱা নাছিল। গতিকে অন্দি মাটিৰ প্ৰকৃত উত্তৰাধিকাৰী নহয়। মানুহটোৰ লগত ঘৰ-সংসাৰ কৰি দুটাকৈ সন্তানৰ জন্ম দিলোঁ—খণ্ডত উগ্ৰমূৰ্তি

ধাৰণ কৰি অন্দিয়ে গোবিন্দক বহু মানুহৰ আগতে অপমান কৰিলে।

ৰাতি অন্দিৰ থকা ঘৰটো গোবিন্দৰ জুয়ে ভস্মীভূত কৰিলে।

অনুতপ্ত মানুহ এটাই অন্দিক ক'লে,—এতিয়া আৰু ইয়াত কি কৰিবি? ব'ল, আমাৰ লগতে ব'ল। আমিয়েই তোক চাম।

অন্দি দৃঢ়প্ৰতিজ্ঞ। তাই নাযায়। তাই ইয়াতে থাকিব, শেষলৈকে যুঁজিব।

কাহিনী বিন্যাস, উপস্থাপন, অভিনয় আদিৰ পৰা ছবিখন এক ৰসোত্তীৰ্ণ পৰ্যায়ত উপনীত হৈছে। চিত্ৰগ্ৰহণ আৰু ৰঙৰ সুপৰিকল্পিত ব্যৱহাৰৰ ফলত ছবিখনৰ চাক্ষুষ (visual) দিশটো অত্যন্ত শক্তিশালী হৈছে।

উল্লেখযোগ্য, ছবিখন প্ৰযোজনাৰ সকলো খৰচ বহন কৰিছে পশ্চিমবংগ চৰকাৰে।

আন এখন উল্লেখযোগ্য ছবি হ'ল 'আধাৰশিলা'। হিন্দী ভাষাৰ ছবি। পুনে ফিল্ম এণ্ড টেলিভিছন ইনষ্টিটিউটৰ পৰা ওলাই অহা এদল তৰুণে পৰিচালক অশোক আহুজাৰ নেতৃত্বত ছবিখন নিৰ্মাণ কৰিছে। ছবিখন চলচ্চিত্ৰ জগতত 'এটা নতুন আৰম্ভণি' বুলি নিৰ্মাতাসকলেই ঘোষণা কৰিছে। আহুজাই নিজে লিখা গল্পটোৰ সাৰাংশ হ'ল ঃ অজয়ে পুনে ইনষ্টিটিউটৰ পৰা পৰিচালকৰ পাঠ্যক্ৰম শেষ কৰিলে। তেওঁ আশাক বিয়া কৰাইছে। অজয়-আশাৰ এটা ঘৰ আছে, সুখ-শান্তি আছে; কিন্তু অজয়ক প্ৰতি মুহূৰ্তে আমনি কৰিছে— যি শিক্ষা তেওঁ ল'লে তাক ব্যৱহাৰ কৰি নিজৰ প্ৰতিভা ব্যৱহাৰ কৰি কিবা এটা সৃষ্টি কৰাৰ চিন্তাই। তেওঁ এখন উপন্যাসৰ চিত্ৰৰূপ দিবলৈ বৰ আশা কৰি আছে। এক অতি সৎ, পৰিশ্ৰমী অভাৰছিয়াৰৰ জীৱন-কাহিনী থকা, সততা বিসৰ্জন দিব নোৱৰা কাৰণে নিপীড়িত হোৱা মানুহৰ বেদনাৰ কাহিনী থকা সেই উপন্যাসখন তেওঁ বৰ ভাল পাইছে। কিন্তু অজয়ৰ অক্লান্ত পৰিশ্ৰম আৰু আগ্ৰহৰ পিচত দেখা গ'ল উপন্যাস লিখা লেখকজনেই অসৎ আৰু লোভী। বিভ্ৰান্ত অজয়ে শেষত ঠিক কৰিলে— এইযে তাৰ অভিজ্ঞতা, তাৰ জীৱনৰ এইযে এটা কাহিনী,—সেইটোকে লৈ সি এখন ছবি কৰিব।

পুনে ইনষ্টিটিউটৰ পৰা ডিপ্লমা লৈ ওলাই আহে শ শ যুৱক-যুৱতী। তাৰে কেইজনমানে চলচিত্ৰ জগতত প্ৰতিষ্ঠা লাভ কৰে, বাকীবোৰ হেৰাই যায়। এই হেৰাই যোৱাৰ বেদনাই ছবিখনৰ আৰম্ভণি আৰু অন্তৰ্নিহিত শক্তি। ছবি আৰু বক্তব্যক অনবৰত ওচৰা-উচৰিকৈ ৰাখি ভাৰতীয় চিত্ৰ জগতত এক নতুন আধাৰশিলা স্থাপনৰ যি সংকল্প আহুজাই ঘোষণা কৰিছে, সি সুস্থ আৰু ৰুচিবান দৰ্শকৰ হৃদয় চুব।

ছবিখনৰ মূল ভূমিকাত অভিনয় কৰিছে নাছিৰুদ্দিন ছাহে। তেওঁৰ বাহিৰে বাকী শিল্পীসকল নতুন। কলা-কুশলীসকলৰো বেছিভাগেই যে নতুন ধৰিব পাৰি—অশোক আহুজাই কথা আৰু কামৰ মাজত সংগতি ৰাখিছে।

# ০৪. কেইখনমান পুৰস্কৃত ছবি

**পকুভেয়িল**

১৯৮১চনত দ্বিতীয় শ্ৰেষ্ঠ ছবিৰ পুৰস্কাৰ পোৱা পকুভেয়িল (অৰ্থ ঃ সন্ধ্যালোক, Twilight) নামৰ মালয়ালম ছবিৰ পৰিচালক অৰবিন্দন। মানুহৰ মন আৰু প্ৰকৃতিৰ ৰূপ গভীৰভাৱে উপলব্ধি কৰিব পৰা দৰ্শকৰ বাবে এই ছবি। একোখন ছবি চাই, ছবিখন শ্ল' বুলি উৰাই দিয়া দৰ্শকে এইখন ছবিৰ পোন্ধৰ মিনিট সময়ো সহ্য কৰিবলৈ টান পাব। বাসু এজন কলেজৰ ছাত্ৰ। তেওঁৰ নিজৰ জীৱন আৰু চাৰিওকাষৰ পৃথিৱীয়ে সন্ধ্যালোক অঞ্চলত প্ৰবেশ কৰিছে। ভাব-চিন্তা, ঘটনা, পৰিৱেশ—সকলো বিক্ষিপ্ত, ছিন্ন-ভিন্ন। তেওঁ বাৰে-বাৰে নিজকে এই পৰিৱেশৰ লগত সংযুক্ত কৰি চাইছে আৰু প্ৰতিবাৰেই এক গভীৰ হতাশা আৰু ক্লান্তিয়ে তেওঁক আচ্ছন্ন কৰিছে। বাস্কেট বল খেলা তেওঁৰ বন্ধুজনে, সহপাঠী ছোৱালীজনীয়ে, উগ্ৰপন্থী ৰাজনৈতিক কৰ্মী বন্ধুজনে, নিঃস্বাৰ্থভাৱে ৰাজনীতিৰ কৰ্মী হৈ জীৱন কটোৱা দেউতাকে তেওঁক উদ্বুদ্ধ কৰিব খোজে, তেওঁৰ কবি-মনটোলৈ আশা আনিব খোজে; কিন্তু তেওঁৰ মানসিক দ্বন্দ্বত এই সকলোবোৰ নিষ্পিষ্ট হৈ যায়। এসময়ত এই চাৰিওজন তেওঁৰ জীৱনৰপৰা আঁতৰি যায়, ওচৰত থাকে কেৱল মৰমৰ প্ৰতিমূৰ্তি মাক। মাকৰ কাষতে থাকি বাসু লাহে লাহে ব্যক্তিকেন্দ্ৰিক, স্বপ্নময়, অলীক ৰাজ্যলৈ সোমাই যায়।

ছবিৰ আৰম্ভত আমি দেখোঁ—মাকে বাসুক পগলা জেললৈ লৈ গৈছে; ছবিৰ শেষত মাথোঁ পগলা জেলৰ ভিজিটিং ৰুমত মাকে বাসুক এটা কলৰ বাকলি গুচাই দি অনুৰোধ কৰিছে—খাচোন, খা। বাসুৰ দৃষ্টি শূন্য, মুখ ভাবহীন। দুজন পহৰীয়াৰ মাজত সোমাই তেওঁ আকৌ যায়গৈ নিজৰ ছে'ললৈ।

মাজে মাজে দুই-এটা কথা, দুই-এটা কবিতাৰ আবৃত্তি, বিস্তীৰ্ণ জলাশয়ৰ বুকুত বতাহ আৰু পোহৰৰ খেলা, বিশাল প্ৰকৃতিৰ বুকুত মানুহৰ নিঃসংগতাৰ ৰূপ,—এইবোৰেৰেই ১০৩ মিনিটৰ ছবিখনত অৰবিন্দনে এনে এক গভীৰতাৰ সৃষ্টি কৰিছে—য'ত এক অনুভূতিশীল মন ধীৰে-ধীৰে ডুবি গৈ থাকে। কেৱল হৰিপ্ৰসাদ চৌৰাচিয়াৰ বাঁহী আৰু ড° ৰাজীৱ তাৰানাথৰ সৰোদেৰে (তবলাত লতিফ আহমেদ)

সমগ্ৰ ছবিখনত এক সাংগীতিক কাব্য সৃষ্টি কৰা হৈছে। পৰিৱেশ আৰু মুড সৃষ্টিৰ বাবে একো একোটা ইমান দীঘলীয়া শ্বট ছবিখনত সন্নিৱিষ্ট কৰা হৈছে—যিমান দীঘলীয়া শ্বট অতি কম ছবিতহে দেখা যায়। ছাজি নামৰ কেমেৰামেনজনৰ চিত্ৰগ্ৰহণ ছবিৰ মুড আৰু পৰিচালকৰ চিন্তাধাৰাৰ লগত সম্পূৰ্ণৰূপে ছিনক্ৰনাইজ্‌ড। এনেকুৱা ছবিয়ে ভাৰতবৰ্ষত টকাৰ ব্যৱসায় কৰিব নোৱাৰে। দিনটোৰ পৰিশ্ৰম, দুশ্চিন্তাৰ পিচত জেপৰ পইচা খৰচ কৰি দুঘণ্টা 'আমোদ' কৰিবৰ বাবে যিসকলে চিনেমা চায়, তেখেতসকলে এই ছবি চাই কষ্ট পাব পাৰে, কিন্তু চিনেমাক যিসকলে এখন সুলিখিত, ৰসোত্তীৰ্ণ গ্ৰন্থ বুলি বিবেচনা কৰে, তেখেতসকলে ছবিখন চাব লাগে।

## আদালত ও একটি মেয়ে

এই বছৰৰ শ্ৰেষ্ঠ বঙালী ছবি 'আদালত ও একটি মেয়ে' তপন সিংহৰ ছবি। স্কুল বন্ধৰ সময়ত ফুৰিবলৈ যোৱা তিনিগৰাকী অবিবাহিতা শিক্ষয়িত্ৰীৰ এগৰাকীক ছাত্ৰ নামধাৰী উন্মত্ত যুৱক চাৰিজনে জোৰকৈ ধৰ্ষণ কৰে। ধৰ্ষণ কৰে সাগৰৰপাৰৰ পানীৰ মাজত (ঘটনাটো অন্ততঃ শাৰীৰিক দিশৰপৰা অস্বাভাৱিক)। ধৰ্ষিতা গাভৰুগৰাকীৰ মহা ইনটেলেকচুৱেল প্ৰেমিকজনেও এই ঘটনাৰ পিচত ফালৰি কাটে। এতিয়া সমাজত এই গাভৰুগৰাকীৰ অৱস্থা কি হ'ব? এয়েই ছবিখনৰ মূল বক্তব্য। কমাৰ্চিয়েল বা পপুলাৰ ফ্ৰে'মৰ মাজত নিৰ্মিত যদিও কাহিনী বিন্যাস, চিত্ৰ নাট্য, উপস্থাপন আৰু পৰিচালনাত তপন সিংহই যি দক্ষতা দেখুৱাইছে, সেই দক্ষতাৰ বাবেহে ছবিখন এটা নিৰ্দিষ্ট মানৰ ওপৰলৈ উঠিছে। দুৰ্বৃত্তকেই হওক, সমাজকেই হওক, বুদ্ধিজীৱিকেই হওক, আদালতকেই হওক —সকলোকে প্ৰত্যক্ষভাৱে আঘাত কৰাৰ বাবেই ছবিখনৰ সামগ্ৰিক ৰূপটো শক্তিশালী হৈ উঠিছে। তথাপি যুক্তি আৰু সূক্ষ্মতাৰ অভাৱে ছবিখনক দমাই ৰাখিছে। অকণমান ইফাল-সিফাল হ'লেই ছবিখনৰ ইনছাফ কা তৰাজুৰ ওচৰ চাপোঁ চাপোঁ অৱস্থা।

## সপ্তপদী

ৰাষ্ট্ৰীয় সংহতিৰ ক্ষেত্ৰত শ্ৰেষ্ঠ ছবিৰ পুৰস্কাৰ পোৱা তেলুগু ছবি 'সপ্তপদী' মূলতঃ এখন শাস্ত্ৰীয় নৃত্যসমৃদ্ধ ছবি। পটভূমি মন্দিৰৰ প্ৰাংগণ, সমুদ্ৰতীৰৰ শিলভূমি, নদীৰ বুকুৰ সুশোভিত নাও আদি। য়াজুলু গোড়া শাস্ত্ৰজ্ঞ পণ্ডিত, মন্দিৰৰ পুৰোহিত। তেওঁৰ জীয়েকে তেওঁৰ ইচ্ছাৰ বিৰুদ্ধে কুছিপুড়ী নচা এজনক বিয়া কৰাইছিল, গতিকে তেওঁ জীয়েকৰ লগত সকলো সম্পৰ্ক ছেদ কৰিছিল। কিন্তু নাতিনীয়েক হেমা কালক্ৰমত প্ৰসিদ্ধ কুছিপুড়ী নৰ্তকী হ'ল আৰু তাইৰ শিল্পসুলভ

গুণত য়াজুলু মুগ্ধ হ'ল। নাতিয়েক গৌৰীনাথৰ লগত (!) য়াজুলুৱে হেমাৰ বিয়া পাতি দিলে। কিন্তু হেমাই ভাল পাইছিল হৰি নামৰ এক বাঁহীবাদক হৰিজন ডেকাক। গৌৰীনাথৰ লগত তাইৰ সংসাৰৰ আৰম্ভই নহ'ল। বৃদ্ধ য়াজুলুৱে এদিন উপলব্ধি কৰিলে—জাতপাতৰ বাধা কেৱল মানুহৰ সৃষ্টি। শাস্ত্ৰৰ দীঘলীয়া উদ্ধৃতিৰে তেওঁ এদিন গাঁৱৰ সকলো গোড়া মানুহৰ মন জয় কৰিলে আৰু হৰিৰ লগত হেমাক নাৱত তুলি পঠিয়াই দিলে।

নৈৰ পাৰৰ শেষৰ বক্তৃতাসমৃদ্ধ দৃশ্যটোৱে ছবিখনত এটা সামাজিক মৰ্যাদা দিছে, তাৰ বাহিৰে ছবিখনৰ সম্পদ আৰু সৌন্দৰ্য আছে শাস্ত্ৰীয় নৃত্যসমূহতহে। সংহতিৰ কথাখিনি ফৰ্মুলা মাৰ্কা আৰু চলচিত্ৰৰ দিশৰ পৰা অপৰিপক্ক (crude)। ছবিখনৰ পৰিচালক কে. বিশ্বনাথ।

## শীত ৰাতি

এখন ধীৰ, শান্ত গতিৰ ছবি হ'ল শ্ৰেষ্ঠ ওড়িয়া ছবি 'শীত ৰাতি'। পিতৃহীনা, দুখীয়া স্কুল-শিক্ষয়িত্ৰী অৰুণাৰ লগত গাঁৱৰ মাতব্বৰৰ পুতেক প্ৰণৱৰ এটা সম্পৰ্ক ঘটিছে। অতি কোমল, মধুৰ, ভয়-ভয় সম্পৰ্ক। গাঁওখনত স্থানীয় ছৰপঞ্চ নিৰ্বাচনৰ পৰিৱেশ; প্ৰণৱৰ দেউতাক সেই নিৰ্বাচনৰ প্ৰাৰ্থী। এই পৰিৱেশে অৰুণাৰ জীৱনত প্ৰভাৱ পেলায়। প্ৰণৱ চহৰৰ পৰা এবাৰ ঘৰলৈ আহোঁতে ৰে'লৰ আলিৰ দাঁতিত বহি অৰুণাই ক'লে,—কিবা এটা সিদ্ধান্ত কৰা; আমি এনেকৈয়ে থাকিমনে। কিন্তু দুৰ্বল প্ৰণৱৰ সিদ্ধান্ত কৰাৰ সাহসেই নাই। শেষত তাৰ দেউতাকে সিদ্ধান্ত ল'লে—অৰুণাক বোৱাৰী কৰি অনাটো সম্ভৱ নহয়। প্ৰণৱ আকৌ গুচি গ'ল চহৰলৈ, অৰুণা গ'ল স্কুললৈ; দুই একুণ দুই, দুই দুগুণ চাৰিৰ মাজলৈ।

অতি সাধাৰণ কাহিনী। কিন্তু তাকে এনে কাব্যিক, প্ৰীতিপূৰ্ণ আৰু বাস্তৱ ৰূপত চিত্ৰায়িত কৰা হৈছে যে ছবিখন চাই থাকোঁতে এক স্নিগ্ধতা আৰু প্ৰশান্তিয়ে মন আচ্ছন্ন কৰি পেলায়। ছবিখনৰ চিত্ৰগ্ৰহণ (ক'লা-বগা) আৰু কাৰিকৰী দিশ অতি দুৰ্বল। তথাপি যে ছবিখনে ৰুচিবান দৰ্শকৰ মন চুব পাৰিছে, তাৰ কৃতিত্ব পৰিচালক মনমোহন মহাপাত্ৰৰ। ছবিখনৰ দৈৰ্ঘ্য মাত্ৰ ৯৯ মিনিটৰ। মহাপাত্ৰই যে নিবিষ্টচিত্তে ভাল ছবি কৰাৰ কথা ভাবিছে, তাৰ প্ৰমাণ ছবিখনত বহুতো আছে।

## বাৰা আৰু তন্নীৰ তন্নীৰ

এম. এছ. সথ্যুৰ কানাড়া ছবি 'বাৰা' (খৰ-draught) আৰু কে. বালকৃষ্ণনৰ তামিল ছবি 'তন্নীৰ তন্নীৰ' (পানী পানী) দুয়োখনৰে বিষয়-বস্তু পানীৰ বাবে মানুহৰ

হাঁহাকাৰ, আৰু কদৰ্য ৰাজনীতিৰ হাতৰ পুতলা চৰকাৰৰ উদাসীনতা, অকৰ্মণ্যতা বা চয়তানী। সথ্যুৰ ছবিখন বাস্তৱৰ বেঁছি ওচৰত ; কিন্তু কৰ্মব্যস্ত কলেক্টৰৰ স্নেহবঞ্চিত পত্নীৰ নিঃসংগতাৰ পৰা আৰম্ভ কৰি সাম্প্ৰদায়িক সংঘৰ্ষলৈকে ছবিখনত ইমান ঘটনাৰ অৱতাৰণা কৰা হৈছে যে ছবিখন সৃষ্টিধৰ্মী চলচিত্ৰৰ শাৰীৰ পৰা নিৰ্ভৰযোগ্য এলবামৰ শাৰীলৈ নামো নামো অৱস্থাত আছে। পৰিচালক হিচাপে সথ্যুৰ এটা সক্ষমতা (competence) আছে; সেই সক্ষমতাৰ কাৰণে ছবিখন এটা পৰ্যায়লৈ উত্তীৰ্ণ হৈছে। আনহাতে সমাজত, শাসন ক্ষেত্ৰত ৰাজনীতিৰ খেলৰ উজ্জ্বল প্ৰতিচ্ছবি হিচাপে ছবিখনৰ এটা শক্তি আছে।

'তন্নীৰ তন্নীৰ' মূলতঃ জনপ্ৰিয় গণ্ডীৰ ভিতৰৰ ছবি, আৰু 'বাৰা'তকৈ কোমল সুৰৰ। কোনো কোনো ঠাইত বালকৃষ্ণনৰ সূক্ষ্মদৃষ্টি বিস্ময়কৰ। কিন্তু গানৰ প্ৰয়োগত সেইজন মানুহেই কেনেকৈ ইমান স্থূল হ'ব পাৰে, বুজা টান। গাঁওখনৰ মানুহে দহমাইল দূৰৰ নৈ এখনৰপৰা পানী কঢ়িয়াই জীৱন নিৰ্বাহ কৰে; গাঁওখনলৈ সোমোৱা বাটত এজোপা গছ, গছত এটাও পাত নাই, কিন্তু ডালে-ডালে এশটামান ভোট বিচৰা পাৰ্টিৰ পতাকা বন্ধা আছে। ফলপ্ৰসূ দৃশ্য। পিচত এবাৰ গাঁৱৰ মানুহবোৰে লগ লাগি দহমাইল দীঘল খাল এটা খান্দি গাঁৱলৈ পানী বোৱাই অনাৰ ব্যৱস্থা কৰিলে। এই কামটো কৰি থাকোঁতে গানৰ প্ৰয়োগ যেনেকৈ কৰা হৈছে, সেইটো একেজন বালকৃষ্ণনৰ কাম বুলি ধৰিব নোৱাৰি। ছবিখনৰ কাৰিকৰী দিশ অতি উন্নত। চৰকাৰৰ গ্ৰিন ৰিভলিউছনৰ ফলস্বৰূপে পথাৰত হাজাৰ হাজাৰ ৰাজনৈতিক দলৰ পতাকা গজি উঠা দৃশ্যটো ছবিখনৰ মূল বক্তব্যৰ চানেকী।

### উমবাৰথা

জব্বৰ পেটেল পৰিচালিত মাৰাঠী ছবি 'উমবাৰথা'; অৰ্থ দুৱাৰদলি। অভিজাত পৰিয়ালৰ বোৱাৰী সুলভাই সমাজকৰ্মীৰ ডিপ্লমা লাভ কৰিছে, ঘৰৰ পৰা দূৰৰ মহিলা আশ্ৰম এখনত অধীক্ষকৰ চাকৰীও পাইছে। কিন্তু তেওঁৰ পৰিয়ালৰ মানুহৰ তেওঁক চাকৰী কৰিবলৈ যাবলৈ দিয়াৰ মন নাই। শেষত শাহুৱেক আৰু গিৰিয়েক সুভাষৰ অনিচ্ছাজড়িত সন্মতি আদায় কৰি সুলভা যায়গৈ। সৰু জীয়েকজনীক তেওঁ নিঃসন্তান দেওৰেক আৰু জা-কৰ হাতত সঁপি দি যায়।

দুৰ্ভগীয়া তিৰোতাৰ আশ্ৰমত সুলভাৰ বিচিত্ৰ অভিজ্ঞতা হয়। বেশ্যাগিৰি, সমকামিতা, দুৰ্নীতি, গৱৰ্ণিং বডিৰ দুষ্কাৰ্য—এইবোৰৰ মাজত সুলভা বিভ্ৰান্ত হয় কিন্তু অতি দৃঢ়তাৰে তেওঁ অৱস্থা আয়ত্তত ৰাখে। শেষত এটা শোকাবহ ঘটনা ঘটে। দুজনী ছোৱালী আশ্ৰমৰ পৰা পলাই গৈছিল। সিহঁতক পুলিচে ধৰি আশ্ৰমলৈ ওভোতাই আনে। সুলভাই ছোৱালী দুজনীক আশ্ৰমতে এটা আচুতীয়া কোঠালিত (জেল?) বন্ধ কৰি থয়। ছোৱালী দুজনীয়ে গাত জুই লগাই আত্মহত্যা কৰে। গৱৰ্ণিং

বডিয়ে ঘটনাৰ তদন্ত কৰিবলৈ এজনীয়া সমিতি গঠন কৰি দিয়ে। ইতিমধ্যে ৰাতি ছোৱালী যোগান নধৰাৰ নিচিনা অপৰাধত সুলভা চহৰখনৰ ক্ষমতাবান ৰাজনৈতিক নেতাৰ অপ্রিয় হৈছিল। এদিন ক্লান্ত আৰু অতীষ্ঠ হৈ সুলভাই চাকৰি এৰি দি ঘৰলৈ গুচি আহে।

ঘৰলৈ আহি সুলভাই দেখিলে তেওঁৰ জীয়েকজনী তেওঁৰ পৰা যেন বহুদূৰ আঁতৰি গৈছে। গিৰিয়েক সুভাষে স্বীকাৰ কৰিলে এই দুবছৰৰ ভিতৰত তেওঁ আন এগৰাকী নাৰীৰ সংস্পৰ্শলৈ আহিছিল। দুঃস্থ লোকৰ জীৱন চম্ভালিবলৈ ডিপ্লমা লোৱা সুলভাৰ নিজৰ সংসাৰখনেই উটি গ'ল।

সুলভাৰ ঘৰখনৰ ঘটনাখিনি সম্পৰ্কে কিছুমান প্রশ্নৰ অৱকাশ আছে, কিন্তু মহিলা আশ্রমৰ অংশটো (ছবিখনৰ পাঁচভাগৰ চাৰিভাগ) জব্বৰ পেটেলে দক্ষতাৰে চিত্রায়িত কৰিছে। ঘটনাৰ চৰিত্ৰৰ পৰাই ধৰিব পাৰি—মহিলা আশ্রমৰ তিৰোতাবোৰৰ চৰিত্র, সমস্যা আৰু অৱস্থা বিশ্লেষণ কৰাৰ প্রতি পেটেলৰ আগ্রহ আছিল সেই কামটো তেওঁ কৃতকাৰ্যতাৰে কৰিছে। আশ্রমৰ লগত জড়িত বৰমুৰীয়াসকলৰ চৰিত্র আৰু আবৰণৰ চিত্ৰৰূপ বৰ শক্তিশালী। অতি জটিল সমস্যা সম্পৰ্কে আলোচনা কৰিবলৈ গৱৰ্ণিং বডিৰ সভা বহিছে। সুলভাই আন্তৰিকতাৰে চেষ্টা কৰিছে—এটা ভাল সিদ্ধান্ত হওক। আনফালে এজন সদস্যই কাণত তাচৰ পেকেটৰ সমান বস্তু এটা চেপা মাৰি ধৰি আছে; আলোচনাৰ চৰম মুহূৰ্তত তেওঁ ওচৰৰজনক কাণে-কাণে কয়— ''গাভাছকাৰে....'!

সুলভাৰ ভূমিকাত স্মিতা পাটিলে বৰ ভাল অভিনয় কৰিছে। যোৱা বছৰ তেওঁ শ্রেষ্ঠ অভিনেত্রীৰ পুৰস্কাৰ পাইছিল, এইবছৰ জেনিফাৰ আৰু ৰেখা শক্তিশালী প্রার্থীৰূপে অৱতীৰ্ণ হৈছে, তথাপি স্মিতা পাটিলে এইবছৰো নিজৰ গুণেৰে নিজৰ প্রার্থীত্ব জিলিকাই ৰাখিছিল।

## আৰোহণ

পশ্চিমবংগ চৰকাৰৰ অৰ্থ-সাহায্যৰে শ্যাম বেনেগালে নিৰ্মাণ কৰা হিন্দী ছবি আৰোহণ। শ্যাম বেনেগালৰ ছবিৰ একোটা বক্তব্য থাকে, আৰু তাকে প্রকাশ কৰোঁতে তেওঁ পোনপটীয়া, শক্তিশালী পন্থা গ্রহণ কৰে; সূক্ষ্মতা ক্ষতিগ্রস্ত হ'লেও কথা নাই। পশ্চিমবংগ চৰকাৰৰ অৰ্থ সাহায্যৰ বাবেই নে কি, 'আৰোহণ'ৰ ক্ষেত্ৰত তেওঁ ইমান বেছি পোনপটীয়া হৈছে যে ছবিখন প্রপাগাণ্ডা ছবিৰ সীমাত উপস্থিত হৈছেগৈ। ১৯৬৭ চনৰ পৰা ১৯৭৭ চনলৈকে পশ্চিমবংগৰ মাটি-সম্পৰ্কীয় বিধি-বিধান, ৰাজনৈতিক আৰু সামাজিক পৰিস্থিতিৰ পটভূমিত মাটি আধি খোৱা হৰিমণ্ডলৰ জীৱন ছবিৰ বিষয়বস্তু। মূলতঃ মাটিৰ মালিকৰ বিৰাগ আৰু কুব্যৱস্থাৰ বাবেই হৰিমণ্ডলৰ দেহ (মাধৱ কোবত লেঙেৰা) আৰু মন জৰ্জৰিত হ'ল, ভায়েক বলাই কলিকতাত প্রথমে ৰে'লৰ ৱাগন ভঙা চোৰ, পিচত নিৰ্বাচনৰ চান্দা তোলা দাদা, পিচত বোমা দলিউৱা গুণ্ডা হ'লগৈ। হৰিমণ্ডলৰ

লগত থকা কালিদাসী কলিকতাত চাকৰণী হ'লগৈ, কালিদাসীৰ জীয়েক পাঁচি প্ৰথম এক ব্যৱসায়ীৰ ৰক্ষিতা হ'লগৈ, পিচত ৰাস্তাৰ পাগলী হ'লগৈ। ১৯৭৭ চনত হৰিমণ্ডল গ্ৰাম পঞ্চায়তৰ মেম্বৰ হ'ল। তাৰ পিচতে বংগদেশত বিৰাট বানপানী হ'ল। পঞ্চায়তে হৰিমণ্ডলৰ গাঁৱত সকলোকে বচালে। শেষত ৰাজ্যখনত 'অপাৰেচন বৰ্গা' প্ৰৱৰ্তন কৰা হ'ল। ১৩ বছৰৰ সংগ্ৰামৰ পিচত হৰিমণ্ডলৰ বৰ্গাদাৰী ৰেজিষ্ট্ৰাৰ্ড হ'ল। এতিয়া হৰিমণ্ডলে পৰিয়ালটো আকৌ একে ঠাইতে কৰাৰ কথা ভাবি কলিকতালৈ যাত্ৰা কৰিলে।

ইতিমধ্যে বলাইৰ যাৱজ্জীৱন কাৰাদণ্ড হৈছে; কালিদাসী মৰিল।

বাস্তৱৰ প্ৰতি শ্ৰদ্ধা ৰাখি বেনেগালে উচ্চমানৰ কলা-কৌশল আৰু পৰিচালনা প্ৰতিভা প্ৰয়োগ কৰি ছবিখন নিৰ্মাণ কৰিছে। গাঁও আৰু চহৰৰ পৰিৱেশ আৰু পটভূমি তেওঁ নিৰ্ভুলভাৱে সৃষ্টি কৰিছে। কিন্তু ইমানবোৰ ঘটনাৰ সমাবেশে ছবিখনক গধুৰ কৰি তুলিছে আৰু সেই কাৰণেই সৃষ্টিধৰ্মিতা ক্ষতিগ্ৰস্ত হৈছে। এইখন ছবিৰ মূল অভিনেতা ওম পুৰীয়ে শ্ৰেষ্ঠ অভিনেতা আৰু ভানুদাস দিৱকাৰে শ্ৰেষ্ঠ সম্পাদকৰ পুৰস্কাৰ লাভ কৰাটো উল্লেখযোগ্য কথা।

# ০৫. অসমীয়া চলচিত্ৰৰ সংকট আৰু সম্ভাৱনা

ওপৰে ওপৰে চালে অসমীয়া চলচিত্ৰৰ সংকট ঘাইকৈ দুটা দিশত সৃষ্টি হ'ব পাৰে বা হৈ আছে। এটা হৈছে টকা-পইচাৰ লগত জড়িত দিশ, আনটো হৈছে গুণ আৰু মানৰ লগত জড়িত দিশ। কিন্তু নিচেই ওচৰৰ পৰা চালে চকুত পৰিব, —এই দুটা দিশৰ অতি ঘনিষ্ঠ সম্পৰ্ক আছে।

সাহিত্য, সংগীত, চিত্ৰকলা আদি মনোৰঞ্জন সৃষ্টি কৰা মাধ্যম; কিন্তু লগতে এইবোৰ প্ৰকাশৰো মাধ্যম, সৃষ্টিৰো মাধ্যম, মানুহৰ গভীৰ অনুভূতি আৰু উপলব্ধিক সজীৱ আৰু সন্তুষ্ট কৰি ৰখাৰো মাধ্যম। চলচিত্ৰকো এইবোৰৰ লগতে সাঙুৰিব পাৰি আৰু সাঙোৰা উচিতো। অসমীয়া সাহিত্যৰ কথাকে কওঁ। এই সাহিত্যত ধেমেলীয়া গল্প আছে, উত্তেজনাপূৰ্ণ কাহিনীৰ উপন্যাস আছে, জীৱনৰ, হৃদয়ৰ গভীৰ অঞ্চললৈ প্ৰৱেশ কৰা ৰচনা আছে, অশ্লীল ৰচনা আছে, গভীৰ অৰ্থব্যঞ্জক আধুনিক কবিতা আছে। এই বিভিন্নধৰণৰ ৰচনাৰ বাবে বিভিন্নধৰণৰ পাঠক আছে। উচ্চমানসম্পন্ন আধুনিক কবিতাৰ পাঠকৰ সংখ্যাটো বৰ সৰু; গতিকে তেনেকুৱা কবিতাৰ লগত জড়িত থকা আৰ্থিক দিশটোও সংকটপূৰ্ণ। তথাপি মানসম্পন্ন আধুনিক কবিতা আৰু কবি বাচি থাকিবই লাগিব। ইয়াৰ বাবে সংকটৰ মাজেদিয়েই এক সংগ্ৰাম চলি আছে আৰু চলি থাকিব।

এইখিনিতে এটা কথা মন কৰিবলগীয়া। এগৰাকী কবিয়ে এটা কবিতা লিখোতে খৰচ কৰে তেখেতৰ মন, সামান্য শাৰীৰিক শক্তি, কেইখিলামান কাগজ, সামান্য বিজুলীশক্তি, মমবাতি বা কেৰাচিন তেল আদি। টকা-পইচাৰ জোখত এই খৰচ তেনেই কম। (কোনোবা কবিয়ে নাই'জেৰিয়ালৈ গৈ, সেই দেশৰ এটি দৃশ্যক অৱলম্বন কৰি এটা কবিতা লিখিলে। তেখেতৰ নাই'জেৰিয়া-ভ্ৰমণৰ সমগ্ৰ খৰচ কবিতাটোৰ ওপৰত জাপি দিব নোৱাৰি। আনহাতে, কবিতাটোৰ মূল্য সেই খৰচৰ পৰিমাণতকৈ বহু বেছি হ'ব পাৰে।) ধৰি ল'লো তেখেতৰ কবিতাৰ কিতাপ এখন ছপা হৈ ওলাল। এঘাৰশ কপি। খৰচ পৰিল বিশ হেজাৰ টকা। প্ৰকাশকে (কবিগৰাকী নিজেও প্ৰকাশক হ'ব পাৰে) এই পইচাখিনি কিছু লাভেৰে সৈতে ওভোতাই পাবলৈ দুবছৰ, তিনিবছৰ বা তাতোকৈ বেছি দিন লাগিব পাৰে। এই অৱস্থাটো প্ৰকাশকে সহ্য কৰিব পাৰে, কাৰণ তেখেতৰ উপাৰ্জন অন্যান্য ভালেমান কিতাপৰ ওপৰত নিৰ্ভৰশীল। কবিগৰাকী নিজেই যদি প্ৰকাশক, তেনেহ'লে তেখেতৰ ক্ষেত্ৰত ক'ব পাৰি, তেখেতৰ জীৱিকাৰ অন্য পথ আছে। অকল কাকত-আলোচনীৰ পৰা পোৱা মাননি আৰু কবিতাৰ কিতাপ কেইখনমানৰ ওপৰতে যদি তেখেতৰ জীৱিকা নিৰ্ভৰ কৰিলেহেঁতেন, তেনেহ'লে তেখেত দুৰ্যোগৰ সন্মুখীন হ'লহেঁতেন। ধৰি ল'লো— এই কবিগৰাকীৰ তুলনীয় ৰসবোধ, অনুভূতি, উপলব্ধি আৰু সৃষ্টিৰ আকাংক্ষা থকা চলচিত্ৰ নিৰ্মাতা এজনে নিজৰ ধনেৰে বা প্ৰযোজকৰ ধনেৰে এখন ভাল চলচিত্ৰ নিৰ্মাণ কৰিলে। বৰ হিচাপ কৰি, হাত ধৰি খৰচ কৰি তেখেতে বিশ লাখ টকাৰে নিৰ্মাণ কাৰ্য সমাপ্ত কৰিব পাৰিলে। (আজিকালি একোখন অসমীয়া চলচিত্ৰৰ নিৰ্মাণ ব্যয় চল্লিছৰ পৰা ষাঠি লাখ টকাৰ ভিতৰত বুলি কোৱা হয়। সেই কাৰণে মই বিশ লাখৰ কথা কৈছোঁ।) চলচ্চিত্ৰ গৃহত কিমান দৰ্শকে চলচিত্ৰখন চালে তাৰ লগত যদি এগৰাকী ভাল কবিৰ কিতাপ ৰাজ্যখনৰ কিমান মানুহে কিনিলে সেই পৰিসংখ্যাৰ সম্বন্ধ আছে বুলি ধৰা হয়, তেনেহ'লে অৱস্থাটো অতি দুখজনক, নিৰাশজনক বুলি প্ৰতীয়মান হ'ব। বিশ লাখ টকা বেংকত পেলাই থৈ দিলেও মাহে পোন্ধৰ হেজাৰমান টকা উপাৰ্জন হৈ থাকে। যদি পূৰ্ণদৈৰ্ঘ্য কাহিনী-চলচিত্ৰ নিৰ্মাণেই এইগৰাকী পৰিচালক বা প্ৰযোজকৰ একমাত্ৰ জীৱিকা হ'লহেঁতেন, তেনেহ'লে বৰ্তমানৰ অসমত এওঁলোকৰ জীৱন নিৰ্বাহ বৰ কষ্টকৰ হ'লহেঁতেন।

সংগীত চিত্ৰকলাৰ ক্ষেত্ৰতো ঘটনাবোৰৰ চৰিত্ৰ একেই। শাস্ত্ৰীয় সংগীত, বৰগীত, গভীৰ অনুভূতি আৰু উপলব্ধিৰ লগত সম্পৰ্ক থকা সুৰৰ আধুনিক গীত— এইবোৰৰ লগত আজিৰ অত্যাধুনিক, জনপ্ৰিয় একশ্ৰেণী সংগীতৰ তুলনা কৰিলে আমি একেধৰণৰ চিত্ৰ এখনকে পাম। চিত্ৰকৰে আঁকা ছবি বহুধৰণৰ। ৰাম-সীতা-হনুমান, এহাল বুলবুলি চৰাই, মনোমোহা প্ৰাকৃতিক দৃশ্য আদিৰ ৰঙীণ ছবিৰ প্ৰশংসক-পৃষ্ঠপোষকৰ সংখ্যাটোৰ লগত উচ্চমানসম্পন্ন আধুনিক চিত্ৰৰ প্ৰশংসক-পৃষ্ঠপোষকৰ সংখ্যাটো তুলনা কৰিলেও আমি মানুহৰ ৰসবোধ, ৰুচি আদি সম্পৰ্কে এনে এবিধ সিদ্ধান্ত পাম, যিবিধ সিদ্ধান্ত

চলচিত্ৰৰ দৰ্শক, সাহিত্যৰ পাঠক আৰু সংগীতৰ শ্ৰোতাৰ ক্ষেত্ৰতো প্ৰযোজ্য। যিহেতু চলচিত্ৰ নিৰ্মাণ প্ৰক্ৰিয়াটোৰ লগত লক্ষ লক্ষ টকা খৰচৰ সম্পৰ্ক আৰু যিহেতু কেৱল সৃষ্টিৰ আনন্দতে জেপৰ টকা খৰচ কৰি চলচিত্ৰ নিৰ্মাণ কৰা লোক প্ৰায় নায়েই, গতিকে ধনৰ যোগান ধৰোঁতাজনে (প্ৰযোজকজনে) ধনখিনি উভতি অহাৰ চিন্তা আৰু ব্যৱস্থা কৰিবই। কিছুমান টকা থকা মানুহৰ 'ফিল্ম এখন কৰিবলৈ বৰ হেঁপাহ' থাকে। চলচ্চিত্ৰ জগতৰ গ্লেমাৰ, প্ৰযোজক হোৱাৰ সন্মান, অলপ সৃষ্টিৰ আনন্দ আদি কেইবাটাও কাৰণে এই হেঁপাহৰ সৃষ্টি কৰে। খৰচ কৰা ধনখিনি উভতি আহিলেই বা কিছু লোকচান ভৰিলেও এনে প্ৰযোজক মোটামুটিভাৱে সন্তুষ্ট হৈ থাকে। কিন্তু কেৱল আৰ্থিক লাভ আৰু গ্লেমাৰৰ বাবে চলচ্চিত্ৰ নিৰ্মাণ কৰা প্ৰযোজকে টকা উভটি অহাৰ ব্যৱস্থাটো সুৰক্ষিত বা নিশ্চিত কৰি ৰাখিব খোজে। স্বাভাৱিকতে, যিমান টকা খৰচ কৰিলে তাতকৈ বেছি টকা উভতি অহাটো এওঁলোকৰ কাম্য। চলচিত্ৰ যে মনোৰঞ্জনৰ এক শিল্পসুলভ মাধ্যম, এনেধৰণৰ কথাৰ লগত এওঁলোকৰ জীৱন-চৰিতৰ কোনো সম্পৰ্ক নাই। মুম্বাইৰ চলচিত্ৰ জগতত ক'ৰ পৰা অহা টকাৰে কোন প্ৰযোজক হৈছে, সেই লৈ যথেষ্ট খেলিমেলি হৈছে। তেনে খেলিমেলিৰ লক্ষণে অসমতো প্ৰৱেশ কৰাটো অসমীয়া চলচিত্ৰৰ বাবে এক সাংস্কৃতিক সংকটৰ কথা।

টকা উভতি অহাৰ ব্যৱস্থাটো সুৰক্ষিত বা নিশ্চিত কৰা যায় কেনেকৈ? চিত্ৰশিল্পীয়ে উচ্চমানসম্পন্ন ছবি এখন আঁকি সেইখনৰ বিক্ৰীমূল্য ত্ৰিশ হেজাৰ-পঞ্চাশ হেজাৰ টকা নিৰ্ধাৰণ কৰিব পাৰে, কিন্তু প্ৰযোজকে তেওঁৰ চলচিত্ৰখনৰ বাবে প্ৰেক্ষাগৃহৰ প্ৰৱেশমূল্য বঢ়াব নোৱাৰে। গতিকে তেওঁ দৰ্শক বঢ়াব লাগিব। তাৰ বাবে তেওঁক কিছুমান উপাদান লাগিব। সেই উপাদানবোৰৰ ভিতৰত থাকিব পাৰে— এটা ভাল কাহিনী, এখন ভাল চিত্ৰনাট্য, ভাল পৰিচালনা, ভাল অভিনেতা-অভিনেত্ৰী, ভাল গান আৰু নাচ কেইটামান। নাচ-গান মনোৰঞ্জনৰ বাবে প্ৰয়োজনীয় আৰু আকৰ্ষণীয় বস্তু। প্ৰাচীন কালৰে পৰা ভাৰতীয় নাটকত গান আৰু নাচক গুৰুত্বপূৰ্ণ উপাদান হিচাপে ব্যৱহাৰ কৰি অহা হৈছে। বৰ্তমানৰ সম্পূৰ্ণ বাস্তৱধৰ্মী চলচিত্ৰত নাচ আৰু গানৰ প্ৰয়োগো বাস্তৱানুগ; কিন্তু পাঁচ-ছটা গান আৰু দুটামান নাচ অবাস্তৱভাৱে প্ৰয়োগ কৰাটোকো আজি সকলো শ্ৰেণীৰ দৰ্শক-সমালোচকে সাধাৰণ ভাৰতীয় চলচ্চিত্ৰৰ সাধাৰণ ৰীতি বুলি গ্ৰহণ কৰিছে। গতিকে নাচ-গানকে ধৰি উক্ত উপাদানসমূহৰ অৱলম্বনত চলচিত্ৰৰ দৰ্শক বঢ়াব পাৰি, আৰু সেই প্ৰচেষ্টা সমৰ্থনযোগ্য। লক্ষ্য কৰিবলগীয়া কথা, সেই ১৯৩৫ চনৰে পৰা আজিলৈকে বহু অসমীয়া চলচিত্ৰৰ পৰিচালকে ঘাইকৈ চলচিত্ৰ নিৰ্মাণ কৰাৰ প্ৰতি থকা আগ্ৰহৰ বাবেই এই কামত হাত দিছিল; আৰু নিজৰ চিন্তা, শক্তি, সামৰ্থ্য আৰু প্ৰতিভা অনুসৰি আপোনমনে কামটো সম্পন্ন কৰিছিল। টকাৰ যোগান ধৰা প্ৰযোজকজনে পৰিচালকৰ সৃষ্টিশীল কামত হস্তক্ষেপ নকৰিছিল। দৰ্শকে কি ভাল পায় বা বিচাৰে, তাৰ বিচাৰ পৰিচালক, কাহিনীকাৰ, প্ৰযোজক আদিয়ে কৰিছিল; কিন্তু দৰ্শকক কি দিব

লাগে, সেই সম্পর্কে সিদ্ধান্ত লওঁতে তেখেতসকলে অসমৰ সাংস্কৃতিক ৰূপটোৰ কথা মনত ৰাখি এটা সীমাৰ ভিতৰত কাম কৰিছিল। 'এইখিনি বস্তু ভৰাই দিলে অমুক শ্ৰেণীৰ দৰ্শকক টানিব পাৰিম'—এনেকুৱা অৰ্থসৰ্বস্ব চিন্তা নকৰা চলচিত্ৰ নিৰ্মাতা ভালেমান আছিল। পাচৰ এটা সময়ত দেখা গ'ল,—দৰ্শকো পাব লাগিব, চলচিত্ৰ উদ্যোগটোক (বা শিল্পটোক) জীয়ায়ো ৰাখিব লাগিব আৰু সাংস্কৃতিক পৰিৱেশটোকো দূষিত কৰিব নালাগিব,—এনেধৰণৰ চলচ্চিত্ৰৰ চাহিদা ড° বেজবৰুৱা, মুকুতা, অৰণ্য, বৃষ্টি, চামেলি মেমচাব, তৰামাই, দূৰণিৰ ৰং, আজলী নবৌ, বোৱাৰী, ককাদেউতা নাতি আৰু হাতী, সেন্দূৰ, সোণ-মইনা, পিতা-পুত্ৰ আদি ছবিয়ে পূৰণ কৰিবলৈ লৈছিল। এইধৰণৰ চলচিত্ৰৰ লগে লগে কিছু বাস্তৱধৰ্মী ভাল চলচ্চিত্ৰ নিৰ্মাণৰ প্ৰক্ৰিয়াটোৱেও গা কৰি উঠিছিল। এই প্ৰক্ৰিয়াটোৱে অন্য এটা সন্মানজনক দিশত অসমীয়া চলচ্চিত্ৰ শিল্পক সহায় কৰিছিল।

এইটো অৱস্থা মোটামুটিভাৱে কুৰি শতিকাৰ শেষ ভাগলৈকে চলি আছিল। দৰ্শকৰ অভাৱ, অসমীয়া চলচিত্ৰ প্ৰদৰ্শন কৰিবলৈ প্ৰেক্ষাগৃহৰ অভাৱ, এই উদ্যোগটোত টকা খটুৱাবলৈ আগবাঢ়ি অহা লোকৰ অভাৱ, চৰকাৰী সাহায্য-নীতিৰ অনিয়ম,—এইবোৰেই অসমীয়া চলচ্চিত্ৰৰ সংকটৰ মূল কথা আছিল। অলপ আগতে যিকেইখন চলচ্চিত্ৰৰ নাম উল্লেখ কৰিলোঁ, তেনেকুৱা চলচ্চিত্ৰই যদি নিয়মীয়াভাৱে নিৰ্মিত হৈ থাকিলহেঁতেন তেনেহ'লে উক্ত সংকটবোৰৰ উপশম ঘটি থাকিলহেঁতেন; কিন্তু এইবোৰৰ লগে লগে বহুতো অতি দুৰ্বল চলচিত্ৰ নিৰ্মিত হোৱা বাবে সংকটবোৰ সংকট হৈয়েই থাকিল। এখন জনপ্ৰিয় চলচ্চিত্ৰই যদি উদ্যোগটোক অলপ শক্তি দিলে, লগে লগে চাৰিখন দুৰ্বল ছবিয়ে উদ্যোগটোৰ শক্তি হৰণ কৰিলে। কিছুমান চলচ্চিত্ৰই কেৱল কিছুদিনৰ বাবে উদ্যোগটোক সক্ৰিয় কৰি ৰাখি, অভিনেতা-অভিনেত্ৰী, কলাকুশলী আদিক আৰ্থিকভাৱে অলপ সহায় কৰিলে; কিন্তু আনহাতে সামগ্ৰিকভাৱে উদ্যোগটোত সংকটৰ সৃষ্টি কৰিলে। সীমিত দৰ্শক, সীমিত প্ৰেক্ষাগৃহৰ ৰাজ্য এখনত অসমীয়া ভাষাত চলচ্চিত্ৰ এখন নিৰ্মাণ কৰিবলৈ নিৰ্মাতাসকল কেইবাবিধো গুণৰ অধিকাৰী হৈ ল'ব লাগে। সাময়িক উত্তেজনা, উষ্মা আদিৰ প্ৰভাৱত এই কাম কৰিলে নিজৰ ক্ষতি হয় আৰু উদ্যোগটোত সংকটৰ সৃষ্টি হয়।

অসমকে ধৰি ভাৰতৰ কোনো ৰাজ্যৰে সাধাৰণ দৰ্শক আৰু চলচিত্ৰ নিৰ্মাতা হিন্দী চলচিত্ৰৰ প্ৰভাৱৰ পৰা মুক্ত হৈ থকাটো সম্ভৱপৰ নাছিল। হিন্দী চলচ্চিত্ৰ নিৰ্মাণৰ লগত যিমানে বেছি ধন জড়িত হৈ আহিল, সিমানে সেই ভাষাৰ প্ৰযোজক-পৰিচালকে দৰ্শক সংগ্ৰহ কৰাৰ নতুন নতুন উপায় উদ্ভাৱন কৰিবলৈ ল'লে। মানুহৰ যি আদিম দুৰ্বলতা, সেই দুৰ্বলতাসমূহক কিহেৰে উচটাব পাৰি, বহু প্ৰযোজক-পৰিচালকে তাৰ ওপৰত গুৰুত্ব দিবলৈ ধৰে। লাহে লাহে চলচিত্ৰৰ ছিকুৱেন্স আৰু 'অত্যাধুনিক' ভিডিঅ' এলবামৰ দৃশ্যৰ পাৰ্থক্য কমি আহিল। পঞ্চাছজনী হাফপেণ্ট পিন্ধা ছোৱালীয়ে যদি চৰকাৰী ৰাস্তাত আচম্বিতে নাচিবলৈ আৰম্ভ কৰে, তাত কোনো অস্বাভাৱিকতা নোহোৱা

হ'ল। এসময়ত ভবা হৈছিল—এই ধৰণৰ দৰ্শক টনা কায়দাৰ দ্বাৰা প্ৰভাৱিত হ'বলৈ অসমীয়া নিৰ্মাতা, অভিনেতা-অভিনেত্ৰী, নৰ্তক-নৰ্তকী আদিৰ সামৰ্থ্যই নাই। কিন্তু এই ভাব যে ভুল বুলি প্ৰমাণিত হোৱাৰ উপক্ৰম ঘটিছে, সেইটোৱে অসমীয়া চলচ্চিত্ৰৰ এবিধ সংকট সূচাইছে। যোৱা চাৰি বছৰমানৰ ভিতৰত কেইখনমান চলচ্চিত্ৰই অসমীয়া চলচিত্ৰৰ এবিধ সংকট সূচাইছে। যোৱা চাৰি বছৰমানৰ ভিতৰত কেইখনমান চলচিত্ৰই অসমীয়া চলচ্চিত্ৰ উদ্যোগক সৰৱ, সক্ৰিয়, প্ৰাণৱন্ত কৰি তুলিছে বুলি স্বস্তি প্ৰকাশ কৰা দেখা গৈছে; কিন্তু সেই চলচিত্ৰসমূহৰ কোনবোৰ গুণে এই ঘটনাটো ঘটাইছে তাৰ বিচাৰ নকৰাটোৱে এবিধ সংকট সূচাইছে। কিছুমান অবাঞ্ছনীয়, অসাংস্কৃতিক ফৰ্মূলাই দৰ্শক টানিবলৈ আৰম্ভ কৰাটো যেনেকৈ এক সংকটৰ চিন, তেনেকৈ সেইবোৰ ফৰ্মুলাৰ বাহিৰত থকা চলচিত্ৰই দৰ্শক নোপোৱাটোও অন্য এক সংকটৰ চিন। শেহতীয়াভাৱে সৰ্বভাৰতীয় মঞ্চৰ ভাল চলচিত্ৰৰ তালিকাত অসমীয়া চলচিত্ৰ অন্তৰ্ভুক্ত হোৱা ঘটনাটো কমকৈ ঘটিবলৈ লোৱাটোৱেও এটা ডাঙৰ সংকটৰ আভাস দিছে। আনহাতে, এটা লক্ষ্য কৰিবলগীয়া কথা হৈছে—যোৱা চাৰিটা বছৰত যদি কেইখনমান ছবিয়ে আৰ্থিক সফলতা অৰ্জন কৰিছে, সেই সফলতাৰ প্ৰেৰণাত নিৰ্মিত অইন কেইবাখনো ছবি আৰ্থিক দিশত বিফল হৈছে। হিন্দী চলচিত্ৰ জগতৰ অৱস্থাটোও একেই। বহু কোটিটকীয়া বহু চলচিত্ৰ দৰ্শক টনাত বিফল হৈছে। তেনে অৱস্থাত 'লগান'ৰ নিচিনা নাচ-গানেৰে ভৰপূৰ এখন চলচ্চিত্ৰই মূৰ দাঙি উঠিব পৰাটোৱে এক সুস্থ সম্ভাৱনাৰ ইংগিত দিয়ে। হলেণ্ড-হেলিকপ্টাৰ-হাফপেন্ট-মাৰ্কা ফৰ্মূলাই যিটো কাম কৰিব নোৱাৰে, সৃষ্টিশীল মনৰ মৌলিক চিন্তাই সেইটো কাম কৰিব পাৰে। গতিকে ভাৰতীয়ৰ লগতে অসমীয়া চলচিত্ৰৰ ভাল ভৱিষ্যতৰ কথা চিন্তা কৰিলে আমি সাধাৰণ মানুহৰ মনৰ ভাল, সংস্কৃত ভাগটোক আকৰ্ষণ কৰাৰ কথা ভাবিবই লাগিব। নিৰ্মাণ-কৌশল, যন্ত্ৰ-পাতি আদিৰ ক্ষেত্ৰত বৰ্তমান বহু অসমীয়া পৰিচালকে প্ৰয়োজনীয় দক্ষতা অৰ্জন কৰিছে। এওঁলোকৰ কোনোবাই সমাজ-সংসাৰ-জীৱনৰ লগত সম্পৰ্ক থকা মধুৰ কাহিনীৰ মনোমোহা সুৰৰ গীতেৰে, মৌলিক সৃষ্টিশক্তিৰ পৰিচয়েৰে চলচ্চিত্ৰ নিৰ্মাণ কৰাৰ ওপৰত গুৰুত্ব প্ৰদান কৰিলে এক ভাল সম্ভাৱনাৰ পথ মুকলি হ'ব। চলচ্চিত্ৰ নিৰ্মাণৰ আঁচনিত হাত দিয়াৰ আগতে তেখেতসকলে আজিলৈকে নিৰ্মিত অসমীয়া চলচিত্ৰৰ তালিকাখন অধ্যয়ন কৰি ল'লে আশা-নিৰাশাৰ অংকবোৰ কৰাত সুবিধা পাব। লগতে, কি কাৰণে মিষ্টাৰ ইণ্ডিয়া, গোলপাল, চিতচোৰ, বাবৰ্চি আদি হিন্দী চলচিত্ৰবোৰ আজিও কোটি কোটি দৰ্শকৰ মনোৰঞ্জনৰ উৎস হৈ আছে, সেই কথাও ভাবি চাব লাগে। সমাজৰ, পৰিয়ালৰ সকলোৰে মনোৰঞ্জন কৰিব পৰা, অথচ কাৰো মনৰ অপকাৰ নকৰা চলচিত্ৰ নিৰ্মাণ কৰাৰ বাবে যি প্ৰতিভাৰ প্ৰয়োজন, অসমীয়া চলচিত্ৰৰ ভাল সম্ভাৱনা এনে প্ৰতিভাৰ বিকাশৰ ওপৰত নিৰ্ভৰ কৰিছে।

আৰু এনে এটা আনন্দময় পৰিৱেশৰ সৃষ্টি হ'লে, তাৰ মাজত কলাসন্মত, বাস্তৱধৰ্মী, শিল্পসুলভ চলচিত্ৰ নিৰ্মাণৰ প্ৰক্ৰিয়াটোও সঞ্জীৱিত হৈ থাকিব।

# ০১. ঘোচ দিয়াসকলৰ অংক আৰু যুক্তি

টেকনিকেল বা প্ৰফেছনেল শিক্ষা অৰ্জন কৰাৰ পিচত পাব পৰা চাকৰি, ওখ খাপৰ প্ৰতিযোগিতামূলক পৰীক্ষাত কৃতকাৰ্য হৈ পাব পৰা চাকৰি,—এনেকুৱা কিছুমান বিশেষ ধৰণৰ চাকৰিৰ সংখ্যাৰ তুলনাত সাধাৰণ শিক্ষাৰে, দৰখাস্ত দি, সাধাৰণ লিখিত পৰীক্ষা দি, ইন্টাৰভিউ দি পাব পৰা চাকৰিৰ সংখ্যাটো বহুত ডাঙৰ! আমাৰ ৰাজ্যত যিখন 'চাকৰিৰ বজাৰ'ৰ লগত সৰ্বসাধাৰণ যুৱক-যুৱতীৰ সম্পৰ্ক, সেইখন হ'ল উল্লিখিত দ্বিতীয়বিধৰ সাধাৰণ চাকৰিৰ বজাৰ। মোৰ আলোচনাটো ঘাইকৈ এইখন বজাৰ সম্পৰ্কে।

আজি প্ৰায় প্ৰত্যেকজন চাকৰি প্ৰাৰ্থীয়েই সন্দেহ কৰে, শংকা কৰে, চিন্তা কৰে, — মইনো ক'ত চাকৰি পাম চাগৈ! এইবোৰ ইন্টাৰভিউ-ছিন্টাৰভিউ চব বাহিৰত দেখুউৱা কাৰবাৰ। আচল কথা হ'ল খাতিৰ-বাতিৰ, ঘোচ...! আজি চাকৰি নোপোৱা প্ৰায় সকলো প্ৰাৰ্থী খাতিৰ-বাতিৰ ঘোচৰ পয়োভৰত ক্ৰুদ্ধ, উত্তেজিত, অসহায়, হতাশ। তেওঁলোকৰ এই খং, এই উত্তেজনা অমূলক নহয়। অমুকে অমুকক ইমান হাজাৰ টকা দি চাকৰিটো পালে,—এই ধৰণৰ 'একেবাৰে সত্য' ঘটনাৰ কথা আপোনালোকে শুনিছেই, নাইবা অলপ চেষ্টা কৰিলেই শুনিব। কিন্তু গুৰুত্বপূৰ্ণ কথা হ'ল, আজি আপুনি এখন জাননী দিয়ক—যিসকলে ঘোচ দি চাকৰি পাইছে, তেওঁলোকে কাক, কেতিয়া কিমান টকা ঘোচ দিলে, সেই কথা যেন আপোনাক গোপনে জনায়, আপুনি সেইবোৰ তথ্য-পাতিৰ ভেটিত এটা দুৰ্নীতি নিৰ্মূলকৰণ অভিযান আৰম্ভ কৰিব খোজে; আপুনি বোধকৰোঁ এজনৰ পৰাও কোনো খবৰ নাপাব? ইয়াৰ প্ৰধান কাৰণ দুটাঃ চাকৰিয়ালজনে ঘোচ দিয়া সত্য কথাটো এতিয়া প্ৰমাণ কৰিব নোৱাৰিব; আৰু, তেওঁ ঘোচ দি চাকৰিটো পাই এতিয়া সন্তুষ্ট; হয়তো ঘোচ খোৱা মানুহজনৰ প্ৰতি কৃতজ্ঞ।

এই পটভূমিত বিচাৰ কৰক—ঘোচ কোনে দিয়ে, কিয় দিয়ে।

দুখীয়া পৰিয়ালৰ সাধাৰণ বুদ্ধিবৃত্তিৰ ল'ৰা; এটা পৰ্যায়লৈকে পঢ়া-শুনা কৰিলে। এতিয়া চাকৰি এটা লাগেই, নহ'লে ঘৰ নচলে। পৰিয়ালৰ মূল মানুহজনে চৰকাৰী ঘৰত থাকি চাকৰি কৰিছে, নিজা ঘৰ-দুৱাৰ নাই, পেনছন পোৱাৰ সময় উপস্থিত, কিবা এটা চাকৰিত সুমুৱাই দিব পাৰিলেই উপাৰ্জনো হয়, চৰকাৰী ঘৰটোও হাতত থাকে।

গতিকে যি কোনো উপায়েৰে চাকৰি এটাৰ ব্যৱস্থা কৰিবই লাগে। ইতিমধ্যে ঘোচ দিলে যে চাকৰি পায়, সেই সত্যটোতো প্ৰতিষ্ঠিত হৈয়েই আছে! প্ৰাৰ্থীৰ যোগ্যতা নাই আৰু থাকিলেও তাৰ বিচাৰ যে যথোপযুক্তভাৱে নহয়, সেই সত্যওতো প্ৰতিষ্ঠিত হৈয়েই আছে! গতিকে আৰম্ভ হয় ঘোচৰ অংক।

ল'ৰাটোৱে বা ছোৱালীজনীয়ে চাকৰিটো পালে সকলো মিলাই দৰমহা পাব ধৰি লওক —ছশ টকা। দুবছৰত চৈধ্য হাজাৰ চাৰিশ টকা। কিন্তু এনেয়ে চেষ্টা কৰি থাকিলেতো তেওঁ দুবছৰতো চাকৰি এটা নাপাব পাৰে! বৰঞ্চ এই দুবছৰত তেওঁ জেপখৰচ, দৰখাস্ত-পৰীক্ষা-ইণ্টাৰভিউৰ খৰচ বুলি ঘৰখনৰ পৰা এহাজাৰ দেৰ হাজাৰ টকা নিবহে! গতিকে ঘৰখনে পাঁচ হাজাৰ টকা ঘোচত খৰচ কৰাটোতো দেখ-দেখ লাভজনক কথা! এইখিনি টকা দেউতাক বা ককায়েকে প্ৰভিডেণ্ট ফাণ্ডৰ পৰা ধাৰ কৰি লোৱা, মাকে গহনা বন্ধকত থৈ যোগাৰ কৰা, মাটি বেচি বা বন্ধকত থৈ যোগাৰ কৰা, আনকি কাবুলীৰ পৰা ধাৰ কৰাতোতো অসুবিধা নাই! ধাৰ কৰাৰ পাছতো গোটেই জীৱনলৈ চাকৰিটো থাকি যাব। সৰুৰে পৰা পঢ়া-শুনাৰ লগত ইমানবোৰ টকা-পইচা গ'ল যেতিয়া, এতিয়া 'আচল কাম'ৰ সময়ত টকা পাঁচ হাজাৰমান যোগাৰ কৰিব নোৱাৰিলে কেনেকৈ হ'ব? তদুপৰি এনেকৈয়ে দেশ চলি আছে যেতিয়া আমিও তেনেকৈয়ে চলিব লাগিব। ইয়াত ন্যায়-অন্যায়ৰ কিটো আছে। আমি নিদিলেও আন কোনোবাইতো ঘোচ দিয়েই চাকৰিটো পাব। তেনেক্ষত্ৰত আমি ধৰ্ম-যুধিষ্ঠিৰ হৈ লেকাট ভুঞ্জাৰ দৰকাৰ কি?

এই পৰিষ্কাৰ অংক আৰু যুক্তিৰ জোৰত আজি শ শ প্ৰাৰ্থী আৰু অভিভাৱকে ঘোচৰ ধন আৰু ঘোচ দিয়াৰ মন সাজু কৰিছে। তেওঁলোকৰ প্ৰয়োজন কেৱল ঘোচখিনি লৈ চাকৰিটো দিয়া মানুহজনৰ। মানুহজনে প্ৰতিশ্ৰুতি দি পইচাখিনি ল'লেই যেন তেওঁলোকে সকাহ পায়!

আনহাতে, এই অংক আৰু যুক্তিৰ বশৱৰ্তী নোহোৱা হাজাৰ-হাজাৰ অভিভাৱক আৰু প্ৰাৰ্থীয়ে যোগ্যতা আৰু ভাগ্যৰ ওপৰত ভাৰসা কৰি যুদ্ধ কৰি আছে। এওঁলোক আছে কাৰণেই গোটেই ব্যৱস্থাটো সম্পূৰ্ণৰূপে খহি নপৰাকৈ ৰৈ আছে। এওঁলোকৰ মাজৰ যিসকলে চাকৰি নাপায় তেওঁলোক খঙাল হৈ আহিছে। এওঁলোকে চাকৰি পোৱা আৰু চাকৰি দিয়া সকলোকে প্ৰত্যেকজনকে দুৰ্নীতিগ্ৰস্ত লোক বুলি ভাবিবলৈ লৈছে। এইটো ক্ষতিকৰ কথা হৈছে। ঘোচ দি চাকৰি পোৱাসকল দুৰ্বল কাৰণে মনে মনে আছে, কিছুমান হয়তো বিবেকৰ খোঁচত ভিতৰি ভিতৰি গুজৰি-গুমৰি আছে।

কিন্তু অতিশয় নিৰ্মম অৱস্থাত পৰিছে ঘোচ দিও চাকৰি নোপোৱাসকল।

এনে অৱস্থাত বিচাৰ কৰোঁ—এই ঘোচ খোৱা মানুহজনৰ চৰিত্ৰ কি তেওঁৰ অৱস্থাটো কেনেকুৱা।

# ০২. ঘোচ খোৱা মানুহজন

ক.

যিকোনো দুষ্কাৰ্যৰ সপক্ষে বহুত মনোমোহা যুক্তিৰে ওকালতি কৰিব পাৰি। নিষ্ঠুৰ হত্যাকাৰীৰ পক্ষৰ উকীলে আদালতত যেতিয়া ওকালতি কৰে, তেতিয়া সেইবোৰ শুনিও আপোনাৰ এনেকুৱা লাগি যাব পাৰে হয়তো! বেচেৰা! এই হেন বজাৰত দৰমহাৰ সেইকেইটা পইচাৰে কেনেকৈ চলোঁ? —বুলি কোনোবাই ক'লে আপুনি ভাবিব পাৰে— হয়তো! টেংক, এৰোপ্লেন, তেলৰ ব্যৱসায়ত ওপৰ মহলে সমগ্ৰ পৃথিৱীৰ পৰা কোটি কোটি টকা ঘোচ খাইছে, ইলেকচন খেলিবলৈ কোম্পানীৰ পৰা, ব্যৱসায়ী মানুহৰ পৰা লাখ লাখ টকা গোটাইছে, মই মানুহটোৰ পৰা টকা দুহেজাৰ ল'লেহে জগৰ! —হয়তো!

এইদৰে নানান যুক্তিৰে ঘোচ খোৱা কামটো সজাই-পৰাই লৈ, —"একো ডাঙৰ কথা নহয়। কি পৰোৱায়!"—এনেকুৱা এটা ভাবত মানুহবোৰ ডুবি গৈছে। কিন্তু অন্যায় অন্যায়েই, পাপ পাপেই। এইখন দেশত কোটি-কোটি খেতিয়ক, বনুৱা, চাকৰিয়ালে ঘোচ খাব পৰা আসনৰ আঁতৰত বাস কৰে; তেওঁলোকে এইখন আকালৰ বজাৰতে নিৰ্মম যন্ত্ৰণাৰ মাজত কাল কটায় যিসকল লোকে অইনলোকক চাকৰি দিব পৰা অৱস্থা পায়হি তেওঁলোক শিক্ষিত আৰু সেই কোটি কোটি মানুহৰ তুলনাত বহুত বেছি স্বচ্ছন্দ অৱস্থাৰ মানুহ। তেওঁলোকে নিজৰ সন্তানৰ মুখৰ এমুঠি ভাতৰ কাৰণে ঘোচ নাখায়, লোভত, মোহত সন্তানৰ অমংগল কৰিবলৈ ঘোচ খায়। প্ৰমাণৰ অভাৱ আৰু ঘোচ দিয়া মানুহবিলাকৰ দুৰ্বলতাৰ কাৰণে আদালত, এনকোৱাৰি কমিছন আদিয়ে এওঁলোকক একো কৰিব নোৱাৰে। অৱশ্যে আইন- আদালতে একো কৰিব নোৱাৰে হয়, কিন্তু এক শ্ৰেণী লোকৰ মতে সেইবোৰৰ ওপৰতো এটা শক্তি আছে—যিটোৱে এওঁলোকক মৃত্যুৰ দুৱাৰ মুখলৈকে খেদে। সেই শক্তিৰ খেদাত এওঁলোকে এসময়ত বৰ কষ্ট পায়। আপুনি মন কৰিব, কলেজত পঢ়ি থকাৰ সময়ত এওঁলোকৰ প্ৰায় প্ৰত্যেকজনেই দুৰ্নীতি, অন্যায়, অবিচাৰৰ বিৰুদ্ধে অন্ততঃ আড্ডা মাৰিছিল। সেই আড্ডাৰ কথাবোৰ এওঁলোকে সাজি সাজি কোৱা নাছিল। এওঁলোক আজন্ম দুষ্ট মানুহ নাছিল, সেইকাৰণে তেতিয়ালৈকে

এওঁলোকৰ ভিতৰত কিছুপৰিমাণৰ সততা ওপঙি আছিল। (কাৰোবাৰ দেউতাক অভিভাৱকৰ অপকৰ্মই টোৱালেও, ওপঙি আছিল। কালক্ৰমত সেই সততাকণ ডুবি যায়। কিন্তু এটা সময়ত আকৌ সেই সততাকণেই আইন-আদালততকৈ ডাঙৰ সেই শক্তিটোৰ মুখামুখি হৈ এওঁলোকক কষ্ট দিয়ে। মুঠতে এওঁলোকৰ নিস্তাৰ নাই। এক শ্ৰেণীৰ মানুহৰ জীৱনৰ এটা সময়ত সত্য নাৰায়ণ, বাবা, হজযাত্ৰা আদিৰ পয়োভৰলৈ লক্ষ্য কৰোঁতেহে এই অশৰীৰী শক্তিৰ কথা মনলৈ আহিল। কিন্তু আচলতে আমাৰ আলোচনাৰ ক্ষেত্ৰত এইবোৰ অশৰীৰী শক্তিৰ কথাই শোভা নাপায়। দেশখনৰ গোটেই ছিষ্টেমটোৱে আমাক ইমান হতাশাগ্ৰস্ত কৰি তুলিছে যে "এফালৰ পৰা মাৰি-কাটি শেষ কৰি নে" আৰু "এটা নহয় এটা শক্তিয়ে ইয়াৰ বিচাৰ কৰিব, চকু-কাণ মুদি চাই থাক" —এই দুই ধৰণৰ চিন্তাৰ যি কোনো এক ধৰণৰ ফালে আমি এটা ঠেলা অনুভৱ কৰোঁ। কটা-মৰাৰ কাৰণে মানসিক অস্ত্ৰ নথকাসকল স্বাভাৱিকতে দ্বিতীয় ধৰণৰ চিন্তাৰ বশীভূত হয়।

মূল প্ৰসংগলৈ আহোঁ। (আমোদজনক কথা। লিখি লিখি এইখিনি পাওঁতেই অতিথি এজন আহিল। মোৰ মনত এইবোৰ কথা উঠা-নমা কৰি আছিল কাৰণেই নেকি, এসময়ত চাকৰিৰ কথা ওলাল। অতিথিজনে খবৰ দিলে, —এটা চাকৰিৰ কাৰণে ফেব্ৰুৱাৰীৰ ২৯ তাৰিখে নিৰ্বাচিত প্ৰাৰ্থীৰ লিষ্ট ওলাব। প্ৰায় তিনি হাজাৰ প্ৰাৰ্থী। এজন প্ৰাৰ্থীয়ে খবৰ পাইছে, —দহ হাজাৰ টকা দিলে তেওঁৰ চাকৰিটো হ'ব। এইবোৰ কথাৰ সত্যতাৰ প্ৰমাণ নাই। কিন্তু খবৰটো বজাৰত ওলাল। চাকৰি ত্ৰিছটা। ২৯৭০ জন মান চাকৰি নোপোৱা প্ৰাৰ্থীৰ এক বৃজন সংখ্যকৰ মনত এই খবৰটোৰ কাৰণেই যি ক্ষোভ, হতাশা, অবিশ্বাসৰ সৃষ্টি হ'ব। সিয়েই সমাজৰ অপূৰণীয় ক্ষতি কৰিব) এটা কথা ঠিক; এই হতাশজনক অৱস্থাৰ মাজতো, তীব্ৰ প্ৰলোভনৰ মাজতো, ঘোচৰ নামত এটা ফুটা কড়ি নোলোৱা, ঘোচৰ প্ৰতিটো পইচা তেওঁৰ নিজৰ সন্তানৰ একোটোপাল তেজ বুলি গণ্য কৰা মানুহো আছে। তেওঁ ঘৰত নথকা সময়ত কোনোবাই মোনা এটাত চাউল দহ কেজিমান থৈ গ'ল; সেই দাতাজন আকৌ নহালৈকে মোনাটো ঘৰত এটা চুকত তেনেকৈয়ে পেলাই থ'লে, এনেকুৱা মানুহো আছে। ভাতৰ পাতত বহি —"সেই যে মানুহজন আহি থাকে, তেওঁ মাছ এটা দি গৈছিল" —বুলি গম পালে মাছৰ বাটি আঁতৰাই থোৱা মানুহো আছে। প্ৰাৰ্থীৰ দৰিদ্ৰ চেহেৰাৰ অভিভাৱকে কপাঁ-কপাঁ হাতেৰে জেপৰ পৰা টকা থকা লেফাফা এটা উলিয়াই দিলে; তাকে দেখি বিষয়াজনে বুজাই ক'লে,—"আপুনি এইটো কাম কৰাৰ কাৰণে মই আপোনাক বেয়া পোৱা নাই। টকা দিলে চাকৰি হয় বুলি আপোনাক কোনোবাই কৈছে কাৰণে আপুনি এই কামটো কৰিবলৈ আহিছে। আপুনি যাওক—সেইসকলক ক'বগৈ,

যে আজি ঘোচখাবলৈ ঘিণ কৰা মানুহ লগ পালোঁ। আপোনাৰ ল'ৰাই চাকৰি পালে নিজৰ গুণৰ জোৰতহে পাব।" এনেকুৱা বিষয়াও আছে।

কিন্তু এনেকুৱা বিষয়া আছে বুলি আজি বিশ্বাস কৰে কোনে?

খ.

বিষয়াজনে মানুহজনক জহা চাউল দহ কেজি থকা মোনাটো ওভোতাই নিবলৈ ক'লে; তেতিয়া মানুহজনে হাত দুখন মোহাৰি মোহাৰি কেৰ-জেৰ কৰিলে,—"নহয় ছাৰ, চাকৰিটোৰ কাৰণে চাউলকিটা দিছো বুলি নাভাবিব। চাকৰি হ'ল হ'ল, নহ'ল নাই। আমাৰ মৰম-চেনেহ, চা-চিনাকি বুলিও কথা এটা আছে নহয়।" তাৰ পাছত মানুহজনে বুজালে, —এয়া চাউল কিনি অনা নাই নহয়, নিজৰ খেতিৰহে! বিষয়াজনেও বুজালে,—কষ্ট কৰি খেতি কৰিছে, ল'ৰা-ছোৱালীৰে সুখ কৰি খাওকগৈ আক'! তেতিয়াও মানুহজনে বিপদত পৰাৰ নিচিনাকৈ সেমেনা সেমেনি কৰিব, —'ইমান দূৰ আকৌ ভাৰ বৈ ওভোতাই নিমনে?" তেতিয়া বিষয়া জনে পৰামৰ্শ দিব,—এইখিনি বজাৰতে কিনা মানুহ ঢেৰ ওলাব। ভাৰ ব'বলৈ টান পায় যদি বেচি থৈ যাওক।

যিজন মানুহে দেড়-দুই কেজিমান ওজনৰ মাছ এটা আনে, তেৱোঁ বুজায়,—"মাছটো তেওঁ কিনি অনা নাই; কালি দদায়েক এজন মাছ মাৰিবলৈ গৈছিল, এনেকুৱা মাছ তিনিটা পালে, তাৰে এটা ...........।"

তেওঁৰ কেৰ-জেৰ কোনোপধ্যে দমাব নোৱাৰি শেষ পৰ্যন্ত বিষয়াজনে ক'লে, "চোৱা, সৌজনী মোৰ ছোৱালী। তোমাৰ এই মাছটোৰ এটুকুৰা মোৰ পেটলৈ যোৱা মানেই তাইৰ মঙহ এটুকুৰা মোৰ পেটলৈ যোৱা। এই প্ৰতিজ্ঞা কৰি মই চাকৰি কৰিছোঁ।"

আছে। এনেকুৱা বিষয়াও আছে। কিন্তু দুখৰ কথা, ঘোচ খোৱা মানুহবোৰৰ কথা যিমান তীব্ৰতাৰে, যিমান ব্যাপকভাৱে প্ৰচাৰ হয়, এই বিষয়াবোৰৰ কথা তেনেকৈ প্ৰচাৰ নহয়। কাৰণ এই বিষয়াসকলৰ সততাৰ কাহিনী মুখৰোচক নহয়, ইয়াত কুৎসা ৰটনাৰ আনন্দ নাই, ইয়াত লোকৰ গুণ গোৱাৰ নিচিনা ভাল কামৰ কথা আছে, — যিটো কাম কৰি কোনো লাভ নাই। সেই জহা-চাউলৰ মোনা আৰু মাছ কঢ়িউৱা সহজ-সৰল মানুহ কেইজনেও বাটে-ঘাটে বিষয়াজনৰ কথা কৈ নুফুৰে। কৈ কি লাভ? ল'ৰাই চাকৰিয়েই নাপালে যেতিয়া সেইজন বিষয়া সাক্ষাৎ দেৱতা, যুধিষ্ঠিৰ হ'লেও তেওঁলোকৰ কিডাল লাভ। কিন্তু "লাখ টকাৰে পেট উফন্দি আছে; আমাৰ চাউল কেইটাৰ কাৰণে ঠাই হ'ব কেনেকৈ?"—বুলি কৈ ফুৰিলে তেওঁলোকৰ এক অদ্ভুত ধৰণৰ লাভ হয়। আজিৰ পৰিবেশে তেওঁলোকক এনেকুৱা কথা ক'বলৈকে সুবিধা কৰি দিছে। আপুনি যদি এজন সৎ বিষয়া হয়, তেনেহ'লে আপোনাৰ শিলত মূৰ

খুন্দিয়াবলৈ মন যাব। আপুনি আজি আটাইতকৈ অসহায় মানুহ।

কিন্তু সেই মানুহকেইজনে যদি বিষয়াজনৰ পৰা শুনা আচল কথাবোৰ কৈ ফুৰিলেহেঁতেন, আজি যদি সৎ কাহিনীবোৰো ব্যাপকভাৱে প্ৰচাৰিত হ'লহেঁতেন, তেনেহ'লে বহু মানুহৰ মনলৈ কিছু আশা আৰু আস্থাৰ ভাব আহিলহেঁতেন, সেইবোৰ কাহিনীয়ে অসৎ মানুহবোৰৰ চিন্তাক অন্ততঃ আমনি কৰিলেহেঁতেন, সমাজত কিছু সজ-আদৰ্শৰ প্ৰতিষ্ঠা হ'লহেঁতেন।

আজি আমি নাজানো—এনে বিষয়া কিমান আছে।

কিন্তু আমি জানো—অসংখ্য ঘোচ-খোৰ বিষয়াই এওঁলোকক বেৰি আছে। আপুনি ধৰি লওক —ধৰ্মকান্ত নামৰ বিষয়াজনে ঘোচ নাখায়, কিন্তু তেওঁৰ অফিচৰে দহজন তলতীয়া লোকে ঘোচ খায়; আৰু বৰ আমোদজনক কথা,—তেওঁলোকে "ধৰ্মকান্তক দিবলৈ লাগে" বুলিয়েই মানুহৰ পৰা পইচা লয়। ধৰ্মকান্তই সেইবোৰ ঘটনাৰ ঘূণাক্ষৰেও একো গম নাপায়। আপুনিনো ধৰ্মকান্তক কেতিয়াবা—"ছাৰ আপোনাক দিবলৈ অমুকে মোৰ পৰা টকা পাঁচ শ নিছিল, আপুনি পালেনে?"—বুলি সুধিবনে? নোসোধে। কিন্তু আপুনি ভাবি নাচায়,—এই নোসোধাৰ কাৰণেই আপুনি অনাহকত টকা পানীতপেলাইছে, মাজৰ চয়তানবোৰক প্ৰশ্ৰয় দিছে, ধৰ্মকান্তৰ প্ৰতি দুৰ্ঘোৰ অন্যায় কৰিছে।

এটা প্ৰক্ৰিয়াৰ কথা ভাবক। লিখা পৰীক্ষা গৈ গ'ল। ইণ্টাৰভিউ হৈ গ'ল, ইণ্টাৰভিউ ব'ৰ্ডৰ সদস্যৰ আগতে ধৰ্মকান্তই চাকৰি পোৱা প্ৰাৰ্থীৰ তালিকা ঠিক কৰিলে, সকলোৱে তাত চহী কৰিলে, তাৰ পিচত ধৰ্মকান্তই সিটো কোঠালিৰ দ্বিতীয় বিষয়াজনলৈ ফাইলটো পঠিয়াই দিলে। ইয়াৰ পিচৰ কামখিনি, —এপইণ্টমেণ্ট লেটাৰ পঠিউৱা, পুলিচ ভেৰিফিকেচনৰ ব্যৱস্থা কৰা, —এইবোৰ দ্বিতীয় বিষয়াৰ কাম। নিয়মমতে কেইদিনমানৰ ভিতৰতে সেইবোৰ কাম আৰম্ভ হ'ব লাগে। কিন্তু নহয়। যি কেইজন প্ৰাৰ্থীয়ে দেখ দেখ চাকৰি পাইছে, সেই কেইজনৰ লগত যোগাযোগ কৰিবলৈ অফিচটোত এটা চক্ৰৰ সৃষ্টি হ'ব। শেষত দেখিব—নিৰ্বাচিত প্ৰাৰ্থীকেইজনৰ প্ৰত্যেককে সেই চক্ৰৰ কোনোবাই গম্ভীৰ সুৰেৰে কৈছে, —"এই কেইদিনৰ ভিতৰতে লিষ্টখন ফাইনেল হোৱাৰ কথা। তিনি হাজাৰ টকা খৰচ কৰিলে ছাৰে (ধৰ্মকান্তই) কথাটো ভাবি চাব পাৰে। এতিয়া সকলো ছাৰৰ হাততে।"

চাওক, এই কেইজন প্ৰাৰ্থী নিজৰ বলতে নিৰ্বাচিত হৈছেই। কোনেও এওঁলোকক এতিয়া চাকৰিৰ পৰা বঞ্চিত কৰিব নোৱাৰে। সেইকাৰণে সেই চক্ৰটোৰ এওঁলোকৰ পৰা টকা খাই চাকৰি দিব নোৱৰাৰ কোনো প্ৰশ্নই নাই। গতিকে নিশ্চিত উপাৰ্জন নিশ্চিত চাকৰি!

# ০.৩ সাক্ষাৎকাৰ

ইণ্টাৰভিউবোৰ সম্পৰ্কে বহু প্ৰাৰ্থীৰ ধাৰণা  বৰ বেয়া। যিসকলে চাকৰি পায়, তেওঁলোকে ইণ্টাৰভিউটো বেয়াকৈ লোৱা নৈছিল নেকি, তেওঁলোকৰ উত্তৰবোৰৰ ভাল হৈছিল নে বেয়া হৈছিল সেইবোৰ বিচাৰ নকৰে। কৰাৰ প্ৰয়োজন নাই। স্বাভাৱিক কথা। আপত্তি কৰে চাকৰি নোপোৱা সকলে। সেইটোও স্বাভাৱিক কথা। নিজৰ দোষ, দুৰ্বলতাৰ কথা বেছিভাগ প্ৰাৰ্থীয়েই স্বীকাৰ নকৰে। গতিকে তেওঁলোকৰ ক্ৰোধ আৰু ক্ষোভৰ  পাত্ৰ হয় ইণ্টাৰভিউ প্ৰক্ৰিয়াটো, বিশেষকৈ ইণ্টাৰভিউ লোৱা মানুহ কেইজন। আজিৰ মেট্ৰিকুলেট, আজিৰ গ্ৰেজুৱেটৰ দক্ষতা, জ্ঞান কিমান সেইবোৰৰ বহল আলোচনা নিষ্প্ৰয়োজন। আচলতে সেই কথা তেওঁলোকে নিজেই ভালকৈ জানে, কিন্তু লোকৰ ওপৰত দোষ জাপি দিয়াটো বহুতৰে চৰিত্ৰ আৰু শিক্ষাৰেই অংগ হৈ পৰিছে। এওঁলোকৰ এভাগে ইণ্টাৰভিউ লোৱা কেইজনক গালি পাৰিয়েই থাকিব। তদুপৰি চাকৰি যিমানে পায়, ইণ্টাৰভিউ দিয়ে তাৰ ছয়-সাত গুণে। এওঁলোক বিভিন্ন পৰিৱেশৰ পৰা অহা প্ৰাৰ্থী, এওঁলোকৰ বুদ্ধি-চাতুৰ্যৰ পৰিমাণো বেলেগ বেলেগ। কাৰোবাৰ গাঁৱলৈ খবৰ কাগজ নাযায়েই, কোনোবাই ঘৰৰ পুৰণি খবৰ-কাগজ বেচি জেপ খৰচ উলিয়ায়েই আছে, কিন্তু কাগজবোৰ নিয়মীয়াকৈ পঢ়াৰ আগ্ৰহ কোনো  দিনেই অনুভৱ কৰা নাই। গতিকে এওঁলোক সকলো ‘সন্তুষ্ট হোৱাকৈ’’ ইণ্টাৰভিউ  লোৱাটো টান কাম। কিন্তু ইণ্টাৰভিউ লোৱা কেইজনৰ কিছুমান গণ্ডগোলে এনেকুৱা প্ৰাৰ্থীৰো খং তোলে— যিসকল প্ৰাৰ্থীৰ অনাহকত লোকক গালি পাৰি ফুৰাৰ অভ্যাস এতিয়াও হোৱা নাই। এই গণ্ডগোলবোৰ কেনেকুৱা?

ধৰি লওক কেৰাণী চাকৰিৰ বাবে ইণ্টাৰভিউ লোৱা হৈছে। চাকৰিটো পোৱাৰ পিচত সেইটো সম্ভালিব পৰাকৈ, কামবোৰ আয়ত্তলৈ আনিব পৰাকৈ প্ৰাৰ্থীজনৰ সাধাৰণ যোগ্যতা আছে নে নাই, কামৰ প্ৰতি, কথা জনাৰ প্ৰতি, পৰিশ্ৰম কৰাৰ  প্ৰতি তেওঁৰ আগ্ৰহ আছে নে নাই, তেওঁৰ সাধাৰণ বুদ্ধিমত্তা—জেনেৰেল ইনটেলিজেন্স কেনে,—তেওঁৰ ব্যক্তিত্ব কেনে, —মোটামুটি এইখিনি বিচাৰ কৰাই ইণ্টাৰভিউটোৰ উদ্দেশ্য।

কিন্তু বহু অবিবেচক লোকে তেওঁ সোধা প্ৰশ্নবোৰৰ কিমানৰ উত্তৰ প্ৰাৰ্থীজনে দিব পাৰিলে, একমাত্ৰ সেইটোকে মাপকাঠী হিচাপে ব্যৱহাৰ কৰে। আনকি বহুতে প্ৰাৰ্থীজনৰ সন্মুখত নিজৰ বিদ্যা আৰু বুদ্ধিমত্তা জাহিৰ কৰাৰো চেষ্টা কৰে। তেওঁ দুৰাতি বহি বহি লেবাননৰ যুদ্ধৰ পৰা ফাৰুক আব্দুল্লালৈকে এসোপা প্ৰশ্ন জুকিয়াই আনিছে, সন্মুখৰ প্ৰাৰ্থীজন টিহুৰ পৰা আঠ কিলোমিটাৰ দূৰৰ পিয়নে ঢুকি নোপোৱা গাঁৱৰ পৰা আহিছে, নে তেওঁ পৰহি নিজে ধুই লোৱা চোলাটোৰ মাজেদি ফটা গেঞ্জি ওলাই আছে, তেওঁ যোৱা দুমাহ হাল বাই কটাইছে নে পল্টন বজাৰৰ চাহৰ দোকানত আড্ডা মাৰি কটাইছে, দুটামান প্ৰশ্নৰ সহায়ত সেইবোৰ জানি লোৱাৰ চেষ্টা নাই, পোনে-পোনে তেওঁৰ ওপৰত জাপি দিয়া লেবাননৰ যুদ্ধ! আচলতে ইণ্টাৰভিউ এনেকুৱা হ'ব নালাগে। এই পৃথিৱীত জানিবলগীয়া কথাৰ অন্ত নাই, প্ৰশ্নৰ অন্ত নাই। যি কোনো প্ৰাৰ্থীয়ে এনেকুৱা বহুত কথা জানে যিবোৰ ইণ্টাৰভিউ লোৱা মানুহজনে নাজানে। সৰ্বভাৰতীয় প্ৰথম শ্ৰেণীৰ চাকৰিৰ কাৰণে লোৱা ইণ্টাৰভিউ আৰু কেৰাণী কামৰ কাৰণে লোৱা ইণ্টাৰভিউৰ পাৰ্থক্য আছে। বয়স, অভিজ্ঞতা, পদমৰ্যাদা, বিচাৰ বুদ্ধিৰ আদিৰ কাৰণেহে এজন লোকক ইণ্টাৰভিউ ল'বলৈ দিয়া হয়, তেওঁ বহুত প্ৰশ্ন সৃষ্টি কৰি প্ৰাৰ্থীক শলঠেকত পেলাব পাৰে কাৰণে নহয়। চাকৰিটো কি, তাৰ কাৰণে কেনেকুৱা মানুহ লাগে, উপস্থিত প্ৰাৰ্থীসকলৰ ভিতৰত সেইটো চাকৰিৰ কাৰণে যোগ্যতম কোন কেইজন, সেইবোৰেই তেওঁৰ বিচাৰ্য হ'ব লাগে। ইণ্টাৰভিউ আগবঢ়াৰ লগে লগে প্ৰাৰ্থীজনৰ প্ৰশ্নকৰ্তাৰ প্ৰতি শ্ৰদ্ধা বাঢ়ি গৈ থাকিব লাগে; তেওঁৰ ধাৰণা হ'ব লাগে যে—মানুহজনে যিবোৰ প্ৰশ্ন সুধিছে, কেৰাণী কামৰ প্ৰাৰ্থী হিচাপে সেইবোৰ তেওঁ জনা উচিত আছিল। তেওঁ নাজানিব পাৰে, কিন্তু জানিব নলগীয়া একো প্ৰশ্ন তেওঁক সোধা হোৱা নাই। শেষত তেওঁৰ নিজৰেই বিশ্বাস জন্মিব লাগে—ওঁহো, ইণ্টাৰভিউটো ভাল কৰিব নোৱাৰিলোঁ।

এইজন প্ৰাৰ্থীয়ে, অত্যন্ত দুষ্ট নহ'লে, ইণ্টাৰভিউ ব'ৰ্ডক গালি পাৰি নুফুৰে।

"কেৰাণীৰ চাকৰি, তাৰ কাৰণে আকৌ ডাচ কেপিটেল, আণৱিক যুদ্ধ, আকালি পলিটিকছ! বেটাহঁতে টকা খাই কাৰোবাক চাকৰি দিম বুলি ঠিক কৰি থৈছে, তাকে চিধাচিধি কৈ দিলেই হয়!" —এই ধৰণৰ অবাঞ্ছিত ক্ষোভ প্ৰতিহত কৰিব পাৰে ইণ্টাৰভিউ ব'ৰ্ডৰ সদস্যসকলেই।

# ০৪. সংঘ, অনুষ্ঠান-প্ৰতিষ্ঠান, থলুৱা লোক

থলুৱা লোকে চাকৰি পাব লাগে, —এই কথাটোৰ ওপৰত ভালেমান সংঘ, অনুষ্ঠান-প্ৰতিষ্ঠানে চকু ৰাখে। আমি জনাত অনুসূচিত জাতি-জনজাতিলোক, প্ৰাক্তন সামৰিক বাহিনীৰ লোক, দৈহিক খুঁত থকা লোক আদিৰ বাবে চাকৰিৰ ক্ষেত্ৰত যেনেকুৱা সুনিৰ্দিষ্ট ব্যৱস্থা আছে, থলুৱা লোকৰ বাবে তেনেকুৱা কোনো ব্যৱস্থা নাই। পাঁচ শ বা আঠ শ টকাৰ কম দৰমহাৰ আটাইবোৰ চাকৰি বা শতকৰা আশীভাগ চাকৰি থলুৱা মানুহে পাব লাগে, —এই ধৰণৰ কিছুমান কথা মুখে-মুখেহে শুনা যায়, কিন্তু সেই সম্পৰ্কীয় কোনো লিখিত সিদ্ধান্ত নাই। মুখ্যতঃ প্ৰাৰ্থীৰ যোগ্যতা, নিয়োগকৰ্তাসকলৰ দৃষ্টিভংগী আৰু মতলব আদি কেইটামান উপাদানেই থলুৱা প্ৰাৰ্থীৰ বিষয়টো চম্ভালি আছে। গতিকে কিছুমান সংঘ, অনুষ্ঠান-প্ৰতিষ্ঠানে, ৰাজনৈতিক-অৰাজনৈতিক দলে স্মাৰক পত্ৰ, বিবৃতি, বিক্ষোভ-প্ৰদৰ্শন আদিৰ জৰিয়তে থলুৱা প্ৰাৰ্থীৰ স্বাৰ্থৰহকে কাম কৰিবলৈ চেষ্টা কৰে। যেতিয়ালৈকে এই চেষ্টাত প্ৰকৃত দেশপ্ৰেম জড়িত থাকে, তেতিয়ালৈকে ইয়াৰ পৰা উপকাৰ হয়। ইতিমধ্যে কিছু হৈছে আৰু আগলৈকো হ'ব। কিন্তু যেতিয়াই এই অনুষ্ঠান-প্ৰতিষ্ঠানবোৰে বিশ্বাসযোগ্যতা আৰু শ্ৰদ্ধা হেৰুৱাই পেলাই, তেতিয়া এইবোৰ থকাৰ কাৰণে নথকাতকৈ বেছি অপকাৰ হয়। এটা উদাহৰণ দিওঁ।

এটা সংঘৰ পাঁচজন ডেকা আহিল অফিচটোৰ মুখ্য বিষয়াজনৰ ওচৰলৈ। তেওঁলোকে এখন স্মাৰক পত্ৰ দাখিল কৰিলে; মুখেৰেও ক'লে—আগন্তুক মকৰলৰ সময়ত যাতে থলুৱা ল'ৰা-ছোৱালীয়ে চাকৰি পায়। বিষয়াজনে ক'লে, তোমালোকে কৈছাহে, মই কিন্তু সেই কামটো কৰিবলৈ চেষ্টা কৰিছোঁ। লগতে মই অইন বহুতো কথা মনত ৰাখোঁ। ধৰি লোৱা, এইযে বহুত মুৰব্বী বিষয়াই কয়— আমি থলুৱা-থলুৱা বুলি কওঁহে, থলুৱা মানুহে অফিচৰ অৱস্থা কি কৰিছে দেখিছে? —সেই কথাটো ময়ো মনত ৰাখিম, তোমালোকেও মনত ৰাখিবা। মোৰ ওচৰলৈ আহি তোমালোকে সময় নষ্ট কৰিবই নালাগে। গোটেই অসমত তোমালোকৰ সংঘৰ যে কাৰ্যালয়বোৰ আছে, তাৰ লগত স্থানীয় কলেজৰ শিক্ষক, স্থানীয় বিষয়া কেইজনমান জড়িত কৰি লোৱা।

তাত প্ৰাৰ্থীসকলক গোটাই মোটামুটিভাৱে এনেকুৱা কিছুমান কথা শিকাই সাজু কৰি পঠিউৱা, যাতে ইন্টাৰভিউৰ সময়ত মই মোৰ লগত থকা অইন সদস্যৰ আগত লাজ পাবলগীয়া নহওঁ, তেওঁলোকক সহায় কৰিবলৈ যাতে মই সুবিধা পাওঁ।

এই ধৰণৰ কথা কৈ বিষয়াজনে সঁজাতি দলটোক বিদায় দিলে। চাৰিজন ডেকা কোঠাটোৰ পৰা ওলাই গ'ল। নেতৃস্থানীয় ডেকাজন ৰ'ল। তেওঁ জেপৰপৰা এডোখৰ সৰু কাগজ উলিয়াই বিষয়াজনৰ হাতত দি ক'লে,—"ছাৰ, এই কেইজনে ইণ্টাৰভিউৰ চিঠি পাইছে। এওঁলোকে চাকৰি পাব লাগে।" কাগজখনত ছজন ল'ৰা-ছোৱালীৰ নাম আৰু ৰোল নম্বৰ লিখা আছে।

বিষয়াজন সংশ্লিষ্ট বিভাগটোৰ দক্ষতা, কাৰ্যক্ষমতা নষ্ট নকৰাকৈ যিমান বেছি পৰা যায় থলুৱা প্ৰাৰ্থীক চাকৰি দিয়াৰ পক্ষপাতী। বৰপেটাৰ পাটগিৰিয়ে চাকৰি পালেনে ডিব্ৰুগড়ৰ গোহাঁয়ে পালে সেইটো তেওঁৰ বিবেচ্য নহয়। কিন্তু এই সংঘটোৰ বিবেচ্য কথা হ'ল —তেওঁলোকৰ তালিকাৰ সেই ছজনে চাকৰি পালে নে নাই। নিৰ্বাচিত প্ৰাৰ্থীৰ তালিকাত যদি শতকৰা আশীজন থলুৱা প্ৰাৰ্থীৰ নাম আছে, সেইটোও ডাঙৰ কথা নহয়। সেই ছজনে চাকৰি নাপালে যেতিয়া বিষয়াজন বেয়া, থলুৱা স্বাৰ্থৰ পৰিপন্থী, ঘোচখোৰ, দুৰ্নীতিগ্ৰস্ত।

এইবোৰ আনুষ্ঠানিক দুৰ্নীতি। বৰ ক্ষতিকৰ। জেপত ছজন প্ৰাৰ্থীৰ তালিকা লৈ হাজাৰ-হাজাৰ প্ৰাৰ্থীৰ হকে স্মাৰক পত্ৰ দাখিল কৰা কামটো এক ধৰণৰ ব্লেক মেইল। দুখৰ কথা, সঁজাতি দলটোৱে স্মাৰক পত্ৰ দি দাবী কৰাৰ বাতৰি, বিষয়াজনে ধৈৰ্য ধৰি, সহানুভূতিৰে দলটোৰ কথাবোৰ শুনাৰ যিটো বাতৰিকাকতত প্ৰকাশিত হয়, সেইটো পঢ়ি সাধাৰণ মানুহৰ এনেকুৱা ধাৰণা হয় যেন এদল দেশ-প্ৰেমীয়ে এজন দেশদ্ৰোহীক দেশপ্ৰেম শিকাই থৈ আহিল!

# ০৫. যুদ্ধ কৰা মানুহ

চাকৰি-বাকৰিৰ ক্ষেত্ৰত দুৰ্নীতিৰোধ, থলুৱা স্বাৰ্থ ৰক্ষা আদি কাম কৰিবলৈ হ'লে, — বিশেষকৈ সংঘ, সংস্থা, দল, অনুষ্ঠান-প্ৰতিষ্ঠান আদিয়ে এনে কাম হাতত ল'লে, পৰিশ্ৰম, বুদ্ধি আৰু নিষ্ঠাৰে কামবোৰ কৰোঁ বুলি কৰিব লাগে। কেৱল স্মাৰকপত্ৰ এখন দি,

বাতৰিকাকতলৈ এটা বিবৃতিৰে সৈতে তাৰ কপি এটা পঠিয়াই বহি থাকিব নালাগে। উদাহৰণ এটা দিওঁ। এটা দলে ৰে'ল সেৱা আয়োগৰ পৰীক্ষাৰ প্ৰশ্নকাকত আগতে ওলাল বুলি, এশ-দুশ টকাত প্ৰশ্নকাকত বিক্ৰী হৈছে বুলি বাতৰিকাকতলৈ খবৰ দিলে। কিছুদিনৰ পিচত ৰে'ল সেৱা আয়োগৰ বিষয়া এজনে সেইবোৰ কথা সঁচা নহয় বুলি কাকতৰ সম্পাদকলৈ চিঠি দিলে। কথা সিমানতে শেষ। পৰীক্ষাও হ'ল, চাকৰি দিয়া কামো হৈ গ'ল। এনেকৈ দলটোৰ মুখ ৰক্ষা পৰিলনে? তেওঁলোকে ঘটনাটোৰ অকাট্য প্ৰমাণ সংগ্ৰহ কৰি, কাছাৰীলৈ গৈ মোকৰ্দমা তৰি পৰীক্ষাটো বন্ধ কৰিব নোৱাৰিলে কিয়? কাম কৰিলে তেনেকৈহে কৰিব লাগে! এতিয়া কি হ'ল? দলটোৰ বিশ্বাসযোগ্যতা (credibility) নোহোৱা হ'ল। উৰ্দ্ধতন কৰ্তৃপক্ষক "এই দলটোৱে মাজে মাজে এনেকুৱা baseless কথা কৈয়েই থাকে" বুলি পতিয়ন নিউৱাৰ সুবিধা হ'ল। সেইবোৰ কৰ্তৃপক্ষই আজিকালি এনেকুৱা দলবোৰৰ ওপৰত গুৰুত্ব নিদিবলৈ সুবিধা বিচাৰিয়েই থাকে। এইধৰণৰ কেঁচা কামে কৰ্তৃপক্ষক—"অ' সেইটো দলৰ স্মাৰকপত্ৰ? থৈ দিয়া।"—এনেকুৱা মনোবৃত্তি ল'বলৈ সহায় কৰে। আনহাতে জনসাধাৰণৰ মাজত কেনেকুৱা প্ৰতিক্ৰিয়া হয়। "এইবোৰ হৈয়েই থাকে। যিমানেই চিঞৰ-বাখৰ নকৰা—চব ফুটুকাৰ ফেন। চিঞৰ-বাখৰ কৰাবোৰৰে কোনোবাই চাকৰি পালে চাগৈ, গতিকে চব মনে মনে থাকিল।" এনেকুৱা প্ৰতিক্ৰিয়া হয়।

এই দল, সংস্থা, সংঘ আদিৰ কথা বিশেষভাৱে উল্লেখ কৰিছোঁ এই কাৰণেই যে চাকৰিৰ ক্ষেত্ৰত ঘোচৰ কাৰবাৰটো বন্ধ কৰি দুখীয়া প্ৰাৰ্থীসকলক সহায় কৰিবলৈ এনেকুৱা এটা শক্তিশালী সংঘৰ বৰ প্ৰয়োজন। চৰকাৰে এই কাৰবাৰ বন্ধ কৰিব বুলি সদ্যহতেবিশ্বাস নহয়। ব্যক্তিগতভাৱে মানুহবোৰৰ ঘোচ খোৱা বন্ধ কৰাৰ নিচিনা সততাৰ উদ্ৰেক সহজে নহৈছে ; কাৰণ তেওঁলোকক যি কোনো উপায়েৰে আনতকৈ বেছি ধন-সম্পত্তি আৰু বৈষয়িক সুখৰ অধিকাৰী হ'বলৈ লাগে। "সকলোৱে খায় যেতিয়া মইনো কিয়—"এই সূত্ৰৰ শিপা দীঘল হৈ গৈ আছে। ঘোচ দিয়াসকলৰ অৱস্থাটো প্ৰথম খণ্ডতে বৰ্ণাইছোঁৱেই। কিন্তু অৱস্থাটোক এনেকৈ উটি যাবলৈ দিব পাৰিনে? আমি সদায় ইমান ঘৃণনীয়, নীচ, পাপী হৈয়েই থাকিম নে? কোনোবাইতো ক'ৰবাত এই গতি ৰোধ কৰিবলৈ অন্ততঃ আৰম্ভণি এটা কৰিব লাগিব! আচলতে ওপৰৰ পৰা তললৈকে অৱস্থাটো ইমান বেছিকৈ গেলি গৈছে যে তাক ভাল কৰাৰ উপায় ভাবি উলিয়াবলৈকে টান। কেতিয়াবা যদি সাংঘাতিক ধৰণৰ বিপ্লৱ এটা হয়, প্ৰজাহিতকৰ অথচ নিৰ্মম শাসন ব্যৱস্থা এটাৰ প্ৰৱৰ্তন হয়, তেতিয়া হয়তো কিবা এটা হ'ব পাৰে। কিন্তু তেনে দিন নাহে যদি?

মোৰ বোধেৰে, এই সমস্যাটোৱে যাৰ মনক কষ্ট দিয়ে, যিসকলে সঁচাকৈয়ে কিবা এটা কৰিবই লাগিব বুলি ভাবে, তেওঁলোকৰ মাজৰ পৰিশ্ৰম কৰিব পৰা বুলি বুদ্ধিমান

মানুহখিনিয়ে এটা সংগঠন প্ৰতিষ্ঠা কৰিব লাগে। তেওঁলোকে কেৱল অনুসন্ধানৰ ভিত্তিত, আইনৰ ফালৰ পৰা কোনো সুৰুঙা নৰখাকৈ, অকাট্য প্ৰমাণ হাতত ৰাখি কথা ক'ব লাগে। কথা আৰু কামেৰে এওঁলোকে সংগঠনটোৰ বাবে এনে এটা নাম অৰ্জন কৰিব লাগে যে এওঁলোকৰ কথা জনসাধাৰণে শিলৰ ৰেখা বুলি গ্ৰহণ কৰে, এওঁলোকৰ কথাত অপৰাধী কঁপি উঠে, এওঁলোকৰ প্ৰচাৰপত্ৰত নাম উঠা মানেই অপৰাধীৰ সামাজিকভাৱে নিশ্চিত মৃত্যু, মানহানিৰ মোকৰ্দমায়ো অপৰাধীক একো সহায় কৰিব নোৱাৰে। এওঁলোকৰ আৰু এটা কাম হ'ব ঘোচ নোখোৱা মানুহবোৰৰ সুনাম সমাজত প্ৰতিষ্ঠা কৰা। আগতেই কৈছোঁ—সৎ মানুহখিনিৰ গুণৰ কথা যদি জনসাধাৰণৰ মাজত প্ৰচাৰ হয়, তেনেহ'লে সি অসৎ মানুহখিনিৰ মনত প্ৰতিক্ৰিয়া কৰে। "অমুকে এটা কালাৰ টেলিভিছন ল'লে। আমাৰহে—।" —এনেকুৱা কথাৰ কাৰণে যদি এটা পৰিয়ালত ঘোচ খোৱাৰ পৰিৱেশ সৃষ্টি হ'ব পাৰে, তেনেহ'লে "অমুকে ঘোচ নাখায় বুলি সকলোৱে মুখে মুখে। আমাৰহে—" বুলি এটা পৰিয়ালত ভাল পৰিৱেশৰো সৃষ্টি হ'ব পাৰে। নিজৰ দক্ষতা আৰু সামৰ্থ্যৰে চাকৰি পোৱাৰ আশা নথকা প্ৰাৰ্থীয়ে বেছিকৈ ঘোচৰ সহায় লয়; সেই কাৰণে দক্ষতা আৰু সামৰ্থ্য থকা প্ৰাৰ্থী সকলে এই সংগঠনটোক সহায় কৰিব লাগে। ঘোচ নিদিয়াকৈ চাকৰি পোৱা বা অনিচ্ছাসত্বেও ঘোচ দি চাকৰি পোৱা বিক্ষুব্ধ যুৱক-যুৱতীসকলে এই সংগঠনটোক সহায় কৰিব লাগে।

মই নিজেই বুজিছোঁ,—"লাগে লাগে" বুলি কৈ থকা এই কথাবোৰ বৰ থিয়ৰিটিকেল যেন শুনা গৈছে। এনেকুৱা এটা সংগঠনৰ আৰম্ভ কৰে কোনে? ইয়াৰ পৰা দিল্লীলৈ কিমান দূৰ, সিমান ওখ দৈত্য এটিৰ লগত এনেকৈ যুঁজিব পাৰিনে? যুঁজি জিকিব পৰা যাবনে এক গভীৰ হতাশাই আৱৰি ধৰে কিন্তু মোতকৈ কামৰ মানুহ বহুতে আছে বুলি ভাবোঁ কাৰণেই কথাখিনি ক'লোঁ।

# ০১. মানৱীয়, নৈতিক আৰু অৰাজনৈতিক দিশবোৰ

গুৱাহাটী বিশ্ববিদ্যালয়ৰ বিধিমতে উপাচাৰ্যৰ বয়স ৬৫ বছৰ হ'লে তেওঁ সেই পদৰ পৰা অৱসৰ ল'ব লাগিব। কিন্তু পঞ্জীয়ক আৰু কোষাধ্যক্ষৰ ক্ষেত্ৰত বয়সৰ ওপৰ-সীমা তেনেকৈ নিৰ্দিষ্ট কৰা হোৱা নাই। সুদীৰ্ঘ কাল বিশ্ববিদ্যালয়খনৰ পঞ্জীয়ক হিচাপে কাম কৰা শ্ৰীচিদানন্দ দাস তেখেতৰ বয়স ৬০ বছৰ হৈ যোৱাৰ পাচতো সেই পদত অধিষ্ঠিত আছিল। পাঁচ বছৰৰ মূৰে মূৰে এই পদটোৰ বাবে বিজ্ঞাপন প্ৰকাশ কৰা হয়। যিবোৰ বিজ্ঞাপনৰ ফলস্বৰূপে শ্ৰীদাস নিযুক্ত হৈছিল, সেইবোৰত বয়সৰ ওপৰ-সীমাৰ উল্লেখ নাছিল। ১৯৭৩ আৰু ১৯৭৮ চনৰ বিজ্ঞাপন দুটাৰ ফলত শ্ৰীকৈলাশ ভট্টাচাৰ্য পঞ্জীয়ক নিযুক্ত হৈছিল; সেই দুটা বিজ্ঞাপনত বয়সৰ ওপৰ-সীমা সম্পৰ্কে কোৱা হৈছিল— preferably below 55 years, প্ৰাৰ্থীৰ বয়স ৫৫ বছৰৰ কম হ'লে ভাল। উল্লেখযোগ্য—শ্ৰীভট্টাচাৰ্যই দ্বিতীয়বাৰ নিযুক্ত হৈ এবছৰমানহে কাম কৰিবলৈ পালে; ক'বলৈ গ'লে তেখেত বিতাড়িত বা বহিষ্কৃত হ'ল। সিও বিশ্ববিদ্যালয়খনৰ ইতিহাসৰ কলংকময় অধ্যায়বোৰৰে এটা। ১৯৭৯ চনত পঞ্জীয়কৰ বাবে যি বিজ্ঞাপন প্ৰকাশ হ'ল, তাতো বয়সৰ ওপৰ-সীমা সম্পৰ্কে কোৱা হ'ল preferably below 55 years ; সেইবাৰ নিযুক্ত হ'ল শ্ৰীমহেশ চন্দ্ৰ ভূঞা। কাৰ্যকাল পাঁচবছৰ পূৰা হওঁ হওঁ অৱস্থাত এখেতে ২৮/১১/৮৪ তাৰিখে উপাচাৰ্যলৈ এটা ন'ট দিলে পঞ্জীয়ক নিযুক্তিৰ বাবে সোনকালে ব্যৱস্থা ল'ব লাগে। সেইখন কাগজতে পঞ্জীয়কজনৰ অৰ্হতা পদটোৰ চৰ্ত আদিৰ কথাখিনি প্ৰথম পাণ্ডুলিপি (ড্ৰাফট্) হিচাপে টাইপ কৰা আছিল। সেইখন কাগজৰে কাষত উপাচাৰ্যই নিজ হাতেৰে—The minimum age limit is 45 years on 1.1.85 বুলি লিখিছিল; বয়সৰ ওপৰ-সীমা হিচাপে একো লিখা নাছিল; আৰু তলত লিখিছিল—Approved as per discussion in E. C. on 3.12. 84 and modified as above. উল্লেখযোগ্য সেইখন E.C. (Executive Committee)—ৰ সভাত সেইবোৰ কথা আলোচনা কৰোঁতে শ্ৰীভূঞা উপস্থিত নাছিল।

আজি এনেকুৱা এটা ভাবৰ সৃষ্টি কৰিবলৈ চেষ্টা কৰা হৈছে যে—যিহেতু শ্ৰীভূঞাৰ বয়স, নিৰ্দিষ্ট দিনত ৫৫ বছৰতকৈ কেইমাহমান বেছি হ'ব, সেই কাৰণে নিশ্চয় তেখেতেই

বিজ্ঞাপনটোত বয়সৰ ওপৰ-সীমা নাইকিয়া কৰাত কিবা বুদ্ধি কৰিলে। কিন্তু ওপৰৰ কথাখিনিৰ পৰা এইটো কথা পৰিষ্কাৰ যে উপাচাৰ্য আৰু E.C. ৰ সদস্যসকলেহে এই সম্পৰ্কে সিদ্ধান্ত লৈছিল। উপাচাৰ্যই বয়সৰ তলৰ সীমা সম্পৰ্কীয় বাক্যটোলৈকে নিজ হাতে লিখিলে, কিন্তু ওপৰ-সীমা সম্পৰ্কীয় বাক্যটো নিলিখিলে। আগে-পাছে বিজ্ঞাপনত থকা preferable below 55 years ....বোলা বাক্যটো নিলিখি উপাচাৰ্য বা সমিতিৰ সদস্যসকলে "সেইসময়ত" শ্ৰীভূঞাক সহায় কৰিব খুজিছিল নে কি? যদি খুজিছিল, সেয়া সহায় কৰা হ'লনে?

ধৰি ল'লো শ্ৰীভূঞা আৰু পাঁচবছৰৰ বাবে নিযুক্তি পাবলৈ ইচ্ছুক। ইফালে তেখেতে সেইটো পদবীতে অধিষ্ঠিত মানুহ। গতিকে কামবোৰত যাতে সুৰুঙা নাথাকে, মানুহে যাতে দুটা কথা ক'বলৈ সুবিধা নাপায়, তেনেকৈ কাম কৰাৰ দায়িত্ব আৰু মনোবৃত্তি উপাচাৰ্য আৰু সমিতিৰ সদস্যসকলৰহে থাকিব লাগে! তেনেকৈ কাম কৰিলেহে শ্ৰীভূঞাক সহায় কৰা হ'লহেঁতেন! আগতে কৰাৰ নিচিনাকৈ preferably শব্দটোৰে বিজ্ঞাপন প্ৰকাশ কৰা হ'লেওতো ৫৫ বছৰ ৫ মহীয়া ভূঞাৰ দৰখাস্ত কৰাত অসুবিধা নহ'লহেঁতেন! ধৰি ল'লো কিবা কাৰণত এজন বিষয়াক আৰু পাঁচবছৰৰ কাৰণে ৰাখিব পৰা নাযায় বুলি ঠিক কৰা হ'ল। তেতিয়া হ'লেও তেখেতক সসন্মানে যাবলৈ দিব লাগে; বৃথা অপবাদৰ বোজা লৈ যাবলৈ দিব নালাগে। এতিয়া কথাটো এনেকুৱা হ'ল ঃ 'সেই সময়ত', অৰ্থাৎ ৩/১২/৮৪ তাৰিখে উপাচাৰ্য আৰু সমিতিৰ সদস্যসকলৰ শ্ৰীভূঞাক সহায় কৰাৰ ভাব আছিল; পিচত তেখেতসকলৰ 'কিবা কাৰণত' সেই ভাব নাইকিয়া হ'ল;—নাইবা তেতিয়াই তেখেতসকলৰ মানুহজনৰ অপকাৰ কৰাৰ ইচ্ছা নাছিল, আৰু তেখেতসকলে ইচ্ছা কৰি বয়সৰ ওপৰ-সীমা সম্পৰ্কীয় বাক্য এটা নিলিখি সেই অপকাৰটো কৰিলে।

এইবোৰ ক্ষেত্ৰত মানৱীয় দিশটোও বিচাৰ্য। অক্ষম, দোষী, অৰ্কমণ্য, অনুপযুক্ত আদি বুলি প্ৰমাণিত নহ'লে এজন বিষয়াই এই পাঁচ বছৰ শেষ হ'লে আৰু পাঁচ বছৰৰ টাৰ্ম এটা পাম বুলি আশা কৰাটো স্বাভাৱিক কথা। শ্ৰীভূঞাৰ নিচিনা অসময়তে চৰকাৰী চাকৰি এৰি দিয়া মানুহৰ কাৰণে আৰু বেছি স্বাভাৱিক কথা। ৪৫ বছৰ পাৰ হোৱা উপযুক্ত মানুহ এজন এটা পাঁচ বছৰীয়া চাকৰি এটালৈ আহিলে। সাধাৰণতে অন্ততঃ দুটা টাৰ্মৰ প্ৰশ্ন উঠেই। এই কথাটোৰ প্ৰতি কৰ্তৃপক্ষয়ো চকু ৰাখিব লাগে, আৰু বিষয়াজনেও দ্বিতীয় টাৰ্মৰ বাবে তেওঁৰ উপযুক্ততা প্ৰথমটো টাৰ্মতে প্ৰতিপন্ন কৰিব লাগে। মাত্ৰ পাঁচবছৰৰ কাৰণে উপযুক্ত লোক সদায় পোৱা নাযায় ; আৰু দোষী, অকৰ্মণ্য বুলি প্ৰমাণিত লোকক আৰু এটা টাৰ্মৰ কাৰণে ৰখা নাযায়। (বিশ্ববিদ্যালয়ৰ নিচিনা প্ৰতিষ্ঠানৰ চাকৰিবোৰ কেৱল পেনছন পাওঁ-পাওঁ হোৱা চৰকাৰী চাকৰিয়ালৰ

চাকৰি-জীৱন বৃদ্ধি কৰাৰ বাবে নিশ্চয় নহয়।) শ্ৰীভূঞাৰ ঘটনাটো অলপ বহলাই আলোচনা কৰাৰ প্ৰয়োজন এই কাৰণেই যে শিক্ষা-দীক্ষাৰ প্ৰতি আগ্ৰহশীল সকলো মানুহে এতিয়া এই প্ৰতিষ্ঠানটোৰ কাম-বনবোৰৰ প্ৰতি আগ্ৰহ প্ৰকাশ কৰিবৰ হ'ল। ড° বিৰিঞ্চি কুমাৰ বৰুৱা, শ্ৰীফণী দত্তৰ চাকৰি-জীৱনৰ পৰিসমাপ্তি দুখ লগা ধৰণে ঘটিছিল, ড° টেইলাৰ, শ্ৰীসুৰেশ চন্দ্ৰ ৰাজখোৱা, শ্ৰীকৈলাশ চন্দ্ৰ ভট্টাচাৰ্য, ড° ৰত্নকান্ত বৰুৱা আদি হঠাতে কাৰ্যকাল সমাপ্ত কৰিবলৈ বাধ্য হৈছিল। এতিয়া আকৌ সেইধৰণৰ ঘটনা চক্ৰৰে আৱিৰ্ভাৱ হৈছে। এটা মহান প্ৰতিষ্ঠানতএনেকৈজানো এটা অবাঞ্ছনীয় ঘটনাচক্ৰৰ আৱিৰ্ভাৱ ঘটি থাকিবলৈ দিব পাৰি? যি অপৰাধত চৰকাৰৰ একোজন আই. এ. এছ., আই. পি. এছ বিষয়াৰ কেৱল এখন চহৰৰ পৰা অইন এখন চহৰলৈ বা এখন মেজৰ পৰা অইন এখন মেজলৈ ট্ৰেন্সফাৰ হয়, সেই একে পৰ্যায়ৰ অপৰাধতে বা তাতোকৈ কম অপৰাধতে বিশ্ববিদ্যালয়ৰ একোজন বিষয়াৰ জীৱন নিৰ্মমভাৱে বিপৰ্যস্ত হয়, এইযাৰ কথা সঁচা নে মিছা সেইটো আমি সকলোৱে বিচাৰ কৰিব লাগিব। আজিৰ উপাচাৰ্য আৰু পঞ্জীয়কৰ পিচত যিসকল পদবীলৈ আহিব, তেখেতসকলে যে যিকোনো মুহূৰ্তত একে বিপৰ্যয়ৰ সন্মুখীন হোৱাৰ সম্ভাৱনা আছে, সেই কথাও মনত ৰাখিব লাগিব।

১৯৭৯ চনত গুৱাহাটী বিশ্ববিদ্যালয়ৰ ছিলেকচন সমিতিয়ে শ্ৰীমহেশ চন্দ্ৰ ভূঞাক পঞ্জীয়ক পদৰ বাবে উপযুক্ত বিবেচনা কৰিছিল। পাঁচ বছৰ সেই পদত থাকি তেখেতে কেনেকৈ কাম চলালে, সেই বিষয়ে সৰ্বসাধাৰণে বিশেষ নাজানে, কিন্তু সৰ্বসাধাৰণে এতিয়া জানে যে ছিলেকচন কমিটিৰ পাঁচগৰাকী সদস্যৰ তিনিগৰাকীৰ মতে তেখেতে আকৌ কামটো পাব লাগে। এগৰাকীৰ মতে প্ৰাৰ্থীসকলৰ কোনো কামটোৰ বাবে উপযুক্ত নহয়। ৩/১২/৮৪ তাৰিখে কাৰ্যবাহী সমিতিয়ে বিজ্ঞাপনটো এঘণ্টা ধৰি বিচাৰ কৰোঁতে এগৰাকী সদস্যই "eligible for reappointment" বোলা কথাযাৰ আছেই যেতিয়া বিজ্ঞাপন, ছিলেকচন আদিলৈ নোযোৱাকৈ শ্ৰীভূঞাক আকৌ চাকৰিটো দিয়েই দিয়াৰ সপক্ষে কৈছিল, কিন্তু তেখেতৰ কথা নৰজিল। পিচত ছিলেকছন কমিটিয়ে শ্ৰীভূঞাকে ধৰি সকলো প্ৰাৰ্থীৰে ইণ্টাৰভিউ লোৱাৰ পিচত সেই সদস্যগৰাকীয়েই মত দিলে— উপযুক্ত প্ৰাৰ্থী এজনো নাই। তাৰ পিচত ১৯/১/৮৫ তাৰিখে কাৰ্যবাহী সমিতিয়ে ৩/১২/৮৫ তাৰিখৰ কাৰ্যবিৱৰণীখন (proceedings) শুদ্ধ বুলি গ্ৰহণ (confirm) কৰে। সেই কাৰ্যবিৱৰণীত পঞ্জীয়ক পদৰ বাবে গ্ৰহণ কৰা বিজ্ঞাপনটোও আছিল। কিন্তু সেইখন গ্ৰহণ কৰিয়েই সমিতিয়ে পদটোৰ বাবে আকৌ বিজ্ঞাপন প্ৰচাৰ কৰাৰ সিদ্ধান্ত গ্ৰহণ কৰে।

গতিকে ঘটনাটো এনেকুৱা যেন লাগে ঃ শ্ৰীভূঞাই পাঁচবছৰে নিজৰ যোগ্যতা-অযোগ্যতা কিমান প্ৰমাণ কৰিলে সেইটো ডাঙৰ কথা নহয়, ডাঙৰ কথা হ'ল ৩/১২/৮৪ আৰু ১৯/১/৮৫ তাৰিখৰ ভিতৰত ক'ত কি ঘটিল।

এনে অৱস্থাত স্বাভাৱিকতে মনলৈ আহে—বৰ্তমানে চলি থকা আন্দোলনটোৰ এই ঘটনাবোৰৰ প্ৰতি বৰগুণি কিমান? এটা শক্তিশালী দৃষ্টিভংগীৰে চাবলৈ গ'লে, আন্দোলনটোৰ উদ্দেশ্যৰ মূল কথা কিছুমানৰ প্ৰতি সমৰ্থন থকাটো কোনো অসমীয়া মানুহৰ বাবেই অপৰাধীৰ কথা নহয়, লাগে তেখেত চৰকাৰৰ সচিবেই হওক বা বিশ্ববিদ্যালয়ৰ ছাত্ৰই হওক। কিন্তু অৱস্থাটো এনেকুৱা পৰ্যায়লৈ গ'লগৈ যে এক পক্ষই ভাবিলে,—দেখদেখকৈ আন্দোলনৰ বিপক্ষে কাম নকৰা মানুহজনো তেওঁলোকৰ শত্ৰু, আঁতৰাবলগীয়া, বাদ দি থ'বলগীয়া মানুহ; ইপক্ষই ভাবিলে, দেখদেখকৈ আন্দোলনৰ সপক্ষে কাম নকৰা মানুহজনো তেওঁলোকৰ শত্ৰু তালিকাভুক্ত। ফলত শাস্তিমূলক ব্যৱস্থা গ্ৰহণৰ মনোবৃত্তি, প্ৰতিশোধপৰায়ণতা আদিয়ে মূৰ তুলি উঠিল। ফলত সি পক্ষৰেই যেতিয়া শক্তি বাঢ়িছে, সেই পক্ষৰ হাততেই তেতিয়া সেই 'শত্ৰু' সকলে শাস্তি পাইছে। এটা সময়ত অসমৰ বিভিন্ন বিভাগৰ দায়িত্বশীল বিষয়া কিছুমানৰ বৰ টান দিন গ'ল। আন বহুতৰে থকাৰ দৰে স্বাভাৱিকতে তেখেতসকলৰো আন্দোলনটোৰ প্ৰতি সহানুভূতি আছিল; আন্দোলনকাৰীসকলে সেই সহানুভূতি tactfully, কৌশলেৰে ব্যৱহাৰ কৰিব লাগিছিল, হাঁহজুনীকো জীয়াই থাকিবলৈ দিব লাগিছিল, সময়মতে একোটা কণী পাই থকাৰো ব্যৱস্থা কৰিব লাগিছিল। কিন্তু তাকে নকৰি এচাম আন্দোলনকাৰীয়ে তেখেতসকলৰ সহানুভূতি এনেদেৰে কাৰ্যত লগালে যে সিপক্ষৰ মানত সেই বিষয়াসকল বৰ্জনীয় হৈ পৰিল। যিসকল বিষয়াই যথেষ্ঠ সংখ্যক আন্দোলনকাৰীৰ মাজতে থাকি কাম কৰিব লাগে, এই অৱস্থাটোৱে তেখেতসকলক বেছিকৈ চুলে।

গুৱাহাটী বিশ্ববিদ্যালয়ৰ কোনো কোনো লোককো এই ব্যৱস্থাটোৱে চুইছে বুলি সন্দেহ কৰাৰ থল আছে।

আজি বিশ্ববিদ্যালয়খনৰ ছাত্ৰ-ছাত্ৰীসকলে যিমানেই পঞ্জীয়কগৰাকীৰ হৈ কাৰ্যসূচী হাতত ল'ব, সিমানেই এটা পক্ষৰ কাৰণে বিষযাগৰাকী বেছি বৰ্জনীয় হৈ গৈ থাকিব। মোৰ শত্ৰুৰ শত্ৰুজন মোৰ বন্ধু, মোৰ শত্ৰুৰ বন্ধুজন মোৰ শত্ৰু—এনেদৰে ভবা মানসিকতা বৰ্তমানে প্ৰবল হৈছে। ফলত বহু দল-উপদলৰ সৃষ্টি হ'ব। এইটো বৰ ক্ষতিকৰ কথা হ'ব। গতিকে শীৰ্ষস্থানীয় শিক্ষাবিদ, প্ৰশাসক, ছাত্ৰ আদিৰে গঠিত বিশ্ববিদ্যালয়খনৰ বিভিন্ন কৰ্তৃত্বশীল সন্থাই মুক্ত মনেৰে হস্তক্ষেপ কৰি অনতিপলমে বৰ্তমানৰ সংকটদূৰ কৰিব লাগে। একোদল ছাত্ৰ-ছাত্ৰী বিশ্ববিদ্যালয় চৌহদত দুই তিনিবছৰৰ বাবেহে থাকে; কিন্তু তেওঁলোকৰ কামে বিশ্ববিদ্যালয়খনৰ জীৱনৰ বাটত কেইটামান খটখটিৰো সৃষ্টি কৰিব পাৰে, কেইটামান খালৰো সৃষ্টি কৰিব পাৰে; —এই কথা যেন তেওঁলোকেও মনত ৰাখে।

# ০২. ৰাজনীতি লেতেৰা ঃ লেতেৰা ৰাজনীতি

কিছুদিনৰ পৰা এটা কথা কাগজে-পত্ৰই, বিভিন্নজনৰ আলোচনাত পোৱা গৈছে, —অসমৰ ৰাজনীতিলৈ কিছুমান 'ভাল' মানুহ আহিব লাগে। ভাল মানে—দুৰ্নীতিত লিপ্ত নোহোৱা, দুৰ্নীতিক প্ৰশ্ৰয় নিদিয়া, ৰাজ্যখনৰ মংগলৰ কাৰণে নিঃস্বাৰ্থভাৱে কাম কৰিব পৰা, বহল মনেৰে অসমীয়া ভাষা-সংস্কৃতি আৰু ইয়াৰ বিদেশীৰ সমস্যা বিচাৰ কৰিব পৰা মানুহ। এনে মানুহ আছে, কিন্তু তেওঁলোক অ'ত-ত'ত সোমাই থাকিলে নহ'ব; য'ত থাকিলে তেওঁলোকৰ চিন্তা আৰু শক্তি কামত লাগে তালৈ আহিব লাগিব। এওঁলোক এতিয়া প্ৰশাসনৰ গুৰি ধৰা বিষয়া হ'ব নোৱাৰে, গতিকে শাসনৰ গুৰি ধৰা লোক হ'ব লাগিব। অৰ্থাৎ এওঁলোক বিধানসভা-লোকসভা-ৰাজ্যসভাৰ সদস্য হ'ব লাগিব বা শক্তিশালী ৰাজনৈতিক দলৰ নেতৃস্থানীয় ঠাইত থাকিব লাগিব, যাতে নীতি নিৰ্ধাৰণৰ ক্ষেত্ৰত এওঁলোকে প্ৰভাৱ পেলাব পাৰে। যদি এনে লোক ৰাজ্যখনত আছেই, আৰু ৰাইজৰো এক বৃহৎ অংশই এওঁলোকক সন্মুখত বিচাৰিছে, তেনেহ'লে এওঁলোক ওলাই অহাৰ বাটত বাধা কি? নে কোনো বাধা নাই?

এই সম্পৰ্কে যোৱা এমাহত আমি কেইগৰাকীমান লোকৰ লগত মুকলিভাৱে কথা পাতিছিলোঁ। এওঁলোক ৰাইজে বিচৰা ধৰণৰ মানুহেই। এওঁলোকৰ বক্তব্যৰ সাৰাংশ এনে ধৰণৰ ঃ

দেশসেৱা কৰা, ৰাইজৰ সেৱা কৰাৰ পথ কেইবাটাও আছে। মহাত্মা গান্ধীৰ দৰে কৰিব পাৰি, জৱাহৰলাল নেহৰুৰ দৰে কৰিব পাৰি, ইন্দিৰা গান্ধীৰ দৰে কৰিব পাৰি, মাদাৰ টেৰেছাৰ দৰে কৰিব পাৰি, লায়ন্‌ছ ক্লাব-ৰোটাৰি ক্লাবৰ দৰে কৰিব পাৰি, শংকৰ মিছনৰ দৰে কৰিব পাৰি, বহুত ধৰণে কৰিব পাৰি। কিন্তু অসমৰ বৰ্তমান পৰিস্থিতিত আপোনালোকে যি ধৰণৰ সেৱাৰ কথা কৈছে, তেনে সেৱাৰ বাবে শাসনৰ লগত, শক্তিশালী ৰূপত জড়িত হ'ব লাগিব। সেইটো পৰিষ্কাৰ কথা। গতিকে মই ৰাজনীতিত সক্ৰিয়ভাৱে সোমাব লাগিব। এনে অৱস্থাত মোৰ চিন্তাবোৰ কেনেকুৱা শুনক। অন্ততঃ জৱাহৰলাল নেহৰুৰ সময়লৈকে ভাৰতৰ, লগতে অসমৰো, ৰাজনীতিৰ মোটামুটিভাৱে শ্ৰদ্ধা কৰিব পৰা ধৰণৰ এটা মৰ্যাদা আছিল। সৰু কালৰে পৰা লক্ষ্য কৰিছিলোঁ বুদ্ধি-বৃত্তি থকা লোকসকলৰ একাংশ শিক্ষক, হাকিম, মুনচিফ, ডাক্তৰ,

ইঞ্জিনীয়াৰ, উকীল আদি হৈছিল। এওঁলোকৰ ভিতৰত মুক্তভাৱে চিন্তা-চৰ্চা আৰু কাম কৰিব পৰাৰ সুবিধা আছিল শিক্ষক আৰু উকীলসকলৰ। শিক্ষকসকলৰ চাৰিওফালে অৱশ্যে কিছুমান বাধা আছিল, গতিকে এওঁলোকে ঘাইকৈ নীতি, জ্ঞান আৰু সামাজিক সৌন্দৰ্যৰ ক্ষেত্ৰত এবিধ নেতৃত্ব দিছিল। কিন্তু মুক্তভাৱে ৰাজনীতি কৰিছিল উকীলসকলে—সকলোৱে নহয়,—যিসকলে বুদ্ধি আৰু কামৰ বলত আপোনা-আপুনি ৰাইজৰ পৰা আগবঢ়াৰ, ওপৰলৈ উঠাৰ হেঁচা পাইছিল। সেইবুলি নাভাবিব যে কেৱল উকীলসকলৰ মাজৰ পৰাইহে ৰাজনৈতিক নেতা ওলাইছিল। কিন্তু মই কোৱা কথাৰ পৰা এটা পৰিৱেশৰ কথা আপুনি অনুমান কৰিব পাৰিব। সেই পৰিৱেশে কিশোৰ আৰু যুৱক অৱস্থাৰ প্ৰথমছোৱাত আমাক এটা ধাৰণা দিছিল—ৰাজনীতি পৱিত্ৰ বস্তু, কঠোৰ শ্ৰম আৰু সেৱাৰ মনোবৃত্তিৰে পুষ্ট নেতাসকল শ্ৰদ্ধেয় লোক। জৱাহৰলাল নেহৰুৰ দিনত ড° ৰাধাকৃষ্ণণৰ দৰে লোকক ৰাজনীতিয়ে বিকৰ্ষণ নকৰিছিল; ৰাজনীতিৰ প্ৰতি গুণী-জ্ঞানীলোক বীতশ্ৰদ্ধ নাছিল। নেহৰুৱেও, আৰু তেওঁৰ লগৰীয়াসকলেও 'মানুহ' চিনি পাইছিল, ঠিক মানুহক ঠিক ঠাইলৈ অনাৰ চেষ্টা চলিছিল। বেঠিক মানুহৰ ৰাজনীতি ক্ষেত্ৰৰ ওপৰ স্তৰলৈ উঠাৰ হাবিয়াস কৰাৰ স্পৰ্দ্ধা নাছিল। কাৰোবাৰ থাকিলেও তেওঁক নেতা আৰু ৰাইজে কোনেও সুৰুঙা উলিয়াই নিদিছিল। কিন্তু পিচত। ইন্দিৰা গান্ধীৰ দিনত? বিশেষকৈ তেওঁৰ শেষৰ সাত-আঠ বছৰত? গুণী, সমৰ্থবান লোকক বিচাৰি উলিয়াই তেওঁলোকক ঠিক ঠাইত প্ৰতিষ্ঠা কৰাৰ সততা নাইকিয়া হ'ল। ক্ষমতা ৰক্ষাৰ বাবে যাকে হাতত ৰখাৰ প্ৰয়োজন বোধ কৰা হ'ল, তেওঁকে বিচাৰি অনা হ'ল। কিছুদিনৰ আগলৈকে ই-কংগ্ৰেছক গালি পাৰি, মুণ্ডপাত কৰি থকা লোকে ৰাজহুৱা মঞ্চত—, মই তোমাৰ পুত্ৰ, পুত্ৰই দোষ কৰিছিলোঁ যদি ক্ষমা কৰি গ্ৰহণ কৰা বুলি নতজানু হোৱা লোকক—তুমি ইমান সৰু হৈছা কিয়—বুলি ইন্দিৰা গান্ধীয়ে ককৰ্থনা কৰা নাছিল, তেনেকুৱা লোকৰ তেনেকুৱা আচৰণক তেওঁ তেওঁৰ ব্যক্তিত্বৰ অস্ত্ৰ-ভাণ্ডাৰৰ আৰু এপাত গৰ্ব-কাঁড় হিচাপে ব্যৱহাৰ কৰিছিল। লাহে লাহে পৰিস্থিতি এনেকুৱা হ'ল যে ৰাজনৈতিক নেতা, বিশেষকৈ শাসনত থকা দলবোৰৰ বিষয়াসকল শ্ৰদ্ধা-মৰ্যাদাৰ আসনৰ পৰা খহি পৰিল। এটা অঞ্চলৰ বিখ্যাত গুণ্ডা হ'লেও এজন মানুহে এম. এল. এ হোৱাৰ সপোন দেখাটো সম্ভৱপৰ হ'ল। অইন এটা দলৰ পৰা টকা লৈ বিধায়কে দলসলনি কৰাৰ নিচিনা অকল্পনীয়, ঘৃণনীয় ঘটনা ভাত-মাছ খোৱা কথাৰ নিচিনা হৈ পৰিল। কেৱল ক্ষমতা আৰু টকাৰ কাৰণে কেনেকুৱা এৰোটা প্ৰতিষ্ঠানলৈ যে কেনেকুৱা মানুহ আহিল —ভাবিলে আচৰিত হ'ব লাগে। চিফ ইঞ্জিনীয়াৰক যে ৰাজনৈতিক কাৰণত ঠিক মেডিকেল অফিচাৰ পতা হোৱা নাই—সেয়ে ৰক্ষা! আপোনালোকে কৈছে কাৰণে মই ৰাজনীতিত যোগ দিম। কিবা কাৰণত মোক এম. এল. এ হোৱাৰ 'টিকেট' দিব নোৱাৰিলে; গতিকে দেখিব এদিন মই খাদী

ব'ৰ্ডৰ চেয়াৰমেন হৈ আছোঁ। জীৱনত মই খাদী ৰুমাল এখনো ব্যৱহাৰ কৰি পোৱা নাই, খাদীৰ প্ৰতি মোৰ বিশেষ আগ্ৰহ নাই। এইটো উদাহৰণহে দিছোঁ। সঁচাসচি খাদী ব'ৰ্ডে কথাটো গাত পাতি ল'ব নালাগে।

এইটো মেছিনেৰিৰ মাজত সোমাবলৈ সাহ কৰোঁ কেনেকৈ? আপোনালোকে ঠিকেই কৈছে— আপুনি যদি সাহ কৰি ওলাই নাহে, তেনেহ'লে কেনেকৈ হ'ব? তাৰ মানে আপোনালোকে ত্যাগ কৰাৰ কথা কৈছে,—'ছেক্ৰিফাইছ' কৰাৰ কথা কৈছে। মই কিছুমান —কাম কৰি আছোঁ। মোৰ মতে এইবোৰো ভাল কাম। গান্ধী-নেহৰু-ইন্দিৰাৰ কামৰ নিচিনা নহয়, ধৰি লওক, শংকৰ মিছনৰ নিচিনা কাম। ৰাজনীতিৰ মেছিনেৰিটোৰ মাজলৈ আপোনালোকৰ কথা শুনি,—সাহ কৰি সোমাই যোৱাৰ পিচত সেই মেছিনেৰিটোৱেই যদি মোক ছেপি মাৰে, তেনেহ'লে? সেই মৃত্যুলৈ আপোনালোকে ভয় নকৰিবলৈ কৈছে। তাকে কৈছোঁ—আপোনালোকে মোক 'ছেক্ৰিফাইছ' কৰিবলৈ কৈছে। কিন্তু মোৰ সেই শংকৰ মিছনৰ নিচিনা ভাল কামখিনি? সেইখিনিতো আধৰুৱা হৈ ৰ'ব। সেইটো জানো এটা ক্ষতি নহ'ব?

আপোনালোকে ক'ব পাৰে—মেছিনেৰিটো আপুনি ভাল কৰি লওক। সেইটো ময়ো বুজোঁ। থিয়'ৰিটিকেলি কথাটো ক'বও পাৰি, শুনিবলৈও ভাল ভাবিবলৈও ভাল। কিন্তু মোৰ লগত ঠিক মোৰ দৰে চিন্তা কৰিব পৰা, মোৰ সমানে কষ্ট কৰি নিঃস্বাৰ্থভাৱে কাম কৰিব পৰা আৰু চল্লিছজন মানুহ আপোনালোকে মোক দিব পাৰিবনে? মই যদি অকলশৰীয়া হৈ পৰোঁ? দুৰ্নীতিৰ কথাকে ধৰক। মই দুৰ্নীতিত পোত খাই থকা বিভাগকেইটাৰ কথা জানো; কঠোৰ ব্যৱস্থাৰে মই দুৰ্নীতি বন্ধ কৰিমেই। তাৰ ফলস্বৰূপে কিছুদিনৰ পিচতে মোক কোনোবাই গুলী কৰি মাৰি পেলাব পাৰে। কিন্তু মই মৰিব নোখোজোঁ। মোৰ কাম কৰিবলগীয়া আছে। গতিকে গুলীৰ পৰা বাচিবলৈ মই লগত চিপাহী-চন্তৰী-গাৰ্ড লৈ ফুৰিম। তেতিয়া ৰাইজে কি ক'ব? লগত পুলিচ নোহোৱাকৈ এখোজো লৰচৰ নকৰাই হ'ল! মই হৃদয়ৰ ওপৰত বিশ্বাস ৰখা মানুহ। মই সেই কথা সহ্য কৰিব পাৰিম? এয়া ছেক্ৰিফাইচ হ'ল নে?

ভাবি চাওক, কি পৰিৱেশৰ মাজলৈ আপোনালোকে মোক মাতিছে! হ'ম, মোৰ শক্তি-সামৰ্থ্য আছে যেতিয়া মই ৰাজনৈতিক নেতা হ'ম, পাতিলে বিধায়কো হম, মন্ত্ৰীও হ'ম। জনসেৱা কৰিম। আপোনাৰ ঘৰলৈ দিনে-নিশাই আত্মীয়-স্বজন, বন্ধু-বান্ধৱ, মানুহ-দুনুহ আহি থাকক, আপোনাৰ বিৰক্ত হোৱাৰ অধিকাৰ আছে। কিন্তু মই জনসেৱা কৰিছোঁতো, গতিকে মোৰ সেই অধিকাৰ নাই। পুৱা পাঁচ বজাত, ৰাতি দুই বজাত মই ছেল্‌ছ গাৰ্লৰ হাঁহি মাৰিব লাগিব। কাৰণ ৰাইজে মোক নেতা কৰিছে আৰু মই জনসেৱা কৰিছোঁ! আপুনি মোক ভোট দিয়াই নাছিল, কিন্তু এতিয়া মই আপোনাকো পিঠিত থপৰিয়াই কথা ক'ব লাগিব। দিল্লীত তিনিদিন খাপ পিতি প্ৰধানমন্ত্ৰী ৰাজীৱ গান্ধীক দেখা কৰিব নোৱৰাকৈ মন্ত্ৰী নিজ ৰাজ্যলৈ উভতি আহক, একো কথা নাই; কিন্তু মোক দেখা কৰিব

নোৱাৰি দালালজন গাঁৱলৈ উভতি যাওক, গোটেই গাঁওখনে মোক বেয়া পাব। এয়া জনসেৱা? মোৰ কাৰ্যসূচী নাই? কামৰ মানুহ হ'ব খুজিলে মই অহংকাৰী আনছ'ছিয়েল, নিমখহাৰাম হ'ম! ধৰি লওক, মই আপোনালোকৰ কথামতে আগবাঢ়ি এটা পছন্দৰ কাম বাছি ল'লোঁ —শিক্ষা। মূৰ গুজি মই কাম কৰিম অসমৰ প্ৰি-প্ৰাইমেৰি, প্ৰাইমেৰি স্তৰৰ শিক্ষানীতি এটাৰ উদ্ভাৱন কৰিবলৈ। কেনেকৈ গোহালি ঘৰ বুলিব নোৱৰা ঘৰ এটাত, উপযুক্ত শিক্ষকৰ সন্মুখত ৰাজ্যখনৰ সকলো শিশুৱে প্ৰাথমিক শিক্ষা লাভ কৰিব পাৰে, ভোটাধিকাৰৰ পৰা দহবছৰৰ বাবে বঞ্চিত হোৱা লোকসকলৰ ল'ৰা-ছোৱালীবোৰক কেনে শিক্ষানীতিৰে আগুৰিলে দহ বছৰৰ পিচত অসম আৰু অসমীয়াৰ মংগল হ'ব, সেই মানুহখিনিৰো মংগল হ'ব। সেই বিষয়ে চিন্তা আৰু কাম কৰিম, তেতিয়া আপোনালোক দিনটোত পঞ্চাছবাৰ মোৰ ওচৰলৈ আহিব ছয়গাঁৱৰ শিক্ষয়িত্ৰী গৰাকীক ৰামপুৰলৈ বদলি কৰাৰ অৰ্ডাৰটো ষ্টে' কৰিব লাগে, গৱৰ্ণিং ব'ডিত যদুক ৰাখিব নালাগে—! এয়া জনসেৱা? দেশসেৱা? এইবোৰৰ বিৰুদ্ধে যুদ্ধ কৰি মৰি যোৱাকে ছেক্ৰিফাইচ বুলিব পাৰি; কিন্তু মোৰ কামবোৰ? যিবোৰ কামেৰেও মই বাহিৰৰ পৰাই দেশসেৱা কৰিব পাৰিলোহঁতেন সেইবোৰৰ কি হ'ব? বৰ্তমানৰ লেতেৰা পৰিৱেশত কোনে মোক গেৰাণ্টি দিব যে 'লংকালৈ গৈ আপুনিও ৰাৱণ হোৱা নাই বুলি মানুহে আপোনাৰ-ওপৰত বিশ্বাস ৰাখিছে'? এইয়ে মোৰ বিভাগৰ কোনোবা এজনে মোক দিবলৈ বুলি আপোনাৰ পৰা পাঁচ হাজাৰ টকা ঘোচ খালে, কোনে বিশ্বাস কৰিব যে সেই বিষয়ে মই একোৱেই নাজানো? মোৰ জীৱনকালতে সত্যৰ সদায় জয় হোৱাটো দেখিবলৈ পাম নে?

আজি আপোনালোকে মোৰ লগত কথা পাতি গ'ল নহয়, কাইলৈ অইন এটা ৰাজনৈতিক দলৰ হৈ দুজনমানে মোক বুজাই যাবহি —আপুনি এইবিলাকত নোসোমাব বুইছে। বৰ লেতেৰা কাৰবাৰ।

আৰম্ভ হ'লেই নহয়!

ঘাইকৈ তিনিগৰাকী মানুহৰ কথা জুকিয়াওঁতে এই কথাখিনি ওলাইছে। এওঁলোকে আমাক নিৰুৎসাহ কৰা নাই, কিন্তু বৰ্তমান ৰাজনীতি কিমান লেতেৰা, আৰু মানুহে কিমান লেতেৰা ৰাজনীতি কৰে, সেই সম্পৰ্কে পৰ্যবেক্ষণ কৰি এওঁলোক নিজে শংকিত হৈছে। প্ৰত্যক্ষ আৰু পৰোক্ষভাৱে তিনিওগৰাকীৰে এটা চিন্তা ধৰা পৰিছে;—এই পৰিৱেশত ৰাজনীতিত সোমোৱাটো 'ৰাজ্যখনৰ কাৰণে স্বাৰ্থত্যাগ' নে 'জ্বলা জুইত জাপ দিয়া'? তেওঁলোকে আমাক নিৰুৎসাহ নকৰা কথাটো হ'ল—"কিন্তু সকলোৱে যদি মোৰ নিচিনাকৈ ভাবে তেনেহ'লেতো মস্কিল হ'ব! কোনো যদি সাহ কৰি ওলাই নাহে, তেনেহ'লো লেতেৰা মানুহ সোপাই পৰিৱেশটো আৰু লেটেৰা কৰিব!"

# ০৩. হৰ্ষ-বিষাদ-বাতৰি-উৰা বাতৰি

এইখন 'প্ৰান্তিক' পাঠক-পাঠিকাৰ হাতত পৰে মানে আমাৰ আকাশ-বতাহত নিৰ্বাচনী অভিযানৰ শব্দ মাৰ যাব; হয়তো তাৰ ঠাইত বিজয় শোভাযাত্ৰীৰ কণ্ঠস্বৰে দুগুণ শক্তিৰে আকাশ-বতাহ নিনাদিত কৰিব। ব্যক্তিৰ সমৰ্থকসকলৰ বিজয়-উল্লাসৰ কথা বুজিলোঁ; কিন্তু দল? কোন দলৰ সম্পৰ্কে আকাশ-বতাহৰ অধিকাংশ দখল কৰিব।

শ্ৰেষ্ঠতম ৰাজনৈতিক জ্যোতিষীও আজি এই প্ৰশ্নৰ উত্তৰ দিবলৈ অপাৰগ। অসম গণ পৰিষদৰ কাঁটা পঞ্চল্লিশৰ পৰা পঁয়সত্তৰৰ ভিতৰত উঠা-নমা কৰিলে; কৰিলে মানে ৰাজনৈতিক জ্যোতিষীসকলে কৰাইছে। প্ৰায় মাজনিশা অসমৰ বিভিন্ন ঠাইৰ পৰা অহা বাতৰিৰ ওজন জুখি-মাখি এওঁলোকে এই শেষৰ কেইদিনত কাঁটাডাল যাঠিৰ ওচৰে-পাজৰে উঠোৱা-নমোৱা কৰি আছে।

[গণেশগুৰিৰ বজাৰত এখন গুমটিৰ দোকানত বজাৰৰ 'দাদা' এজনে দোকানীজনৰ ওচৰতে ভৰি তুলি, আউজি বহি লৈ উচ্চস্বৰে ঘোষণা কৰি থকা শুনিলো—'মই কওঁ শুন, প্ৰফুল্ল মহন্ত মুখ্যমন্ত্ৰী, অতুল বৰা বিত্তমন্ত্ৰী—'এনে সময়তে দূৰৰপৰা শাক-পাছলিৰ দোকানী এজনে চিঞৰিলে, 'এই বিত্তমন্ত্ৰী, তোৰ মূলা গৰুৱে খালে।' বজাৰখনত এটা অদমনীয়, নিৰ্ভীক ষাঁড় গৰু ঘূৰি ফুৰে।]

ছোভিয়েট ৰেডিঅ' এণ্ড টেলিভিশ্যন বুৰ' অব্ ইণ্ডিয়াৰ দক্ষিণ এছিয়াৰ সংবাদসেৱী এজনক গুৱাহাটীত লগ পোৱা গ'ল। তেওঁক পোনে পোনে সোধা হ'ল, 'কওকচোন, এই কেইদিন অসমত ঘূৰাৰ পিচত আপোনাৰ কি ধাৰণা হৈছে? নিৰ্বাচনৰ ফলাফল?'

তেওঁ বিনাদ্বিধাই, পাক নলগোৱা ভাষাৰে ক'লে, 'অসম গণ পৰিষদ জিকিব। ইয়াৰ কাৰণ কেৱল জনসমৰ্থনেই নহয়, অইন এটা কাৰণ হ'ল এইবাৰ কেন্দ্ৰীয় চৰকাৰ ফ্লেক্সিবল।' ইয়াৰ ব্যাখ্যা হিচাপে তেওঁ যিদুটা বাক্য ক'লে, তাৰ সাৰাংশ হ'ল—ইয়াৰ মানুহে যদি আই কংগ্ৰেছক নিবিচাৰে, তেনেহ'লে তেওঁলোকক আই কংগ্ৰেছ দিব নালাগে—এই হ'ল কেন্দ্ৰৰ ভাব।

এই কথাখিনি অসমৰ সংবাদসেৱী এগৰাকীক কোৱা হ'ল। তেওঁ লগে লগে ক'লে,—'তেওঁৰ (ৰাছিয়ানজনৰ) কথা শুদ্ধ নহয়। আই কংগ্ৰেছক ৬৪ খন আসন লাগে, তাৰ বাবে ৬৪ কোটি টকাৰ ব্যৱস্থা হৈছে। টকা খৰচৰ তেনে আগজাননী হিচাপে বিখ্যাত বিজ্ঞাপন-সংস্থা ৰিডিফিউশ্যনৰ আজিৰ পৰা অসমৰ দৈনিক

কাকতৰে'ৰৰ সম্পূৰ্ণ এটা পৃষ্ঠাত আবিৰ্ভাৱ ঘটিছে।'

ৰিডিফিউশ্যনৰ বিজ্ঞাপনবোৰ দেখিছোঁ। ১৯৮৩-৮৫ চনৰ ভিতৰত ৫২১৮ খন 'গাঁৱত বৈদ্যুতিকৰণ' কৰা হৈছে, ৬০৬১ খন গাঁৱত খোৱাপানীৰ যোগান ধৰা হৈছে। তাৰে ভিতৰত কেইখনমান হৈছে .........। নিৰ্বাচনৰ পিচত এই নাম গুলোৱা গাঁওবোৰৰ ৰাইজে বিজুলি যোগান আৰু খোৱাপানী যোগানৰ আচল ৰূপবোৰ বৰ্ণনা কৰিবলৈ ল'লে নিশ্চয় আৰু এল্যানি ফুল-পেজ বিজ্ঞাপনৰেই সৃষ্টি হ'ব।

আচল কথা—এইবোৰ পৰিসংখ্যাই এতিয়া অসমত একেবাৰে কাম কৰা নাই। ৰিডিফিউশ্যনৰ কৌশল ভুল হৈছে। তথ্য-পাতি, পৰিসংখ্যা পঢ়ি ভোট দিয়াৰ মানসিকতা এতিয়া কাৰো নাই। অসমীয়া হিন্দু, অসমীয়া মুছলমান, বাঙালী হিন্দু, বাঙালী মুছলমান, জনজাতি, চাহবাগিচাৰ বনুৱা, নেপালী—এইবোৰৰ হিচাপে তোল পাৰ লগাব লাগিছে, তাৰ মাজত আকৌ খোৱা পানীৰ যোগান। অমিতাভ বচ্চনৰ নিচিনা ছুপাৰষ্টাৰেও এতিয়া অসমৰ বহু ঠাইত কাম কৰা নাই। যি বয়সৰ ল'ৰাই অমিতাভক ছুপাৰষ্টাৰ কৰাত সহায় কৰি আহিছে সেই বয়সৰ ল'ৰাই ইফালে জজ খেলপথাৰত অমিতাভক চাবলৈ মানুহ গোট খাওঁতে সৌ সিজুগুৰিত ধূলিময় ৰাস্তাত শোভাযাত্ৰা কৰি ফূৰ্তিতে কৈছে—'অ'ই, শুনিছনে নাই, অমিতাভ বচ্চনৰ মিটিঙত সত্তৰ লাখ মানুহ গোট খাইছে!'

অমিতাভ বচ্চন চালাক মানুহ। তেওঁ নিজেই নিশ্চয় মন কৰি গৈছে—তেওঁৰ সভাৰ সমজুৱাৰ মাজত সেই উচ্ছল ডেকা-গাভৰুহঁত নাই। নাইবা তেওঁ আচৰিত হৈ ভাবি গৈছে—অসমীয়া মানুহৰ চেহেৰা কেনেকুৱা।

তাৰ পিচত ৰাজীৱ গান্ধী। আই কংগ্ৰেছৰ নিৰ্বাচনী অভিযানৰ প্ৰধান সম্বল। ভীত, সন্ত্ৰস্ত, শংকিত এই দলটোৰ বহু লোকে ভাবি আছে—শেষৰ কেইদিনত ৰাজীৱ গান্ধীয়ে ধুমুহাৰ দৰে ৰাজ্যখনত ভ্ৰমণ কৰি দলটোৰ অনুকূলে নিৰ্বাচনী বতাহৰ সোঁত ঘূৰাই দিব। এইটো সম্ভৱনে? এইবাৰ অসম্ভৱ। য'ত দলটোৰ অনুকূলে সোঁত আছেই, তাত তেওঁ সেই সোঁতৰ গতি বৃদ্ধি কৰিব পাৰিব, সোঁত নথকা ঠাইত এটা সোঁতৰ সৃষ্টি কৰিব পাৰিব, কিন্তু বৈ থকা সোঁত ঘূৰাব নোৱাৰে। আৰু য'ত তেওঁ কৃতকাৰ্যত লাভিব সেইবোৰ ঠাই ৰাজনৈতিক জ্যোতিষীসকলে আই কংগ্ৰেছক দিয়েই থৈছে এতিয়া আৰু নিৰ্বাচন ফলাফলত তেওঁ নতুনত্ব সৃষ্টি কৰিব নোৱাৰে। এজন মানুহৰ ওপৰত ভৰসা কৰি ৰাজনীতি কৰাৰ পদ্ধতিটোৱে এইবাৰ অসমত জোকাৰ খাব।

ৰাজীৱ গান্ধীৰ নিৰ্বাচনী অভিযানৰ আটাইতকৈ গুৰুত্বপূৰ্ণ ফল হ'ব—আই কংগ্ৰেছক অসমৰ শাসনৰ গাদীলৈ অনাত তেওঁৰ আন্তৰিকতা কিমান, অসম গণ পৰিষদৰ প্ৰতি তেওঁৰ মনোভাব কেনেকুৱা,—এইবোৰ কথা এইবাৰ তেওঁৰ বক্তৃতাত ধৰা পৰিব।

এটা কথা ভাবি মানুহে একো উৱাদিহ পোৱা নাই। নিৰ্বাচনী-যুঁজ মানেই অমানুষিক পৰিশ্ৰম, অৰ্থ ব্যয়, দুশ্চিন্তা, কষ্ট। তেনেহ'লে জানি-শুনিও, মানে হাৰিম বুলি জানি-শুনিও ইমানবোৰ প্ৰাৰ্থীয়ে কিয় এই যন্ত্ৰণা ভুগিছে? গণতান্ত্ৰিক দেশ, কোনেও কাকো

প্ৰাৰ্থী হিচাপে থিয় দিয়াত বাধা দিব নোৱাৰে; কিন্তু সেই প্ৰাৰ্থীসকলৰ নিজৰ বিচাৰ-বুদ্ধিত ইমান কেৰোণ কিয়। জিকাৰ সম্ভাৱনা থকা, বা ভিতৰি-ভিতৰি আন এজনক জিকাৰ সুবিধা কৰি দিব খোজা প্ৰাৰ্থীসকলৰ কথা কোৱা নাই; যিসকলৰ ক্ষেত্ৰত এনে সম্ভাৱনা নাই, তেওঁলোকৰ কথা কৈছোঁ। শক্তি-অৰ্থৰ অপব্যয় সহ্য কৰিব নোৱাৰি। এই শ্ৰেণীৰ প্ৰাৰ্থীয়ে সৃষ্টি কৰা লোকচান ৰাজ্যখনৰো শোকচানৰ কাৰণ হয়। নিৰ্বাচনৰ পিচত এওঁলোকক গোটাই এখন আলোচনা চক্ৰ পাতিব লাগে। আগলৈ লাভ হ'ব।

অসম গণ পৰিষদে কিমান আসনৰ ক্ষেত্ৰত জয়লাভ কৰিব পাৰে সেইটো বেলেগ কথা, কিন্তু নতুন আঞ্চলিক দল হিচাপে ই যি পৰিৱেশৰ সৃষ্টি কৰিব পাৰিলে, সেইটোৱেই এক ধৰণৰ জয় বুলি পৰিগণিত হৈছে। অসমৰ বাহিৰৰ পৰা অহা ৰাষ্ট্ৰীয় পৰ্যায়ৰ বাতৰিকাকতসমূহৰ সংবাদসেৱীসকলৰ মতেই এই দলটোৱে ব্ৰহ্মপুত্ৰ উপত্যকাৰ মানুহক কিমান গভীৰভাৱে প্ৰভাৱিত কৰিছে, সেইটো নেদেখিলে বিশ্বাস কৰিব নোৱাৰি। এগৰাকী সংবাদসেৱীৰ মতে উজনি অসমৰ অসম গণ পৰিষদৰ কৰ্মীসকলৰ দলৰ প্ৰতি যি আনুগত্য আৰু দলৰ হৈ কাম কৰিব পৰাৰ যি শক্তি দেখা গৈছে, সেয়া হেনো বহুদিনীয়া পুৰণি সৈন্য বা গোড়া কমিউনিষ্টৰ ক্ষেত্ৰতহে দেখা যায়।

স্বাভাৱিকতে, অন্যান্য দলৰ কাৰণে কাম কৰিবলৈ অসমীয়া কৰ্মীৰ অভাৱ হৈছে। এইটো কেৱল সাময়িক উত্তেজনা আৰু উচ্ছ্বাসৰ ফল নহয়।

বৰ্তমান পৰিৱেশত এটা কথা মনলৈ আহিছে। এইযে ব্ৰহ্মপুত্ৰ উপত্যকাত নিৰ্বাচন অভিযানৰ নামত অসমীয়া মানুহখিনিৰ অস্তিত্ব প্ৰবলভাৱে উপলব্ধি কৰা গৈছে, এই যে তেওঁলোকৰ মাজে-মাজে অনা-অসমীয়া দেশী-বিদেশী লোক আছে, সেইসকলৰ একোটা পকেট আছে,—তথাপিতো উপত্যকাটোত এটা 'অসমীয়াত্ব' অনুভূত হৈছে, —এয়াইতো অসমৰ আচল ৰূপ! এই ৰূপটোৱে বৰ্তি থাকিব পাৰিলেওতো এটা স্বস্তি অনুভৱ কৰা যায়! কিন্তু যোৱা কেইবছৰত এনেকুৱা এটা পৰিৱেশ হৈছিল, যেন পকেটবোৰ উপত্যকাটোতকৈও ডাঙৰ! সেয়া এটা ভুল পৰিৱেশক প্ৰশ্ৰয় দিয়া হৈছিল। সেই ভুলৰ ফল আই কংগ্ৰেছেই আটাইতকৈ বেছিকৈ ভোগ কৰিব—এই নিৰ্বাচনত।

প্ৰসংগক্ৰমে, হাতীটোক নিৰ্বাচন প্ৰতীক হিচাপে পোৱাটো বা লোৱাটো অসম গণ পৰিষদৰ বাবে বৰ সৌভাগ্যৰ কথা হ'ল। কেৱল এই প্ৰতীকটোৱেই যে দলটোক অন্ততঃ কিছু ভোট বেছিকৈ দিয়াব, সেইটো ঠিক। অসমৰ পোহনীয়া হাতীবোৰ হেনো কাহানিও একেলগে ইমান সক্ৰিয় হোৱা নাছিল! হাত আৰু হাতীৰ আক্ষৰিক আৰু শব্দগত মিলটোৱেও কিছুমান আমোদজনক কাণ্ড কৰিছে।

দূৰদৰ্শনৰ গুৱাহাটী কেন্দ্ৰৰ পৰা অসমীয়া প্ৰাৰ্থীয়ে এইবাৰ প্ৰথম নিৰ্বাচনী প্ৰচাৰৰ সুবিধা পাইছে। কিন্তু এই সুবিধাটোৰ পৰা কাৰো লাভ হোৱা নাই বুলি ক'ব পাৰি। ভাষণবোৰ কিবা শস্যনাশক কীট-পতংগৰ বিষয়ে ৰচনা পঢ়াৰ নিচিনা হৈছে।

আমেৰিকাত ৰাষ্ট্ৰপতি পদৰ বাবে প্ৰতিদ্বন্দ্বিতা কৰা প্ৰাৰ্থী দুজনৰ টেলিভিশ্যন সাক্ষাৎকাৰকেইটাৰ নিৰ্বাচনৰ ফলাফলৰ ওপৰত প্ৰচণ্ড প্ৰভাৱ থাকে; সেইবোৰ কথাকে আমাৰ কাকতে-পত্ৰই প্ৰকাশ হয়,—এনেয়ে হয়। সেইবোৰৰ পৰা যে শতকৰা চাৰি-পাঁচভাগমান হ'লেও শিক্ষা ল'ব লাগে, সেইটো কথালৈ আমাৰ কোনেও মনেই নকৰে।

স্বস্তিৰ কথা, ভাষণবোৰৰ ভাষা অসমীয়া হৈয়েই আছে। আগলৈকে থাকিলেও হয়। ইয়াৰ বাবেও নিৰ্বাচনৰ ফলাফলটো বৰ গুৰুত্বপূৰ্ণ।

# ০৪. কুমুদ বৰা? কোন কুমুদ বৰা

পৃথিৱীৰ বিভিন্ন প্ৰান্তৰ গুৰুত্বপূৰ্ণ কামত জড়িত হৈ সুখ্যাতিৰে কাৰ্যনিৰ্বাহ কৰা অসমীয়া লোকৰ সংখ্যা কম। আনহাতে তেখেতসকলৰ কামৰ সঠিক মূল্যায়ন কৰি গৌৰৱবোধ কৰাৰ আমাৰ প্ৰচেষ্টাবোৰো ত্ৰুটীপূৰ্ণ। উদাহৰণস্বৰূপে, কিছুদিনৰ আগতে মৃত্যু হোৱা ড° কুমুদ বৰাৰ কথা আমি যিদৰে আৰু যিমান জানিব লাগিছিল, সেইদৰে আৰু সিমান নাজানিলো।

ভাৰতৰ এটমিক এনাৰ্জি কমিছন, বিশ্ব স্বাস্থ্য সংস্থা, আৰ্থিক সহযোগিতা আৰু উন্নয়নৰ আন্তঃৰাষ্ট্ৰীয় সংস্থা, কানাডাৰ ৰাষ্ট্ৰীয় স্বাস্থ্য আৰু জনকল্যাণ বিভাগ, কানাডা চৰকাৰৰ স্বাস্থ্য আৰু পাৰিপাৰ্শ্বিকতা সম্পৰ্কীয় উপদেষ্টা সমিতি আদিৰ লগত নেতৃস্থানীয় মৰ্যাদাৰে জড়িত আৰু ভালেমান মৌলিক গৱেষণাপ্ৰসূত কৃতিত্বৰ অধিকাৰী কুমুদ বৰাৰ জন্ম মাজুলীৰ কৰতিপাৰ সত্ৰত। দেউতাক সোণাৰাম বৰা, মাক খুদ বৰা। কৰতিপাৰত প্ৰাইমেৰি শিক্ষা শেষ কৰি কুমুদ যায় সেই অঞ্চলৰ একমাত্ৰ মিডল ভাৰ্ণিকুলাৰ (এম. ভি.) স্তৰৰ শিক্ষাকেন্দ্ৰ আউনিআটি সত্ৰলৈ। দেউতাকে ভাবিছিল—পঢ়া-শুনা সেইখিনিয়েই যথেষ্ট হ'ব। এঘাৰ বছৰীয়া কুমুদ কিন্তু ইংৰাজী শিকিবলৈ বদ্ধপৰিকৰ। এদিন দেউতাকৰ অজ্ঞাতে তেওঁ যোৰহাটলৈ গুচি আহিল। আত্মীয়ৰ বন্ধু এজনে তেওঁৰ চৌহদৰ এচুকত কুমুদক এডোখৰ ঠাই দিবলৈ সন্মত হ'ল, আৰু তাতে আত্মীয়জনে সাজি দিলে এটা খেৰ-বাঁহৰ জুপুৰী। শংকৰদেৱ ছেমিনাৰত নাম লগাই কুমুদে পঢ়াৰ খৰচ উলিয়ালে সৰু সৰু ল'ৰা-ছোৱালী পঢ়াই। নিজে ৰান্ধি-বাঢ়ি খায়। এদিন বোলে ভাত বহাই দিয়াৰ পিচত তেওঁৰ টোপনি গ'ল, আৰু সিফালে ভাত এটা ৰঙা চপৰাত পৰিণত হ'ল। আন এদিন ওৰে ৰাতি ধাৰাষাৰ বৰষুণ আহিল; কুমুদৰ বাচন-বৰ্তনে

ঘৰৰ ভিতৰতে ওপঙি ফুৰিবলৈ ধৰিলে। বন্ধত ঘৰলৈ গ'লে কুমুদে গৰু-ম'হ চৰাই; ম'হৰ পিঠিত বা গছৰ ফেৰেঙণিত বহি কিতাপ পঢ়ে।

এম. ই. পৰীক্ষা পাছ কৰি কুমুদ ক্রিশ্চিয়ান মিছন হাইস্কুললৈ যায়। এই স্কুলৰ পৰা ১৯৪১ চনত কুমুদে কলিকতা বিশ্ববিদ্যালয়ৰ অষ্টম স্থান অধিকাৰ কৰি মেট্রিকুলেচন পৰীক্ষা পাছ কৰে। ১৯৪৫ চনত কটন কলেজৰ পৰা বি.এছ.চি. পৰীক্ষা পাছ কৰোঁতে তেওঁ ডিষ্টিংচন আৰু উদ্ভিদ বিজ্ঞানত সৰ্বাধিক নম্বৰ পায়। পদাৰ্থ বিজ্ঞানত অনাৰ্ছ লৈছিল যদিও হঠাতে দেউতাকৰ মৃত্যু হোৱাত তেওঁ অনাৰ্ছৰ পৰীক্ষা দিব নোৱাৰিলে। ১৯৪৭ চনত তেওঁ কলিকতা বিশ্ববিদ্যালয়ৰ পৰা প্ৰথম শ্ৰেণীৰ প্ৰথম স্থান লাভ কৰি এম.এছ.ছি. পাছ কৰে। কিছুদিন গুৱাহাটী বিশ্ববিদ্যালয়ত কাম কৰি তেওঁ ইংলেণ্ডলৈ যায় আৰু কেম্‌ব্রিজ বিশ্ববিদ্যালয়ৰ পৰা ১৯৫৩ চনত ডক্টৰেট ডিগ্ৰী লয়। এবছৰ তেওঁ বিখ্যাত পদাৰ্থবিজ্ঞানী জে. এছ. মিটেলৰ লগত গৱেষণাৰ কাম কৰে আৰু ১৯৫৪ চনত গুৱাহাটী বিশ্ববিদ্যালয়লৈ ঘূৰি আহে। সেইসময়তে ড° এইচ. জে. ভাবা ভাৰতৰ আনবিক বিজ্ঞান গৱেষণা কাৰ্যৰ বাবে প্ৰতিভাসম্পন্ন বিজ্ঞানীৰ সন্ধানত আছিল। ১৯৫৫ চনত ড° কুমুদ বৰাক বোম্বাইৰ এটমিক এনাৰ্জি কমিছনলৈ মাতি নিয়া হয়। তাত যোগ দিয়াৰ পিচদিনাই তেওঁ জেনেভাত অনুষ্ঠিত আণৱিক শক্তিৰ শান্তিপূৰ্ণ প্ৰয়োগ সম্পৰ্কীয় প্ৰথম অধিৱেশনত যোগ দিবলৈ যায়। কিছুদিনৰ ভিতৰতে ড° বৰা এটমিক এনাৰ্জি কমিছনৰ বায়লজি আৰু মেডিছিন বিভাগৰ (ছাইট'জেনেটিকছ গ্ৰুপ) মুৰব্বী হয়। এই সময়ছোৱাতেই ড° বৰাই এক বৃহৎ সংখ্যক বিজ্ঞানীক সংঘবদ্ধ কৰি, বিকিৰণ আৰু ৰাসায়নিকভাৱে ক্ৰ'ম'জম বিনষ্ট হোৱা সম্পৰ্কীয় গৱেষণা পৰিচালনা কৰি এক গুৰুত্বপূৰ্ণ ভূমিকা গ্ৰহণ কৰে। কানাডাৰ বিজ্ঞানী জৰ্জ ডগলাছৰ মতে, 'This type of research can be regarded as the forerunner of what we now call genetic toxicology.'

১৯৬৩ চনৰ ভিতৰতে ড° বৰাৰ বৈজ্ঞানিক কৰ্মই আন্তঃৰাষ্ট্ৰীয় স্বীকৃতি লাভ কৰে। বিশ্ব স্বাস্থ্য সংস্থাই তেওঁক এবছৰৰ বাবে বিজ্ঞান-বিষয়াৰ পদবী দি নিউয়ৰ্কলৈ নিয়ে। এইটো এটা অতি উচ্চ সন্মানজনক পদবী আছিল, আৰু এই পদবীত থাকোঁতেই তেওঁ আন্তঃৰাষ্ট্ৰীয় ক্ষেত্ৰত অসংখ্য যোগাযোগ স্থাপন কৰিছিল।

নিউয়ৰ্কত এবছৰ থাকি কে.ছি. (কানাডাৰ সহকৰ্মীসকলে ড° বৰাক কে.ছি. বা কুমুদ বুলি মাতিছিল আৰু জানিছিল) মাত্ৰ কিছুদিনৰ কাৰণে পুনৰ বোম্বাইলৈ আহে। ১৯৬৮ চনত কানাডাৰ ৰাষ্ট্ৰীয় স্বাস্থ্য আৰু জনকল্যাণ বিভাগে বৰ্তমান ৰেডিয়েছন প্ৰটেকছন বুৰ' নামে জনাজাত প্ৰতিষ্ঠানৰ ৰেডিয়েছন ছাইট'জেনেটিক্‌ছ বিভাগ এটা খুলিবলৈ ড° বৰাক মাতি লৈ যায়। ইয়াত তেওঁৰ বিশিষ্ট অৱদানৰ ভিতৰত আছিল বিশ্ব স্বাস্থ্য সংস্থাৰ অধীনত এক আন্তঃৰাষ্ট্ৰীয়, আন্তঃগৱেষণাগাৰিক অধ্যয়নৰ (inter-

national inter-laboratory study) প্ৰবৰ্তন আৰু পৰিচালনা কৰা। পিচত তেওঁ কমপিউটাৰ ব্যৱহাৰ কৰি ক্ৰম'জ'মৰ অধ্যয়ন কৰা বিশ্বৰ ভিতৰতে এক ব্যতিক্ৰমী ধৰণৰ গৱেষণাত জড়িত হয়।

১৯৭৪ চনৰ সময়ছোৱাত আমাৰ চাৰিওকাষে থকা ৰাসায়নিক পদাৰ্থৰ 'জেনেটিক' ক্ৰিয়া-প্ৰতিক্ৰিয়া অধ্যয়ন কৰাৰ প্ৰতি ড° বৰাৰ আগ্ৰহ ঢাল খায়। প্ৰথম অৱস্থাত সেই কামৰ গৱেষণাগাৰটো সৰু আছিল, কিন্তু ড° বৰাৰ অপৰিসীম চেষ্টাৰ ফলত আজি সেই গৱেষণাগাৰে এনে এটা অৱস্থা পাইছে যে তাৰ বিজ্ঞানীসকলৰ মতেই সি বিশ্বৰ এটা আগশাৰীৰ গৱেষণাগাৰ। 'This all was a credit to his skill at pursuing his convictions with even dogged determination in the face of advervsity.'— জৰ্জ ডগলাছ।

কানাডাৰ ৰাষ্ট্ৰীয় স্বাস্থ্য মন্ত্ৰালয় আৰু পাৰিপাৰ্শ্বিকতা মন্ত্ৰালয়ক উপদেশ দিবৰ বাবে বেচৰকাৰী বিশেষজ্ঞ সমিতি এটা পাতিব লাগে বুলি ড° বৰায়েই প্ৰথমে পৰামৰ্শ আগবঢ়ায় আৰু নানা বাধা-বিঘিনি অতিক্ৰম কৰি উচ্চতম কৰ্তৃপক্ষক শেষ পৰ্যন্ত সৈমান কৰায়। কমিটি অব এক্সপাৰ্ট প্ৰতিষ্ঠা হোৱাৰ পিচত ড° বৰাৰ প্ৰচেষ্টাৰ স্বীকৃতি হিচাপে, তেওঁক কমিটিখনৰ একজিকিউটিভ ছেক্ৰেটেৰি পতা হয়।

শেষৰ ফালে ড° বৰাই কিছুমান (মিউটেচন সম্পৰ্কীয়) গুৰুত্বপূৰ্ণ প্ৰবন্ধ প্ৰকাশ কৰে। অৰ্গেনাইজেচন ফৰ ইকনমিক ক'অপাৰেচন এণ্ড ডেভেলপমেণ্ট নামৰ আন্তঃৰাষ্ট্ৰীয় প্ৰতিষ্ঠানটোৱে ড° বৰাৰ প্ৰতিভা আৰু দক্ষতা লক্ষ্য কৰি তেওঁক 'জেনেটিক টক্সিক'লজি'ৰ বিষয়ে এখন 'বেকগ্ৰাউণ্ড ডকুমেণ্ট' প্ৰস্তুত কৰাৰ দায়িত্ব দিয়ে। এই ডকুমেণ্টখন ব্যৱহাৰ কৰিছে আন্তঃৰাষ্ট্ৰীয় 'গাইডলাইন' প্ৰস্তুত কৰা পৃথিৱীৰ বিভিন্ন দেশৰ বিশেষজ্ঞসকলে।

আন বিজ্ঞানীৰ মতে ড° বৰাৰ সৰ্বশ্ৰেষ্ঠ প্ৰতিভা বিকশিত হৈছিল আৰু তেওঁ সৰ্বশ্ৰেষ্ঠ কীৰ্তি আৰ্জিছিল আন্তঃৰাষ্ট্ৰীয় ক্ষেত্ৰত কিছুমান আঁচনি পৰিচালনা কৰোঁতে। বিভিন্ন দেশৰ বিজ্ঞানী গোটাই একোটা বিশেষ সমস্যা সমাধানত নিয়োগ কৰিব পৰাটো তেওঁৰ বৰ ডাঙৰ গুণ আছিল। অটোৱাত তেওঁ দুখন আন্তঃৰাষ্ট্ৰীয় আলোচনা সভা পাতি বিৰাট সাফল্য লাভ কৰিছিল। ১৯৮০ চনৰ অক্টোবৰত পতা আলোচনা সভাৰ প্ৰবন্ধবোৰ অলপতে কিতাপ আকাৰে প্ৰকাশ কৰা হ'ব। কিতাপখন ড° বৰাৰ সন্মানত উছৰ্গা কৰা হ'ব।

ড° বৰা 'ইণ্টাৰনেচনেল ইউনিয়ন অব্ বায়লজিকেল ছায়েন্সছ'ৰ একজিকিউটিভ কমিটিৰ সদস্য আছিল।' He was a person of the highest integrity and fairness, even at his own expense. It was a privilege to have been his friend.' — জৰ্জ ডগলাছ।

# তছদ্দুক ইউছুফক সুঁৱৰি

তছদ্দুক ইউছুফৰ ওপৰত যদি কিবা কাৰণত অসন্তুষ্ট হৈয়ো থাকোঁ, তথাপি তেওঁৰ মুখামুখি হ'লে কেতিয়াও সেই অসন্তুষ্টি প্ৰকাশ কৰিব নোৱাৰিছিলোঁ। ভদ্ৰতা আৰু শিষ্টাচাৰৰ কাৰণে এনে ঘটনা বহু লোকৰ ক্ষেত্ৰতে ঘটে, কিন্তু মই উপলব্ধি কৰিছিলোঁ, ইউছুফৰ ক্ষেত্ৰত এনে ঘটনা ঘটাৰ কাৰণ কেৱল ভদ্ৰতা আৰু শিষ্টাচাৰ নাছিল। ইয়াৰ এটা শক্তিশালী কাৰণ আছিল মানুহজনৰ ব্যক্তিত্ব। মই অনুভৱ কৰিছিলোঁ সেই ওখ, বহল বাহুৰ মানুহজন, এক বিশিষ্ট গাম্ভীৰ্যপূৰ্ণ খোজেৰে যেতিয়া আগবাঢ়ি আহে, তেতিয়া যেন তেওঁৰ ৰহস্যময় ছাঁটো আগে আগে আহে। মঞ্চত আগতে ছাঁটো, আৰু পাছত অভিনেতাৰ প্ৰবেশ ঘটিলে যি নাটকীয় বৈশিষ্ট্যৰ সৃষ্টি হয়, ইউছুফৰ আৱিৰ্ভাৱতো যেন তেনেকুৱা বৈশিষ্ট্য থাকে। তাৰ পাছত যেতিয়া মানুহজনে কথা ক'বলৈ আৰম্ভ কৰে, তেতিয়া তেওঁৰ কণ্ঠস্বৰে ব্যক্তিত্বৰ পৰিচয় পূৰ্ণ কৰি পেলায়। যোৱা তিনি দশকত অসমত কথা কোৱাৰ বাবে যি কেইগৰাকী লোকৰ কণ্ঠস্বৰ ৰাজহুৱাভাৱে ব্যৱহৃত হৈছে, তছদ্দুক ইউছুফৰ কণ্ঠস্বৰ সেইসকলৰ ভিতৰত অন্যতম। উল্লেখযোগ্য কথা, প্ৰতিভা আৰু সহজাত বুদ্ধিমত্তাৰে ইউছুফে সেই কণ্ঠস্বৰৰ ব্যৱহাৰক শিল্পকৰ্মৰ পৰ্যায়লৈ উন্নীত কৰিছিল। (দৈহিক গঠন, খোজ, গাৰ ৰং, কণ্ঠস্বৰ আনকি তলৰ ওঁঠখনৰ গঢ় আদিয়ে যে ইউছুফৰ কথা ভাবিলে আন এগৰাকী কৃতী অভিনেতা অমিতাভ বচ্চনলৈ মনত পেলাই দিয়ে, সেইটো অতিৰঞ্জিত কাম নহয়।)

চলচিত্ৰত অভিনয়ৰ ক্ষেত্ৰত নিজে ভূমিকা নিৰ্বাচন কৰি লোৱাৰ প্ৰশ্নটো অসমত এতিয়াও উত্থাপিত হোৱাই নাই। গতিকে, প্ৰযোজক-পৰিচালকে ইউছুফক যি ভূমিকাকে দিছিল তেওঁ তাকে গ্ৰহণ কৰিছিল বুলিব পাৰি। কিন্তু তেওঁ অভিনয় কৰা ছবিসমূহ চাই উপলব্ধি কৰিব পাৰি, —কি ধৰণৰ চৰিত্ৰত বা অভিনয়ত তেওঁ নিজকে উন্মুক্ত, সাৱলীল, শক্তিশালী আৰু বিশ্বাসযোগ্য কৰি তুলিব পাৰে। ছবিসমূহত ইউছুফৰ প্ৰতিভা আৰু শক্তিৰ পৰিচয় পোৱা গ'ল, কিন্তু তেওঁক সম্পূৰ্ণৰূপে ব্যৱহাৰ কৰি উজ্জ্বল কৰি তুলিব পৰা ছবি তেওঁৰ জীৱিত কালত নিৰ্মাণ কৰা নহ'ল। (ইউছুফক 'চান্স' দিয়া,

ভিলেইন বনোৱা' আদি বেলেগ ধৰণৰ কাম। সেইবোৰ কিছু পৰিমাণে কৰা হৈছিল।) এটা সৰু কিন্তু মন কৰিবলগীয়া কথা ঃ চলচিত্ৰত ক্ল'জ আপ বা বিগ ক্ল'জ আপত অভিনেতা-অভিনেত্ৰীৰ শাৰীৰিক খুতি-নাতি লুকুৱাবলৈ কেমেৰামেন, মেক-আপ মেনে নানা ধৰণৰ কৌশল কৰে। কিন্তু ইউছুফে তেওঁলোকৰ সহায় নোলোৱাকৈয়ে অতি দক্ষতাৰে তেওঁৰ পাথৰ লগোৱা চকুটো ব্যৱহাৰ কৰি গ'ল।

মঞ্চাভিনয় সম্পৰ্কে ইউছুফৰ ধ্যান ধাৰণা তেওঁ নিজে নিৰ্বাচন কৰা নাটক সমূহতে প্ৰতিফলিত হৈছিল। তেওঁ নিজে নিৰ্বাচন কৰি যিটো চৰিত্ৰৰ অভিনয় কৰিবলৈ লৈছিল, পাছত কিতাপখন পঢ়িলে বাৰে বাৰে সেই চৰিত্ৰটোত ইউছুফৰ চেহেৰাই ভুমুকি মাৰিছিল। ওলোটাই ক'বলৈ হ'লে, যিখন কিতাপৰ এটা চৰিত্ৰৰ লগত তেওঁৰ অভিনয়ৰ ধাৰণাৰ সমন্বয় ঘটিছিল, সেইখন কিতাপৰ নাট্যৰূপৰ প্ৰতি তেওঁ আকৃষ্ট হৈছিল। গতিকে ইউছুফৰ অভিনয় প্ৰতিভা পৰীক্ষা কৰিবলৈ তেওঁক মঞ্চত চোৱাটো বেছি ফলপ্ৰসূ আছিল।

ইউছুফে নানান ধৰণৰ কিতাপ পঢ়িছিল। বহুতৰে বিশ্বাস, তেওঁ ঘাইকৈ ইংৰাজী কিতাপ পঢ়িছিল। কিন্তু হঠাতে কেতিয়াবা একোটা অসমীয়া কাহিনীৰ জটিল পৰিস্থিতিৰ ব্যাখ্যা কৰি তেওঁ বন্ধুবৰ্গক অবাক কৰি দিছিল। তেওঁৰ কাহিনী-সাহিত্যৰ ৰস-গ্ৰহণ ক্ষমতা প্ৰশংসনীয় আছিল। কোনটো অসমীয়া কাহিনী চলচিত্ৰৰ ৰূপ দিবলৈ ভাল হ'ব, সেই বিষয়ে তেওঁ যিমানবোৰ কথা কৈছিল, তাৰ পৰাই মোৰ ধাৰণা হৈছিল তেওঁ সদায় নিজৰ ধ্যান-ধাৰণাৰে চলচিত্ৰ জগতত নতুনকৈ প্ৰবেশ কৰিবলৈ সুবিধা বিচাৰি আছিল।

বহুতৰে বিশ্বাস, মহান সৃষ্টিমূলক কিবা এটা কৰিবলৈ হ'লে মানুহক এটা বৈষয়িক স্থিৰতাও লাগে। কথাটো একেবাৰে মিছা নহয়। বিশেষকৈ আমাৰ নিচিনা সমাজত ই বেছি সঁচা। সেই কাৰণে বিভিন্ন সময়ত ইউছুফক লগ পালেই সুধিছিলোঁ, —এতিয়া কি কৰিছা বাপু? তেওঁ কেতিয়াবা কৈছিল ডাক-বঙলা ডাকি লোৱাৰ কথা, কেতিয়াবা কৈছিল কয়লা যোগান ধৰাৰ কথা। মোৰ বিশ্বাস, ডাক-বঙলা কয়লাই ইউছুফক কোনো দিনেই স্থিৰতা দিব নোৱাৰিলে; আৰু তাৰ বাবে আমিও ক্ষতিগ্ৰস্ত হ'লোঁ।

# ০১. নতুন আলোচনী

এখন নতুন আলোচনী—'সাদিনীয়া নৱযুগ' প্ৰকাশিত হ'ল। আলোচনীৰ ৰূপত এখন সাদিনীয়া কাকতৰ অভাৱ প্ৰায়েই অনুভৱ কৰা হৈছিল; এতিয়া এই আলোচনীখন প্ৰকাশিত হোৱাত কথাটো ভাল হৈছে। কথাটো আৰু ভাল হ'ব, যদি আমি বাঞ্ছা কৰা মতে আলোচনীখন স্বাস্থ্যবান, শক্তিশালী, প্ৰভাৱশালী, দীৰ্ঘায়ু আৰু উপকাৰী হয়। আমাৰ বাঞ্ছাৰ যুক্তি আছে। আমি জনাত ৰাইজে দেখাকৈ আলোচনীখন প্ৰতিষ্ঠা কৰিবলৈ এটা সুদৃঢ় ভেটি সাজি লোৱা হৈছে; পোনাই ধৰি থাকিবলৈ আৰু পোন হোৱাৰ পিচত ওপৰলৈ তুলি নিবলৈ চাৰিওকাষে এটা অভিজ্ঞ, যোগ্য আয়োজন কৰা হৈছে। এটা বন্দৰ জীয়াই থাকিবলৈ কেৱল সাগৰ আৰু উপকূল হ'লেই নহয়, পিচফালে এটা বিৰাট অঞ্চল জুৰি থকা আয়োজন লাগে। 'সাদিনীয়া নৱযুগ'ৰ পিচত তেনেকুৱা এটা আয়োজনৰ প্ৰতিশ্ৰুতি আৰু সম্ভাৱনা আছে বুলি আমি আশা কৰিছোঁ।

আলোচনীখনৰ পিচৰ এই আয়োজনক এটা বিৰাট যন্ত্ৰ বুলি ধৰিব লাগে। মূলধন, কৰ্মী, লিখক, পাঠক, প্ৰচাৰ, ব্যৱসায় আদি এই আটাইবোৰে যন্ত্ৰটোৰ বিভিন্ন অংশ হিচাপে কাম কৰে। এই যন্ত্ৰটোৰ প্ৰসংগতে আমি একধৰণৰ অল্পায়ু আলোচনীৰ বিষয়ে আলোচনা কৰিব খুজিছোঁ। ব্যক্তিগতভাৱে আমি নিজে একাধিকবাৰ এনেধৰণৰ আলোচনীৰ লগত সংশ্লিষ্ট আছিলোঁ; গতিকে এই আলোচনীত আমাৰ কষ্টোপাৰ্জিত অভিজ্ঞতাই অংশগ্ৰহণ কৰিব।

এই আলোচনীবিলাকৰ জন্ম-মৃত্যু বৃত্তান্ত কম-বেছি পৰিমাণে একেধৰণৰ। তাৰে প্ৰতিনিধিমূলক বৃত্তান্ত এটা বৰ্ণালে প্ৰায় এনেকুৱা হয় ঃ

কোনোবা এখন চহৰত যেনিবা সাধাৰণভাৱে সাহিত্য চৰ্চা কৰি থকা এক উদ্যোগী ডেকাৰ এখন আলোচনী প্ৰকাশ কৰাৰ হাবিয়াস আছিল, কিন্তু কৰিব পৰা নাই,—বিশেষকৈ মূলধনৰ অভাৱত। আলোচনীখন আৰম্ভ কৰিবলৈকে অন্ততঃ এহেজাৰ টকা লাগে। স্থানীয় দুই এজন প্ৰকাশক ব্যৱসায়ীক এই বিষয়ে ডেকাই সুধি চাইছে,

কিন্তু তেওঁলোক কোনো এই কামটোলৈ আগ নাবাঢ়ে; কাৰণ তেওঁলোকে ব্যৱসায় বুজে, ইতিমধ্যে তেওঁলোকৰ ভিতৰত কোনোবাই হয়তো সৰু-সুৰা দুই এখন কিতাপ প্ৰকাশ কৰি ঠগ খাই থৈছে ডেকাই হাবিয়াস বুকত লৈ চিন্তা-ভাবনা কৰি আছে, ইতিমধ্যে তেওঁৰ লগত স্থানীয় কলেজৰ সাহিত্যত ৰাপ থকা, একেধৰণৰ হাবিয়াস থকা আৰু এজন লগ লাগিল। বৰ্ণনাৰ সুবিধাৰ কাৰণে আমি তেওঁলোকক প্ৰথম আৰু দ্বিতীয় ডেকা বুলিম। দুয়ো ডেকাই বহুত আলোচনা কৰি চাইছে, কিন্তু পইচাৰ সমস্যাটো কোনোমতেই সমাধান হোৱা নাই। দুয়ো নিজৰ নিজৰ ঘৰৰ পৰা যি দিব পাৰে, সেইখিনি মুঠতে বৰ বেছি পাঁচশ টকা হয়। পাঁচশ টকাৰে কিটো হ'ব। এনে সময়তে দূৰ-চহৰৰ কলেজত পঢ়া এক তৃতীয় ডেকা বিশ্ববিদ্যালয়ৰ পৰীক্ষা এটা দি ঘৰলৈ আহিল; পৰীক্ষাৰ ফলাফল নোলোৱালৈকে প্ৰায় তিনিমাহ ঘৰতে থাকিব, আৰু পাৰিলে এইখিনি দিনত কিবা এটা ভাল কাম কৰিব। তিনিও ডেকা লগ হওঁতে আকৌ আলোচনীৰ কথা ওলাল। তৃতীয় ডেকাই ঘৰৰ পৰা দিব পৰা পইচাখিনি ধৰি মুঠতে আঠশমান টকা হয়গৈ। আশী টকাৰে......? হ'ব হ'ব প্ৰথম সংখ্যা আলোচনী ছপা কৰি উলিয়াওঁতে মুঠতে প্ৰায় বাৰশমান টকা পৰিব, এই আঠশ টকাৰ ছশ টকা প্ৰেছত এড্‌ভান্স দিয়া হ'ব, আলোচনীখন ওলালেই বজাৰৰ পৰা পইচা সংগ্ৰহ কৰি এমাহৰ ভিতৰতে প্ৰেছক বাকী টকা দি দিব পৰা হ'ব। সম্পূৰ্ণ পইচা আদায় কৰি নিদিলেও, প্ৰেছে অন্ততঃ এহেজাৰ কপিটো এৰি দিব। নিশ্চয় দিব। পিচে বিক্ৰী হ'বতো? কিয় নহ'ব? তাৰ কাৰণে অৱশ্যে আলোচনীখন Standard হ'ব লাগিব; বজাৰত চলি থকা আলোচনীবোৰতকৈ বেলেগ ধৰণৰ, নতুন ধৰণৰ হ'ব লাগিব।

আলোচনী প্ৰকাশ কৰাটো খাটাং হ'ল। এতিয়া আনবোৰ প্ৰশ্ন আহিল। আলোচনীৰ নাম, প্ৰকাশ-প্ৰতিষ্ঠানৰ নাম প্ৰবন্ধ-পাতি, প্ৰেছ ইত্যাদি। নাম দুটা ঠিক হ'ল, যুটীয়া সম্পাদক ঠিক হ'ল, আৰু কাম আৰম্ভ কৰাৰ প্ৰথম পৰ্যায় হিচাপে পেড্‌ ছপা কৰা হ'ল। তাৰ পিচত প্ৰবন্ধ-পাতিৰ কাৰণে চিঠি। অন্ততঃ গল্পকেইটা ভাল হ'ব লাগিব, গতিকে খ্যাতনামা গল্পলিখক সাতজনমানলৈ লিখা হ'ল; অন্ততঃ তিনিটা ভাল প্ৰবন্ধ থাকিব লাগিব, গতিকে কেইজনমান শীৰ্ষস্থানীয় লিখকলৈ প্ৰবন্ধ বিচাৰি লিখা হ'ল। অমুক, অমুক আৰু অমুকৰ তিনিটা কবিতা থাকিলে বৰ ভাল হ'ব; লিখা হ'ল।

কিন্তু চিঠিবোৰৰ উত্তৰবোৰ আশানুৰূপ নহ'ল। কেইজনমানে উত্তৰ নিদিলে, কেইজনমানে অপাৰগ বুলি জনালে, কেইজনমানে চেষ্টা কৰিব বুলি ক'লে।

মুঠতে এনেকৈ প্ৰবন্ধ-পাতি যোগাৰ নহ'ব। অন্ততঃ গুৱাহাটীলৈ কোনোবা এজন যাবই লাগিব। গুৱাহাটীতে বহুত খ্যাতনামা সাহিত্যিকৰ বসতি; তাতগৈ সাদিন-দহদিনমান বহিব পাৰিলেই প্ৰবন্ধ-গল্প-কবিতা কিছুমান লিখাই আনিব পৰা যাব।

চিনেমা, খেলা-ধূলা, চিঠি-পত্ৰ আদিৰ ব্যৱস্থা আৰু ইয়াতে হ'ব।

প্ৰথম ডেকা গুৱাহাটীলৈ আহিল। আহিবৰ সময়ত ঠিক কৰি থৈ আহিল বাকী দুজনে ইতিমধ্যে বিজ্ঞাপন যোগাৰ কৰিব। বিজ্ঞাপনেই আলোচনীৰ ব্যৱসায়ৰ ফালটোৰ ৰাজহাড়। কিতাপ, কাপোৰ, জোতা, চাহ একোৰে দোকান যেন বাদ নাযায়।

গুৱাহাটীত প্ৰথম ডেকাই এক বন্ধুক লগত লৈ এফালৰ পৰা লিখকসকলক লগ পাই গ'ল। নতুন অভিজ্ঞতা। বেয়া মানুহক টকা ধাৰলৈ দি আদায় কৰিবৰ কাৰণে কাবুলীৰো ইমান ঘূৰিবলগীয়া হয়নে নহয় সন্দেহ। একেজন লিখকৰ ওচৰলৈকে বাৰে বাৰে গৈ বিৰক্ত হৈ, কেতিয়াবা ডেকাই ৰাতি বন্ধুৰ বিছনাত দীঘল দি পৰি ভাবে, বাদ দি দিম নে কি চব! পিচে এনেকৈ অধৈৰ্য হৈ বাদ দিবও নোৱাৰি; ইমান দিনৰ চেষ্টা আৰু হাবিয়াস!

শেষত এদিন আলোচনীখনৰ ছপা কাম শেষ হ'ল। নতুন ধৰণৰ কিবা-কিবি বহুত কৰাৰ কথা আছিল, সময়-সুবিধা নহ'ল। অনুবাদ সাহিত্য, একাংক নাটক, লিখকৰ পৰিচয় আদি বাদ পৰিল। পোন্ধৰ আগষ্টৰ দিনা ওলাব বুলি বিজ্ঞাপন দিয়া আছিল, অক্টোবৰ মাহত আলোচনীৰ দুহেজাৰ দুশ কপিৰ ভিতৰত ডেৰ হেজাৰ কপি প্ৰেছৰ পৰা ওলাই আহিল।

এতিয়া বিক্ৰীৰ প্ৰশ্ন। এজেণ্টৰ পৰা মুঠতে দুশ কপিৰ অৰ্ডাৰ আহিছিল, পঠিওৱা হ'ল। গণ্য-মান্যসকলৰ মাজত প্ৰায় এশ কপি বিনামূল্যে বিলোৱা হ'ল। স্থানীয় কিতাপৰ দোকানত দুশ কপি বেচিবলৈ ভগাই দিয়া হ'ল। আন চহৰত বেচাৰ কি বন্দোৱস্ত কৰা যায়? তিনিও ডেকাই বিভিন্ন চহৰত থকা নিজ নিজ বন্ধু-বান্ধৱৰ কথা ভাবিলে। ডিব্ৰুগড়ত অমুক আছে, পঁচিশ কপি পঠিয়াই দিয়া হ'ল, অনুৰোধ কৰা হ'ল— তেওঁলোকৰ এই প্ৰথম প্ৰচেষ্টাত যেন তেওঁ সহায় কৰে। তেজপুৰত অমুক আছে; পঁচিশ কপি। মুঠতে আঠশ কপি হাতৰপৰা ওলাই গ'ল; সাতশ কপি পেকেট বন্ধা অৱস্থাতেই থাকিল।

তাৰ পিচত এজেণ্টসকললৈ পইচা বিচাৰি চিঠিৰ উপৰি চিঠি দিয়া হ'ল, উত্তৰ নাই; উত্তৰ আহিলেও পইচা নাই। ডিব্ৰুগড়-তেজপুৰৰ বন্ধুৰ খবৰ নাই। পিচৰ তিনিমাহত ব্যক্তিগতভাৱে অশেষ পৰিশ্ৰম কৰাৰ ফলত, মুঠতে আঠশমান কপিৰ দাম হাতলৈ আহিল। ইতিমধ্যে প্ৰেছৰ পৰা চিঠি আহিয়েই আছে, পইচাখিনি আদায় কৰি দি আলোচনীবোৰ লৈ যাব লাগে, তেখেতসকলৰ অসুবিধা হৈছে।

এসময়ত চাকৰি পাই, উচ্চশিক্ষাৰ কাৰণে দ্বিতীয় আৰু তৃতীয় ডেকা ক'ৰবালৈ গুচি গ'ল। আলোচনীখন আৰম্ভণিতে তিনিমহীয়া আৰু পিচলৈ, অৱস্থা টনকিয়াল হ'লেই,

মাহেকীয়া কৰাৰ কথা আছিল; কিন্তু প্ৰথম সংখ্যাই উদ্যোক্তাসকলক জুৰুলা কৰি থৈ গ'ল। প্ৰেছুত সাতশ কপি আলোচনী আৰু বহুত ধাৰ পৰি থাকিল। চিৰদিনৰ কাৰণে প্ৰেছটোৰ লগত ভাল সম্বন্ধটো নষ্ট হ'ল। আৰু এটা কথা; বাৰশ টকাৰ হিচাপ কৰা হৈছিল যদিও বেটুপাত, ভিতৰৰ ব্লক সকলো মিলাই মুঠ খৰচ প্ৰায় যোল্লশ টকা হৈছিল।

তিনিজন উদ্যোগী ডেকা আলোচনী নামত নিমাত-নিস্তব্ধ বিমৰ্ষ হৈ গ'ল।

দুখৰ কথা। এইটো এটা Typical বৃত্তান্ত। গোটেই ঘটনাটোত লোকচান হ'ল টকা-পইচা, পৰিশ্ৰম, উদ্যম। আৰু লোকচান হ'ল কেইটামান ভাল প্ৰবন্ধ, গল্প, কবিতা। পৰিশ্ৰম কৰি উদ্যোক্তাসকলে যোগাৰ কৰা ৰচনাৰ ভিতৰত ভাল ৰচনা আছিল। কাৰণ, অখ্যাত আলোচনীত প্ৰকাশিত হ'বৰ কাৰণে 'পালমৰা বিধৰ কিবা এটা' বহুত লিখকে নিলিখে। সেই একেটা প্ৰবন্ধ বা গল্প এখন প্ৰতিষ্ঠিত, বহুল প্ৰচাৰিত আলোচনীত প্ৰকাশিত হোৱা হ'লে কমেও দহহেজাৰ মানুহে পঢ়িলেহেঁতেন। গতিকে এইটোও এটা লোকচান।

কিন্তু এই গোটেই ঘটনাটোত কেইটামান কথা আমি লক্ষ্য কৰিব লাগিব। ডেকা তিনিজনৰ উদ্যম, পৰিশ্ৰম, হাবিয়াসৰ মাজত একোটা অদ্ভুত সৰলতা, নিষ্ঠা, ঐকান্তিকতা আছে। সেইকাৰণে তেওঁলোক শ্ৰদ্ধাৰ পাত্ৰ। এখন সুপ্ৰতিষ্ঠিত আলোচনীৰ গুৰিত যদি এনেকুৱা তিনিজন অক্লান্ত পৰিশ্ৰমী, নিঃস্বাৰ্থ কৰ্মী থাকিলহেঁতেন, তেনেহ'লে আলোচনীখনৰ উন্নতি হ'লহেঁতেন। আমি লক্ষ্য কৰিছোঁ, তেওঁলোকৰ পৰিকল্পনাত বেয়া কথা একো নাছিল; পৃথিৱীৰ শ্ৰেষ্ঠ আলোচনীৰো মূল পৰিকল্পনা কম বেছি পৰিমাণে তেনেকুৱাই, অৱশ্যে মূলধনৰ কথাটো বাদ দি।

এনেকুৱা ঘটনা অসমত প্ৰতিবছৰে দুই-এটা ঘটেই। এই সজ চিন্তা, সজ চেষ্টা, অৰ্থ, পৰিশ্ৰমৰ অপচয় বন্ধ কৰাৰ চিন্তা আমি সকলোৱে কৰিব লাগে।

এটা কথা আমাৰ মনলৈ আহিছে। 'কি ভাল হ'ব, এসংখ্যামান কোনোমতে ওলাব, তাৰ পিচত মৰি থাকিব'—এই অপবাদটোক Challenge কৰি কোনোবাই যদি আলোচনী প্ৰকাশৰ কামত হাত দিয়ে, তেনেহ'লে ভাল কথা। কিন্তু তাৰ কাৰণে আমি প্ৰথমতে উল্লেখ কৰা যন্ত্ৰটো লাগিবই আৰু মূলধন এই যন্ত্ৰটোৰ প্ৰধান অংশ হৈ থাকিবই। অন্ততঃ প্ৰথম কেইসংখ্যামানৰ পৰা পইচা জেপলৈ একেবাৰে উভতি নাহিব বুলি ধৰি লৈহে হেনো বহুত প্ৰকাশকে কাম আৰম্ভ কৰে।

কিন্তু ওপৰত বৰ্ণোৱা বৃত্তান্তটোত জড়িত ডেকাকেইজনৰ নিচিনা উদ্যোগী-সকলকো নিৰাশ কৰিব নেপায়। তেওঁলোকে একে পৰিশ্ৰম, একে উদ্যম, আৰু অলপ বেছি মূলধনেৰে, প্ৰবন্ধবোৰ আলোচনীৰ ৰূপত নকৰি, কিতাপৰ ৰূপত নছপায় কিয়? দৈনিক বাতৰিকাকত এদিনতে পুৰণি হয়, মাহেকীয়া আলোচনী বজাৰত এমাহ ঘূৰে,

কিন্তু কিতাপ ইমান সোনকালে পূৰণ নহয়, বজাৰতো কিমান দিন ঘূৰিব পাৰিব, তাৰ নিৰ্দিষ্ট সীমা নাই। প্ৰথম কিতাপখন অমুক প্ৰতিষ্ঠানৰ 'প্ৰথম প্ৰকাশ' বুলি উলিয়াই দিয়াৰ পিচত যদি উদ্যোক্তাসকল ক্লান্ত-বিমৰ্ষ হৈ যায়, তেনেহ'লে থাকক আৰু একো কৰিব নেলাগে। কিতাপখন বজাৰত থাকিল; মোৰ হিচাপত পাল্লাত নুঠে। যদি বহুত দিনৰ মূৰতো দ্বিতীয় সংকলনৰ দিহা হয়, তেনেহ'লে সেইখন অমুক প্ৰতিষ্ঠানৰ 'দ্বিতীয় প্ৰকাশ' হ'ব।

আৰু সকলো কিতাপ যে 'ডবল ডিমাই চাইজ'ত, এন্টিক্ পেপাৰত ছপাই, তিনিৰঙীয়া বেটুপাতেৰে পকা বন্ধা কৰি তিনিটকা পঞ্চাছ নয়া পইচাত বেচিব লাগিব, তাৰ মানে নাই। কিন্তু অপচয় বন্ধ কৰাৰ প্ৰয়োজন আছে।

# ০২. শব্দৰ পৱিত্ৰতা

স্কুলীয়া দিনত, লগৰীয়া ল'ৰাৰ লগত আমাৰ মাজে মাজে তৰ্ক লাগিছিল; তৰ্ক লাগিছিল সাধাৰণ অসমীয়া শব্দ একোটাৰ আখৰ-জোঁটনিক লৈ। ধৰি লওক বিচনী শব্দটো; মই কলোঁ শব্দটো বিচনি, লগৰটোৱে ক'লে, নহয়, বিছনি, নাইবা বিছনী। আমাৰ তৰ্ক সোনকালে শেষ নহয়, শেষত আমি এক অনাৰ বাদামৰ বাজি ৰাখোঁ; বাজিৰ সিদ্ধান্ত কৰিবলৈ আমি ছপা আখৰত বিচনী শব্দটো বিচাৰি ফুৰোঁ। পাঠ্য-পুথি, আলোচনী, বাতৰিকাকত য'তেই নহওক, কেৱল ছপা আখৰত শব্দটো হ'লেই হয়, কাৰণ আমাৰ ধাৰণা আছিল,—শব্দ এটা যেতিয়া ছপা হ'ল, তেতিয়া আৰু তাত ভুলৰ প্ৰশ্নই নাই। ছপা আখৰৰ প্ৰতি আমাৰ গভীৰ শ্ৰদ্ধা আছিল; যিসকলৰ ৰচনা ছপা আখৰত প্ৰকাশিত হয়, তেখেতসকলৰ প্ৰতিও আমাৰ অসীম শ্ৰদ্ধা আছিল; অবাক বিস্ময়েৰে ভাবিছিলোঁ,—কিমান ভালকৈ অসমীয়া ভাষা জনাৰ কাৰণে চাগৈ এইসকলৰ ৰচনা ছপা হৈছে, আৰু আমি সেইবোৰ ৰচনা পৰীক্ষাৰ কাৰণে (পাঠ্যপুথি) আৰু আহৰি সময়ত এনেয়ে (গল্প কিতাপ!) পঢ়িছোঁ। প্ৰবল অনুভূতি আৰু মোহৰ বশৱৰ্তী হৈ, ছপা আখৰত নিজৰ নামটো দেখাৰ লোভত, আমি গল্প বা কবিতা কিবা এটা লিখি স্কুলৰ আলোচনীত প্ৰকাশৰ কাৰণে দিওঁ আৰু পিচৰ দিনটোত বৰ আগ্ৰহেৰে আলোচনীৰ ভাৰপ্ৰাপ্ত শিক্ষক মহোদয়ৰ ওচৰে-পাঁজৰে চুচুক-চামাক কৈ ঘূৰি ফুৰোঁ; সতৃষ্ণনয়নে তেখেতৰ মুখলৈ চাওঁ, আৰু ওচৰত কোনো নথকাৰ সুবিধা পালে লাহেকৈ সোধোঁ,

—'মোৰ পদ্যটো ওলাবনে ছাৰ?'

পিচত, যি সংখ্যা স্কুল-আলোচনীত মোৰ পদ্যটো ওলাল, সেই সংখ্যাটো সাদিনমানলৈ লগতে লৈ থাকোঁ, স্কুললৈ ভূগোল আৰু ট্ৰেন্সলেশ্যনৰ বহীৰ জাপত সুমুৱাই লৈ যাওঁ, ৰাতি শোওঁতে আলোচনীখন গাৰুৰ তলতে থাকে; পঢ়িব জনা মাহী-পেহী, লগা-ভগা সকলোকে সোধোঁ—'আমাৰ স্কুলৰ এইবাৰৰ —মেগাজিনখন দেখিছে?'

এনেকুৱাই আছিল আমাৰ ছপা আখৰৰ প্ৰতি মোহ আৰু শ্ৰদ্ধা। পদ্যটোৰ কেইটামান শব্দৰ আখৰ জোঁটনি আলোচনীৰ ভাৰপ্ৰাপ্ত শিক্ষকে শুধৰাই দিছিল; শিক্ষক মহোদয়ৰ জ্ঞানক পৰম ভক্তিৰে মনৰ ওখ আসনত বহুৱাই থৈছিলোঁ।

বহুত দিনৰ পিচত, আজি, আমি বুজিছোঁ যে আমি বেঙা আছিলোঁ কাৰণে আমাৰ বাজিৰ বাদামবোৰৰ পইচা নষ্ট কৰিছিলোঁ। ছপা আখৰে সিদ্ধান্ত কৰিব বুলি অসমীয়া শব্দৰ আখৰ-জোঁটনি লৈ বাজি ৰাখি যে কোনো জিকিব বা হাৰিব নালাগে, সেইটো কথা আজি বুজিছোঁ। মই যদি কিবা এখনত বিচনি শব্দটো দেখুৱাই লগৰ ল'ৰাটোক বাদাম খোজোঁ, তেনেহ'লে সি অলপ চেষ্টা কৰিলে, এঘণ্টাৰ পিচতে অইন কিবা এখনত বিছনি শব্দটো দেখুৱাই 'মই কিয় দিম, তই দে' বুলি দাবী কৰিব পৰাৰ সুবিধা আছে।

এই কথাখিনি লিখাৰ আৰম্ভণিতে বিচনী শব্দটোৰ আখৰ-জোঁটনি মই 'হেমকোষ' অভিধানত চাই লৈছোঁ। কিন্তু দৈনন্দিন আৰু ব্যৱহাৰিক জীৱনৰ পৰা অভিধানৰ নিচিনা গধুৰ, শ্ৰমসাপেক্ষ, নিষ্ঠাসাপেক্ষ বস্তু সাধাৰণতে আঁতৰত থাকে; বিশেষকৈ যিকালত আমাৰ মনত আখৰ-জোঁটনিয়ে বাহ সাজে, সেই কালত আমি হয় অভিধান চাবই নেজানো, নহয় সেইবোৰ 'ডাঙৰ মানুহ'ৰ কিতাপ বুলি আঁতৰি থাকোঁ। আমাৰ চাৰিওফালে সিঁচৰতি হৈ থকা ছপা আখৰ আৰু মাজে মাজে শিক্ষকৰ পৰা আখৰ-জোঁটনিৰ জ্ঞান গোটাওঁ। মই নিজে স্কুলীয়া দিনত পিচত শব্দটো পিছত বুলি লিখিছিলোঁ, পিছত বুলি লিখাৰ কাৰণে মোৰ স্কুলীয়া শিক্ষা জীৱনত এক নম্বৰো কটা গৈছে বুলি মই গম নাপালোঁ। কিন্তু এদিন হঠাতে এখন দৈনিক বাতৰিকাকতত শব্দটো পিচত বুলি লিখা দেখিলোঁ। সেইদিনাৰ পৰা এই মুহূৰ্তলৈকে মই পিচত বুলিয়েই লিখি আহিছোঁ; বিশেষ অসুবিধা একো হোৱা নাই। ইতিমধ্যে ছপা আখৰ চাই আখৰ-জোঁটনি শুধৰাই লোৱাৰ নিষ্ঠা নাইকিয়া হ'ল; স্কুলৰ আলোচনীত ছপা হোৱাৰ পিচৰে পৰা ভিতৰি ভিতৰি মোৰ মানত ছপা আখৰৰ মূল্য কমি গ'ল; ভাব হ'ল, মোৰ লিখাও ছপা আখৰত ওলায় যেতিয়া আনৰ ছপা হোৱা ৰচনা চাই মোৰ শব্দ শুদ্ধ কৰাৰ প্ৰয়োজন নাই, কাৰণ তেতিয়া হ'লে মোৰ লিখা চাই আনে নিজৰ লিখা শুদ্ধ কৰি লোৱাৰ প্ৰয়োজন থাকিব লাগে। শব্দ-গাঁথনি সম্পৰ্কে এনেকৈয়ে মই জ্ঞান গোটালোঁ; তাৰপিচত মই নিয়মিতভাৱে লিখিবলৈ আৰম্ভ কৰিলোঁ; ইতিমধ্যে মই সাহিত্যিক হৈ গ'লোঁ;

আখৰ-জোঁটনিৰ নিচিনা সাধাৰণ কথালৈ চিন্তা কৰিবলৈ মোৰ সময় নাই; মোৰ এতিয়া উদ্দেশ্য হ'ল সৃষ্টি; মহান সাহিত্য সৃষ্টি। মই এতিয়া বৰ্ণাম মৃত্যুৰ দুৱাৰদলিত পৰি থকা প্ৰেমিকাৰ শেঁতা মুখ, শুকান ওঁঠ; বৰ্ণনা দিম মূৰ-শিতানত বহি থকা প্ৰেমিকাৰ বেদনাকাতৰ মনৰ; প্ৰেমিকাক তেওঁ বিচনীৰে বিচক, বিছনিৰেই বিচক, বিছনীৰেই বিচক, সেইটো একো ডাঙৰ কথা নহয়! মোৰ ৰচনাৰ আশ্ৰয় লৈ কণ-কণ স্কুলীয়া ল'ৰা-ছোৱালীয়ে বাদামৰ বাজিত জিকক, হাৰক, সিহঁতৰ শব্দজ্ঞান সৰুতে বিকৃত হৈ থাওক, মোৰ সেইবোৰলৈ মন কৰিবলৈ সময় নাই।

আৰু মোৰ নিচিনা সাহিত্যিকৰে অসমীয়া সাহিত্যৰ পথাৰ আজি ভৰি পৰিছে।

কিন্তু আমি সকলোৱে ভাষা সাহিত্যৰ মেৰুদণ্ড;—ভাষাৰ পৱিত্ৰতা সাহিত্যৰ প্ৰধান অলংকাৰ;'—এই জাতীয় বক্তৃতা বহুবাৰ,—বহুবাৰ শুনিছোঁ; নিজেও সুবিধা পালেই দিছোঁ।

এতিয়া আমি লিখকৰ মাজৰ পৰা ওলাই আহি বাহিৰৰ পৰা কথাবোৰ লক্ষ্য কৰোঁ।

অত্যন্ত ৰক্ষণশীল মনোবৃত্ত লৈ আখৰ-জোঁটনিৰ পৱিত্ৰতাক সাৱট মাৰি ধৰি থকাৰ পক্ষপাতী আমি নহওঁ। খালো শব্দটোত 'লো'ৰ ওপৰত চন্দ্ৰবিন্দু নিদিয়াৰ কাৰণেই লিখকক আমি হয়তো গালি নাপাৰিব পাৰোঁ। কিন্তু বৰ্তমান অসমীয়া সাহিত্যত শব্দৰ যি বিশৃংখল আৰু অনাদৃত অৱস্থা, তাৰ দায়িত্ব কোনোবাই নহয় কোনোবাই ল'বই লাগিব। যিসকলে সাহিত্য-চৰ্চা (লিখিত) নকৰে, কেৱল চিঠি-পত্ৰ আদি লিখে, তেখেতসকলে সমূহীয়াভাৱে ৰাইজৰ ক্ষতি কৰাৰ সম্ভাৱনা কম। নলিনী শব্দটো লিখিবলৈ লৈ, সন্দিহান হৈ ওচৰতে থকা বাতৰিকাকতখনৰ চুকত নলিনী আৰু নলীনি দুয়োটা শব্দ লিখি কোনটো চকুত শুদ্ধ-শুদ্ধ লাগিছে ছাৰ, তাৰ পিচত নলিনীটোকে লিখিব; এনেকৈয়ে শব্দৰ সাৱধান সাধাৰণ মানুহে লয়, লৈ থাকক। কিন্তু যিসকলে ৰাইজৰ কাৰণে লিখে, তেখেতসকলে আৰু নিশ্চিতভাৱে আৰু নিৰ্ভৰযোগ্যভাৱে শব্দৰ লেন-দেন কৰা উচিত।

অনাদৰ-অৱহেলাই আমাৰ ভাষাটোকে কেৰোণেৰে ভৰাই ঘূণীয়া কৰিছে। আমি বিশ, এবৈশ লিখোঁ, কিন্তু কিয় বিছ, এবৈছ বুলি উচ্চাৰণ কৰোঁ ক'ব নোৱাৰোঁ। ব্যঞ্জনান্ত (ৎ)ৰ পিচত স থাকিলে হেনো সটোৰ চ উচ্চাৰণ হয়; যেনে চিকিৎসা। কিন্তু উৎসৱ শব্দটো উৎসৱ বুলি নোকোৱা মানুহো বহুত আছে। ইমান সৰু সৰু কথালৈ নগৈ আমি আকৌ পিচ শব্দটোকে ধৰোঁ। 'হেমকোষ' অভিধানত পিচ্ শব্দৰ অৰ্থ দিয়া আছে; —পাচফাল, পিঠিপাল, কোনো কাৰ্য বা সময়ৰ অন্ত; যেনে তাৰপিচত, The back side, The rear, The end, আকৌ পাচ্ শব্দৰ অৰ্থ হৈছে; —আগফালৰ বিপৰীত ভাগ, পিঠি ফাল; কোনো কাৰ্যৰ শেষ কাল; ভৱিষ্যত কাল; The back side, the rear, The last part of time or place, future 'চন্দ্ৰকান্ত অভিধান'

(শেহতীয়া সংস্কৰণ)ত আছে—পাচপাছ,—আগৰ বিপৰীত ফাল বা ঠাই, The back side, the rear, কোনো কাৰ্য হৈ যোৱাৰ শেষত যি হয়; ভবিষ্যৎ কাল; the end of any time or act; future। আকৌ পিছ শব্দৰ অৰ্থত আছে— পাছফাল; The back side, place which is behind; পাছৰ সময়, Time which is behind; ইত্যাদি।

দেখা গ'ল পিচ, পিছ, পাচ, পাছ—এই চাৰিওটা শব্দ একে অৰ্থত ব্যৱহাৰ কৰিব পাৰি। কিন্তু আমি জনাত ইতিমধ্যে দুখনমান আলোচনীয়ে ঠাই আৰু সময় বুজাবলৈ পিচ আৰু পাচ আদি ব্যৱহাৰ কৰাৰ চেষ্টা কৰিছে। কিন্তু দুখন মেৰুদণ্ডসদৃশ অভিধান সন্মুখত লৈ এই চেষ্টা কোনে গ্ৰাহ্য কৰিব?

শব্দৰ বেমেজালি আখৰ-জোঁটনিৰ বেমেজালি, উচ্চাৰণৰ বেমেজালি অইন ভাষাত নোহোৱা নহয়। যিটো ভাষা যিমান বৈজ্ঞানিক উচ্চাৰণ পদ্ধতিৰ ওপৰত প্ৰতিষ্ঠিত, সেইটো ভাষাৰ শব্দৰ আখৰ-জোঁটনি সিমান কম হয়। বঙলা ভাষাত চ আৰু ছৰ উচ্চাৰণ-বেলেগ, গতিকে ছোট শব্দটো যদি কোনোবাই ভালকৈ উচ্চাৰণ কৰিব জানে, তেনেহ'লে তেওঁ লিখোঁতে ছোটটো চোট হৈ যোৱাৰ আশংকা নাই। কিন্তু আমি কিয় চুটিগল্প হ'বনে ছুটিগল্প হ'ব, এই বিষয়ে তৰ্ক কৰোঁ, আমি নিজেই নাজানো। সেইকাৰণে আমি নিজে যি ভাল দেখোঁ তাকে কৰি থাকোঁ। পৰ্ব্বত শব্দটোৰ মাজৰ সংযুক্ত আখৰটোত আমি জোৰ নিদিওঁ কাৰণে কোনোৱে কোনোৱে ঠিক কৰিলে, কি দৰকাৰ ব্ব লিখাৰ, পৰ্বত লিখিলেই হ'ব। কথাটো বেয়া নহয়; ভাল কথা। কিন্তু আপুনি অকলে লিখি থাকিলেইতো নহ'ব। আপুনি যদি ভাবি আছে যে লাহে লাহে সকলোৱে আপোনাৰ পদ্ধতিটো গ্ৰহণ কৰিব, তেনেহ'লে গোটেই অসমত সকলোৰে কলমৰ আগৰ পৰা পৰ্ব্বতটো খহি পৰ্বত হ'বলৈ কিমান দিন লাগিব ভাবি চাওক। আৰু মাজৰ এইখিনি দিনৰ ভিতৰত অকণ অকণ স্কুলীয়া ল'ৰা-ছোৱালীহঁত কিমান বিভ্ৰান্ত হৈ থাকিব, তাকো ভাবি চাওক।

বৈজ্ঞানিক উচ্চাৰণ-পদ্ধতিৰ কথা উলিয়ালে সাধাৰণতে মানুহে ইংৰাজী ভাষাৰ কথা উনুকিয়ায়; কয় সেইটো ভাষাত But, Put —এইবোৰ বেমেজালি আছে। সঁচা কথা; কিন্তু ডাঙৰ কথা হ'ল Put শব্দটোৰ উ কাৰটো বুজাবলৈ কোনেও Poot বুলি নিলিখে। সেইটো ভুল কোনো ছাত্ৰ, কোনো শিক্ষকে কেতিয়াও কৰি পোৱা নাই। Putটো Poot বুলি লিখাটো বাৰু হ'ব নলগীয়া ভুল কাৰণে আমি আন এটা শব্দৰ কথা কওঁ; ধৰি লওক receive শব্দটো। এই শব্দটো recieve বুলি ভুলকৈ লিখাৰ যথেষ্ট সম্ভাৱনা আছে। কিন্তু আন দেশত নেলাগে, আমাৰ অসমতো শিক্ষকে ল'ৰাৰ

বহীত recieve শব্দটো পালেই কাটি দিব।

কিন্তু সেই একেখন স্কুলৰে অসমীয়া পঢ়োৱা শিক্ষকজনে বিচনি শব্দটো ল'ৰাৰ বহীত পালে কাটিবনে? কাটিছেনে?

এইবোৰ বেমেজালি কোনে আঁতৰাব? অত্যন্ত শক্তিশালী নেতৃত্ব নহ'লে, এইবোৰ বেমেজালি আঁতৰোৱাৰ সৰু-সুৰা চেষ্টাক মানুহে গ্ৰাহ্য নকৰে।

অসম সাহিত্য সভা অসমৰ ভাষা-সাহিত্য বিষয়ত সকলোৰে সমাদৰ লাভ কৰা, সকলোৱে মানি চলা অনুষ্ঠান। সাহিত্য সভাই অন্ততঃ এখন বছৰেকীয়া অধিবেশন, আৰু অধিবেশনৰ গাত লাগি থকা বছৰটো কেৱল এই আখৰৰ জোঁটনিৰ বেমেজালিবোৰ দূৰ কৰাৰ কাৰণেই ব্যৱহাৰ কৰিলে ভাল হয়। আমাৰ বোধেৰে ভাষাটো পৱিত্ৰ আৰু পৰিষ্কাৰ কৰি লোৱাটো এটা মহান দায়িত্ব।

# ০৩. আধুনিক সংগীত চৰ্চা

এসময়ত গান-বাজনাৰ ৰাপ আছিল, নিজে গান-বাজনাৰ চৰ্চা কৰিছিল, এতিয়া বয়স দুকুৰি পাঁচ বছৰ, অসমৰ যিকোনো এখন চহৰৰ এনে এজন মানুহক সোধক, 'আজিকালি গান-বাজনা কেনে চলাইছে?' তেখেতে হতাশ, বিৰক্তি, উদাস ভাব এটাৰে উত্তৰ দিব, 'এ সেইবোৰ আজিকালি এৰি পেলোৱাৰ নিচিনাই হৈছে!' চহৰখনৰ সংগীত চৰ্চাৰ ভু ল'বলৈ বুলি আপুনি আকৌ সোধক, 'তথাপি, —ইয়াত গান-বাজনাৰ বা-বতাহ কেনে?' তেখেতে ক'ব, 'বা-বতাহ? আছে আৰু একপ্ৰকাৰে চলি। এই ল'ৰামখাই কিবাকিবি কৰি চলাই আছে।'

ল'ৰামখাৰ ভিতৰত এজনক সোধক। ল'ৰাই টপৰাই উত্তৰ দিব, 'কৰি আছোঁ; যোৱাবাৰ দেৱালীত ফাংচন কৰিলোঁ, জ্যোতিপ্ৰসাদৰ কাৰণে ফাংচন কৰিলোঁ, আকৌ আগষ্টত এখন ফাংচন কৰিলোঁ, সেইখন বিৰাট ফাংচন আছিল, অমুক ফিল্ডত বিৰাট পেণ্ডেল কৰিছিলোঁ, অমুক অমুক, আহিছিল, অমুকক অনাৰ কথা আছিল, কিন্তু তেওঁ তিনিহেজাৰৰ কামত নাহে, সেইকাৰণে এইবাৰলৈ তেওঁক বাদ দিলোঁ, অহাবাৰলৈ চেষ্টা কৰিব লাগিব।'

এইজন সংগীতত ৰাপ থকা উদ্যোগী ডেকা, নিজে পূৰাপূৰি শিল্পী নহয়। গতিকে গায়ক এজনক লগ ধৰি সোধক, 'কিহে, গান-বাজনাৰ খবৰ কি?'

ল'ৰাই শিল্পীসুলভ গাম্ভীৰ্যৰে উত্তৰ দিব, 'গাই আছোঁ। এইমাহতে কেইবাখনো ফাংচন কৰিলোঁ। অমুক, অমুক আৰু অমুকলৈ গ'লোঁ; অমুকতে আকৌ তিনিখন ফাংচনত গাবলগীয়া হ'ল। মানুহবিলাকে নেৰে, ঘৰৰ পৰা গাড়ীৰে লৈ যায়হি, কি কৰিম!'

মুঠতে আপোনাৰ এটা ধাৰণা হৈ যাব পাৰে যে চহৰখনত সংগীত চৰ্চাটো জোখা হয়—কিমান 'ফাংচন' হৈছে, এজন এজন শিল্পীয়ে কিমান 'ফাংচন'ত অংশ লৈছে, তাৰে।

তাৰ পিচত এখন 'ফাংচন'ৰ কথা আহিল। এজন বুদ্ধিমান, চতুৰ দৰ্শকে অনুষ্ঠানৰ কাৰ্যসূচী চাই কিমান আনন্দ উপভোগ কৰিব, অনুষ্ঠানৰ আনুসংগিক কাৰ্যাৱলী বা তাৰ পিচফালে থকা আয়োজনটো চায়ো সমানে আনন্দ পাব। অৰ্থাৎ, —ছয় বজাত অনুষ্ঠান আৰম্ভ হ'বলগীয়া আছিল, ছয় বাজি চল্লিছ মিনিট যোৱাত গ্ৰাম'ফোন ৰেকৰ্ডৰ অনুষ্ঠান শেষ হ'ল আৰু প্ৰথমবাৰলৈ ঘোষকৰ কণ্ঠস্বৰ শুনা গ'ল; —দুটা বাক্য কোৱাৰ পিচত তৃতীয় বাক্যটোৰ মাজতে ঘোষকৰ আউল লাগিল, আধা কোৱা বাক্যটো শেষ কৰিবলৈ ঘোষকে শব্দ বিচাৰি পোৱা নাই, অলপ সময় নিস্তব্ধ, এই নিস্তব্ধতাৰ মাজৰ পৰা ওলাই আহিল দৰ্শকৰ গুঞ্জন, সেই গুঞ্জনৰ ঠেলাত ঘোষকৰ ডিঙিৰ পৰা তৃতীয় বাক্যৰ শেষ শব্দকেইটা কোনোমতে ওলাই আহিল;—এটা নৃত্যানুষ্ঠান শেষ হ'ল, নৃত্যশিল্পীয়ে শেষ ভংগিমাত থিয় দি আঁৰকাপোৰ পৰালৈ বাট চাই আছিল, আঁৰকাপোৰ দুয়োফালৰ পৰা চাপ খাই আহিল, কিন্তু নৃত্যশিল্পী ঢাক খোৱাৰ আগতে বৈ গ'ল, আঁৰকাপোৰৰ ৰচিত জোট লাগিল;—এইবোৰ আনুসংগিক অনুষ্ঠান দেখি দেখি পিচলৈ আনন্দ উপভোগ কৰিবলৈ আৰম্ভ কৰা দৰ্শকৰ কথা কৈছোঁ। এনেকুৱা এজন দৰ্শক যেনিবা এবাৰ মঞ্চৰ পিচফাললৈ ওলাই গ'ল। তেখেতে হয়তো দেখিব, এটা চুকত, আধা আন্ধাৰত বহি এজন গায়কে অলপ পিচতে গাবলগীয়া গানটো সৰু মাতেৰে গাইছে আৰু তবলা সংগত কৰাজনৰ লগত কলা-কৌশল সম্পৰ্কে এটা বুজা-পৰা কৰিছে। অনুষ্ঠানত পৰিবেশন কৰিবলৈ যদি বাহিৰৰ পৰা কোনোবা যশস্বী শিল্পী আহিছে, তেখেতক এই কামটো কৰা দেখা নেযাব; কাৰণ হয় তেখেতে লগত সংগত কৰা মানুহ লৈ আহিছে, নাইবা তেখেতক ডাক-বঙলা বা য'তে ৰখাৰ ব্যৱস্থা হৈছে, ত'তে দিনৰ ভাগতে সংগতকাৰীৰ লগত তেখেতে বুজা-পৰা কৰি ৰাখিছে। এই মুহূৰ্তত অনুষ্ঠানৰ মূল উদ্যোক্তাজনক হয়তো দেখা যাব ৰাস্তাত, নাট্যমন্দিৰৰ প্ৰৱেশ পথত। তেওঁ উদ্বিগ্ন হৈ ইফাল-সিফাল কৰি আছে; অনুষ্ঠান সূচীৰ সাতনম্বৰ শিল্পীজন এতিয়াও আহি পোৱাহি নাই; জীপখনেৰে সৈতে অমুকক অথনিয়েই পঠিয়াই দিয়া হৈছে, আমো নাই ফমুটিও নাই। ইৰেস্পন্সিবলৰ দল!

ভালে-বেয়াই অনুষ্ঠানখন শেষ হ'ল। আমন্ত্ৰিত শিল্পীক শ্ৰদ্ধাপূৰ্ণ নমস্কাৰেৰে ষ্টেশ্যনত

বিদায় দিয়াৰ লগে লগে এক দফা সংগীত চৰ্চাৰো শেষ হ'ল। কেৱল কিছুমান বিৰক্তিজনক কাম বাকী থাকিল, যেনে—পুছিং ছেলৰ কাৰণে দিয়া টিকটবহীবোৰ আৰু জমা নিদিয়া পইচা সংগ্ৰহ কৰা, চকী-বেঞ্চ যথাস্থানত ওভোটাই দিয়া, অমুকৰ পৰা অনা ক'লা স্ক্ৰীণখন কেনেকৈ পূৰিলে,—কি কৰা যায় সেই বিষয়ে আলোচনা কৰা;—ইত্যাদি।

আমি আন্তৰিকতাৰে বিশ্বাস কৰোঁ, জনসাধাৰণৰ সন্মুখত শিল্পীসকলকথিয় কৰাবলৈ এই অনুষ্ঠানসমূহৰ অত্যন্ত প্ৰয়োজন, যেনেকৈ আমাৰ এই কথাখিনি ৰাইজে দেখাকৈ থ'বলৈ 'নৱযুগ' আলোচনীখনৰ প্ৰয়োজন। 'নৱযুগো' মঞ্চ, নাট্যমন্দিৰৰ মঞ্চও মঞ্চ। নাট্যমন্দিৰৰ মঞ্চলৈ বাহিৰৰ পৰা নিমন্ত্ৰণ কৰি অনা যশস্বী শিল্পীজনক 'নৱযুগ'ৰ পাতলৈ মাতি অনা ইভান টুৰ্গেনেভ বুলি ধৰি তুলনা কৰি চাবলৈ আৰম্ভ কৰিলেই হ'ল। এই দুয়োখন মঞ্চ অত্যন্ত প্ৰয়োজনীয়। কিন্তু কোনোমতে পঞ্চাছ পৃষ্ঠা ভৰাই সপ্তাহৰ মূৰত ৰাইজৰ আগলৈ 'নৱযুগ'খন উলিয়াই দিলে আমি যেনেকৈ বেয়া পাম, তেনেকৈ দুৰ্ব্বল কাৰ্যসূচীৰে তিনিঘণ্টা সময় ৰাইজক সংগীত-নৃত্য চৰ্চাৰ আভাস দিবলৈ চেষ্টা কৰিবলৈও বেয়া পাম। অমুকৰ গল্প আছে কাৰণেহে এই সংখ্যা 'নৱযুগ' পঢ়িম বুলি কোনোবাই কোৱা শুনিলে আমি যেনেকৈ দুঃখিত হ'ম, অমুকে গান গাব কাৰণেহে এইখন 'ফাংচন' চাবলৈ যাম বুলি কোৱা শুনিলেও আমি তেনেকৈ দুঃখিত হ'ম।

আমাৰ আচল লক্ষ্যৰ কথা হ'ল এখন চহৰত এখন 'বিচিত্ৰানুষ্ঠানে' শিল্পী আৰু ৰাইজক কিমান সচেতন কৰি গ'ল;—অধিক উদ্যম আৰু আন্তৰিকতাৰে কলা-চৰ্চা কৰিবলৈ কিমান প্ৰেৰণা যোগাই গ'ল; নতুন সৃষ্টিৰ কি প্ৰতিশ্ৰুতি অনুষ্ঠানখনত সোমাই থাকিল—সেইবোৰ।

সংগীত চৰ্চাৰ ভু-ল'বলৈ এনে ৰাজহুৱা অনুষ্ঠানবোৰৰ বাহিৰে আমি লক্ষ্য ৰাখিব লাগে অইন এটা অনুষ্ঠান আকাশবাণীলৈ; আকাশবাণী অত্যন্ত দায়িত্বসম্পন্ন, নিয়ন্ত্ৰিত আৰু বৃহৎ অনুষ্ঠান আৰু ঠিক সেইকাৰণেই আজিৰ আলোচনাত আমি আকাশবাণীক এৰি থওঁ। আজি আমি মঞ্চতে থাকোঁ।

মঞ্চৰ 'ফাংচন' চাই আপুনি বুজিলে সেই পঞ্চল্লিছ বছৰ বয়সীয়া একালৰ শিল্পীজনৰ কথা সঁচা; মঞ্চত, শিল্পী আৰু উদ্যোক্তাসকলৰ মাজত স্কুল-কলেজীয়া ল'ৰা-ছোৱালীৰ পয়োভৰ বেছি। বৰ ভাল কথা। স্কুল-কলেজৰ বয়সতে এটা বিদ্যাই অন্তৰত খোপনি পোতাটো বৰ ভাল লক্ষণ; আশা কৰিব পাৰি যে ঐকান্তিক চেষ্টা-চৰ্চাৰ ফলত কৰাত এওঁলোকে সময়ত সফল শিল্পী হ'বগৈ। এই বয়সত এওঁলোকক আপুনি আবেলি সময়ত ঘৰত বহি পৰম নিষ্ঠাৰে সংগীত অভ্যাস কৰি থকা দেখিবলৈ পালে ভাল পালেহেঁতেন; কিন্তু যিহেতু এওঁলোকে মাইক্ৰ'ফ'নৰ সন্মুখত থিয় হৈ, শ শ দৰ্শকৰ আগত দস্তুৰ মতে গান গাইছে, আপোনাৰ ধাৰণা হ'ব যে প্ৰতিভাশালী সংগীত শিক্ষাৰ্থী

কাৰণে কম বয়সতে এওঁলোকে ডাঙৰ অনুষ্ঠানত সংগীত পৰিৱেশন কৰাৰ যোগ্যতা অৰ্জন কৰিছে। হ'ব পাৰে। কিন্তু এইটো কথা আপোনাৰ বিশ্বাস কৰিবলৈ মন যাবনে যে গোটেই অসম প্ৰদেশখনৰ ইমূৰৰ পৰা সিমূৰলৈ সকলো ঠাইতে কেৱল স্কুল-কলেজীয়া বয়সতে ল'ৰা-ছোৱালীহঁতৰ গাত সংগীত প্ৰতিভাই ভৰ কৰিছে? আমি অসমৰ বাহিৰৰ ভালেমান ঠাইত 'ফাংচন' চাইছোঁ; তাৰ যিবিলাক ফাংচনত স্কুল-কলেজীয়া ল'ৰাৰ পয়োভৰ, সেইবোৰ সাধাৰণতে 'স্কুলৰ ফাংচন', 'কলেজৰ ফাংচন', 'চুবুৰীৰ ফাংচন' বুলিয়েই জনাজাত; কিন্তু যিবিলাক সমূহ ৰাইজৰ উদ্দেশ্যে আয়োজিত অনুষ্ঠান, সেইবোৰতো স্কুল-কলেজীয়া ল'ৰাই বেছি গা কৰিব পৰা আমাৰ চকুত পৰা নাই। সেইবোৰ প্ৰদেশৰ পৰা যিসকল শিল্পীক আমাৰ মাজলৈ নিমন্ত্ৰণ কৰি অনা হয়, তেখেতসকলৰ বয়সতো কাৰো চল্লিছৰ কম যেন নালাগে!

মুঠতে আমি এইটো কথা প্ৰতিষ্ঠা কৰিব খুজিছোঁ যে অসমত সংগীত প্ৰতিভাই ছাত্ৰ-ছাত্ৰী সমাজক সাৱটি লোৱাটো মিছা কথা। সঁচা কথা হৈছে এইটোৱেই যে, ভুল সময়ত ভুলকৈ সংগীত চৰ্চাৰ নেতৃত্বটো এওঁলোকৰ ওপৰত জাপি দিয়া হৈছে। যি বয়সত সুৰৰ ইন্দ্ৰজালৰ কথা অবাক হৈ চিন্তা কৰিব লাগে, লাহে লাহে নিষ্ঠাৰে সেই ইন্দ্ৰজালৰ বৈচিত্ৰ্য আয়ত্ত কৰিব লাগে, সেই বয়সত তেওঁলোকক গানত সুৰ দিবলৈ কোৱা হৈছে। নহ'লে দিয়ে কোনে? অসমত বছৰি কেইকুৰিমান নতুন গানৰ সৃষ্টি হয়। কিন্তু সেই কেইগৰাকী তুলনামূলকভাৱে প্ৰবীণ যশস্বী শিল্পীয়ে চৰ্চা আৰু অভিজ্ঞতাৰে সংগীত শিল্পক দখললৈ আনিছে, যিসকলৰ জনসাধাৰণৰ মাজত চাহিদা আছে, তেখেতসকলে সৃষ্টি কৰা নতুন গানকেইটাই তেখেতসকলক নিজকে নাটে, শেহতীয়া গানটো আধাপুৰণি নহয় মানে তেখেতসকলে নতুন গান এটা সৃষ্টি কৰাৰ সময়-সুবিধা নাপায়। স্কুল-কলেজীয়া ল'ৰা-ছোৱালীহঁত বহুত আকৌ 'যাৰে-তাৰে' নাইবা 'লোকৰ' গান গাবলৈ নাৰাজ, এনে কামে তেওঁলোকৰ সন্মানত বিন্ধে। যিসকলৰ একালৰ নিষ্ঠাবান শিল্পীৰ বৰ্তমানৰ বজাৰত চাহিদা কম, তেখেতসকলৰ ওচৰলৈ ল'ৰা-ছোৱালীহঁত নাযায়; হয় তেখেতসকলৰ সুৰজ্ঞান 'আওপুৰণি হৈ গৈছে', নহয় তেখেতসকলে হেনো 'নতুনকৈ কোনোবা উঠি অহা দেখিলে পেটে পেটে হিংসা কৰে'! ফলত 'ফাংচন'ৰ কেইদিনমানৰ আগতে ল'ৰা-ছোৱালীহঁতে গান লিখি সুৰ দিবলৈ বহে।

গানটো এনেকুৱা বস্তু, আৰু আজিৰ জনসাধাৰণৰ মন সংসাৰৰ চেপাত ইমান দুৰ্বল যে, নিতান্ত বেয়া নহ'লে সাধাৰণতে তেওঁলোকে গানবোৰ 'ভাল হৈছে' বুলিয়েই কয়। আৰু সেইটো সুবিধা লৈয়েই বছৰি যি কেইকুৰিমান গানৰ সৃষ্টি হৈছে, তাৰ ভিতৰত কিমান গানে আপোনাৰ মনত দাগ ৰাখি গৈছে?

আপোনালোকক আৰু কেইটামান প্ৰশ্ন সোধোঁ; আপোনালোকেও চিন্তা কৰিব, আমিও কৰিম। প্ৰথমতে লগ পোৱা সেই পঞ্চল্লিছ বছৰ বয়সীয়া শিল্পীগৰাকীয়ে কিয় বাৰু 'সেইবোৰ এৰি পেলালে'? ভাৰতৰ অইন প্ৰদেশৰ নিচিনাকৈ অসমতো ৰাজনীতি, চাকৰি আদি বিভিন্ন ভাগত পঞ্চল্লিছ বছৰৰ ওচৰৰ সময়খিনি সোণালী সময়, কিন্তু এইখন প্ৰদেশত কেৱল সংগীত-সাহিত্যৰ ক্ষেত্ৰতেই কিয় বাৰু এই সোণালী সময়তে সৃষ্টিকাৰীসকল নিমাত হৈ যায়? 'পেট, বুজিছা বাপু, পেট; আগতে পেটটোৰ চিন্তা, তাৰ পিচতহে তোমাৰ সংগীত'—সেইকাৰণেই ? তেনেহ'লে আমাৰ ইয়াত কেৱল অভিভাৱকৰ কান্ধত উঠি থকা দিনকেইটাহে সংগীত চৰ্চা কৰাৰ সময়?

অসমৰ সংগীত চৰ্চাৰ সমাজখন বিচিত্ৰ, সেইকাৰণে আমাৰ প্ৰশ্নও আছে বহুত আৰু আলোচনা কৰিবলগীয়াও আছে বিস্তৰ। আজি আমি কেৱল অনুষ্টুপীয়াভাৱে আৰম্ভহে কৰিছোঁ। এটা কথা; এই আলোচনাৰ পৰা আমি অসমৰ বৰ্তমান জনপ্ৰিয়, নিষ্ঠাবান শিল্পীসকলক শ্ৰদ্ধাৰে আঁতৰাই ৰাখিছোঁ। কাৰণ আমি সাধাৰণ ছবি এখনহে দাঙি ধৰিব খুজিছোঁ; কেইগৰাকীমান যশস্বী শিল্পীক উজ্জ্বল বিন্দু হিচাপে ব্যৱহাৰ কৰি ছবিখন উজ্জ্বল কৰি তুলিব খোজা নাই। আৰু এটা কথা;—কথাই-কথাই কেৱল কেইজনমানৰ আশ্ৰয় ল'ব খোজাটো দাৰিদ্ৰ্যৰ লক্ষণ, যেনেকৈ বীৰত্বৰ কথা ওলালেই লাচিত বৰফুকনৰ নাম লোৱাটো দুৰ্বলতাৰ চিন।

# ০৪. চুটি গল্প সমালোচনা (১)

এটা গল্প বা কবিতা লিখিবলৈ যিমান গভীৰ উপলব্ধি আৰু অনুভূতিৰ প্ৰয়োজন, গল্পটো বা কবিতাটো পঢ়ি ৰসৰ পূৰ্ণ সোৱাদ পাবলৈও আচলতে সিমানেই উপলব্ধি আৰু অনুভূতি গুণৰ প্ৰয়োজন। এই উপলব্ধি গুণৰ তাৰতম্য বৰ বেছি বাঢ়ি গ'লে লিখক আৰু পাঠকৰ মাজত আহল-বহল ব্যৱধানৰ সৃষ্টি হয়। 'এটুকুৰা মাংস লৈ, পৰম হৰিষ হৈ, কাক আহি পৰিল ডালত'—ইত্যাদি, এই কবিতাটো বেয়া পোৱা মানুহ পাবলৈ টান; কাৰণ, যি উপলব্ধিৰে লিখকজনে এই কবিতাটো লিখিছে, পাঠকে প্ৰতিটো ছন্দত সেই উপলব্ধি অনুধাৱন কৰিব পাৰিছে, গতিকেই ভাল কবিতাটোক ভাল বুলি কোৱাত একো বাধাৰ সৃষ্টি হোৱা নাই। কিন্তু লাহে লাহে চিন্তাধাৰাৰ পৰিৱৰ্তন ঘটিছে; যিসকলে চিন্তাশক্তিৰ চৰ্চা কৰে, তেখেতসকলে লিখনিত চিন্তাশক্তিক গভীৰতৰ

অনুভূতি আৰু উপলব্ধিৰ ৰহণেৰে বোলাই তোলাৰ চিনাকি দিছে। কিন্তু পাঠকে যদি এতিয়াও লিখনিসমূহক জিৰণি সময়ৰ সহজ লগৰীয়া বুলি ভাবি আছে, তেনেহ'লে নতুন সৃষ্টিৰ মূল্যাংকনৰ ক্ষেত্ৰত কিছুমান অসুবিধা হ'ব। "এটুকুৰা মাংস লৈ"— কবিতাটো ভালপোৱা পাঠকজনে যোৱা সংখ্যাৰ 'নৱযুগ'ৰ 'মোক দান কৰা এটা, এটা আকাশ ভৰা প্ৰাণ, তৰা চুমা খোৱা এটা নীল স্বপ্নৰ অভিলাষ' —এই শাৰী দুটা গঢ়ি নির্বিকাৰভাৱে পাতটো লুটিয়াই দিলে বুজিব লাগিব, ক'ৰবাত কিবা এটা ঘটিছে। বহুত সাহিত্যানুৰাগী বন্ধুৰ 'সঁচাকৈয়ে কৈছোঁ ভাই, মই আধুনিক কবিতা একো নুবুজোঁ'— এই সহজ-সৰল স্বীকাৰোক্তিষাৰ লিখক আৰু পাঠকৰ উপলব্ধিৰ মাজত ব্যৱধানস্বৰূপ। আন্তর্জাতিক খ্যাতিসম্পন্ন শিল্পীয়ে আঁকা ছবি বিভিন্ন আলোচনীৰ পাতে আমাৰ আগলৈ লৈ আহে; আমি কপালৰ গাঁঠি তুলি অকণমান সময় ছবিবোৰলৈ চাওঁ; তাৰ পিচত আগ-গুৰি একো ধৰিব নোৱাৰি পাত লুতিয়াওঁ। 'নৱযুগ'ৰ বেটুপাটৰ ছবিখন বহুতে হয়তো ঘূৰাই-পকাই চাইছে,—ভাবটো কি, বস্তুটো কি? কিন্তু আলোচনীখনৰ নামটো 'নৱযুগ' কাৰণেই এটা পাহাৰৰ ওচৰা-ওচৰি দুটা শৃংগৰ মাজেদি ৰঙাকৈ বেলি এটা ওলাই আহিছে, তেনেকুৱা ছবি এখন ব্যৱহাৰ কৰাতো সুবিধা আছে।

এটা কথা একেবাৰেই ঠিক যে বুদ্ধি আৰু চিন্তাৰ ক্ষেত্ৰত সকলো পাঠকৰে পৰা সমান পৰ্যায়ৰ সঁহাৰি পাব নোৱাৰি, কিন্তু এইটো কথাও ঠিক যে এজন পাঠককো সম্পূর্ণ অন্ধকাৰত পৰি থাকিবলৈ দিব নোৱাৰি। আমি ইয়াত সমূহ ৰাইজৰ কথা কোৱা নাই, পাঠকসকলৰ কথা কৈছোঁ। আমাৰ বোধেৰে প্ৰত্যেকজন পাঠকক কৰোঁ বুলিয়েই নতুন ভাবধাৰা অনুধাবন কৰিবলৈ দীক্ষিত কৰিব নোৱাৰি, প্ৰতিখন ছবি, প্ৰতিটো কবিতা, প্ৰতিটো গল্পৰ অন্তর্নিহিত ৰস আৰু সৌন্দৰ্য বৰ্ণাই 'মে'ড ইজি' বা 'ন'টবুক' ছপাব নোৱাৰি, কিন্তু পৰিৱৰ্তনশীল সমসাময়িক ভাবধাৰা আৰু সাহিত্য-শিল্পৰ পৰিৱেশ সম্পর্কে একোটা থুলমূল ধাৰণা পাঠকক দি থাকিব পাৰি। ক'ব পাৰি—যে বৰ্তমানে চিন্তাশীল চিন্তাই এনেকুৱা গতি লৈছে—উদাহৰণস্বৰূপে, অমুকৰ ইয়াত এনেকুৱা ভাব প্ৰকাশ পাইছে; ইত্যাদি।

কিন্তু কামটো কৰে কোনে?

আমাৰ ধাৰণা আছিল, এইটো কাম চিন্তাশীল, তীক্ষ্ণদৃষ্টিসম্পন্ন, বুদ্ধিমান সমালোচকসকলে কৰিব পাৰে। প্ৰকাশিত সকলো ৰচনা পঢ়ি, সমসাময়িক সাহিত্য চৰ্চাৰ মুঠ ছবি এখন আঁকি লোৱা কামটো সাধাৰণ পাঠকে কৰিব নোৱাৰে, কিন্তু সমালোচকসকলে পাৰে। তেখেতসকলে সিঁচৰতি হৈ থকা ৰচনাবোৰক, লিখক-সকলক যথাযোগ্য ঠাইত চিজিল লগাই থৈ যাব পাৰে। তেখেতসকলৰ সমালোচনাৰ কোঠালিত

সোমাই সাধাৰণ পাঠক এজনে অইন নুবুজিলেও অন্ততঃ আমাৰ সাহিত্যৰ অৱস্থা বুজিব। সমালোচকসকলে যদি চিন্তিত মতামতেৰে এগৰাকী কবিক ওখ আসনত বহুৱাই থৈছে, তেনেহ'লে এজন সাধাৰণ পাঠকে অন্ততঃ এইটো কথা ক'ব পাৰিব যে—'কবিজনে ভাল লিখে, মইহে নুবুজোঁ।' 'মই বুজোঁৱেই, কিন্তু যিহকে পাই লিখিলে মই কিয় বুজিম?' বুলি তেখেতে শংকাবোধ কৰিব।

এইখিনি কথা যদি আমি মানি লওঁ, তেনেহ'লে বুজিব লাগিব, সমালোচকসকলৰ দায়িত্ব বৰ গধুৰ। তেখেতসকলৰ মতামতৰ ওপৰত সাধাৰণ পাঠকৰ বিৰাট গোষ্ঠীটোৱে ভাৰসা কৰিব। গতিকেই আমাৰ এবাৰ বৰ্তমান অসমীয়া সাহিত্য সমালোচনাৰ ধাৰাটো ফঁহিয়াই চাবলৈ মন গ'ল। চুটিগল্প বৰ্তমানে জনপ্ৰিয় সাহিত্য; চুটিগল্পই লাহে লাহে ধাৰা সলনি কৰিছে, কিন্তু এতিয়াও চুটিগল্পই সাধাৰণ পাঠকৰ উপলব্ধিক বিভ্ৰান্ত কৰিব পৰা নাই। চুটিগল্পৰ ভঁৰালটো চিজিল লগাই থোৱাৰ কামটো সমালোচকসকলৰ কাৰণে তুলনামূলকভাৱে সহজসাধ্য হৈ আছে; গতিকে আজিৰ চুটিগল্পৰ সমালোচককে সমালোচনা কৰোঁ।

অত্যন্ত হতাশ হ'বলগীয়া কথা যে অসমীয়া চুটিগল্পৰ বিষোৰ সমালোচনা মাজে-মাজে প্ৰকাশিত হৈ থাকে, সেইবোৰৰ এটা পঢ়ি আন এটা পঢ়িলে নতুন কথা বেছি জনাৰ উপায় নাই। মাজে-মাজে সন্দেহ হয় যে এই প্ৰবন্ধটোৰ এটা 'গত্' হৈ গৈছে গত্টো এনেকুৱা ঃ

প্ৰথমতে চুটিগল্প কি (সূত্ৰ), ক'ত কেনেকৈ কোনে প্ৰথমে চুটিগল্প লিখিছিল (উৎপত্তি); কেনেকৈ আমাৰ দেশলৈ চুটিগল্প আহিল (বিস্তাৰ)—এইকেইটা বিষয়ৰ ওপৰত একপৃষ্ঠামান থাকিব লাগিব। তাৰপিচত অসমীয়া চুটিগল্পৰ বিষয়ে ক'বলৈ আৰম্ভ কৰিব লাগিব। বেজবৰুৱাৰ পৰা এইখিনিতে কেইটামান যুগত চুটিগল্পৰ জীৱনটো ভগাই ল'ব পাৰিলে ভাল; যেনে আৱাহন যুগ, বাঁহী যুগ ইত্যাদি, বেজবৰুৱাৰ পিচতে প্ৰবীণ লিখকসকলৰ কাৰণে লিখিব লাগিব একপৃষ্ঠা। লক্ষ্মীধৰ শৰ্মা, শৰৎ গোস্বামীকে আৰম্ভ কৰি মহীচন্দ্ৰ বৰাৰ মাজেদি ৰমা দাশলৈকে নামখিনি দি থ'ব পাৰিলে এটা (কাৰোবাৰ মতে দুটা) যুগৰ লেঠা মৰিল। প্ৰবন্ধটো যদি দীঘলীয়া হ'বলগীয়া আছিল, তেনেহ'লে প্ৰতি লিখকৰে দুটামানকৈ গল্পৰ নাম আৰু চুটি আলোচনাৰ সন্নিৱিষ্ট কৰা হ'ল। তাৰপিচত দ্বিতীয় মহাযুদ্ধ আৰু এই মহাযুদ্ধই আমাৰ সমাজ আৰু ব্যক্তিৰ ওপৰত পেলোৱা প্ৰভাৱৰ কথা অলপ লিখিব লাগিব। তাৰপিচতে এই প্ৰভাৱত সৃষ্টি হোৱা নতুন ধাৰাৰ চুটিগল্পৰ কথা। চৈয়দ আব্দুল মালিকৰ নামেৰে নিশ্চিন্তে আৰু নিৰ্বিঘ্নে এটা নতুন পেৰাগ্ৰাফ আৰম্ভ কৰিব পৰা যায়; গতিকেই কৰা হ'ল। তাৰপিচত বৰ্তমানৰ লিখকসকলৰ মাজৰ পৰা প্ৰবন্ধৰ দৈৰ্ঘ্য অনুসৰি কেইজনমানক মনোনীত কৰা হ'ল। দুটামানকৈ গল্পৰ নাম উল্লেখ কৰি প্ৰত্যেকৰে নামত একোটাকৈ পেৰাগ্ৰাফ লিখা

হ'ল। কিন্তু লিখক বাকী থাকিল বহুত; সকলোৰে নামত একোটা পেৰাগ্ৰাফ উছৰ্গা কৰিব নোৱাৰি, গতিকে শেষত এটা বাক্য লিখা হ'ল—'ওপৰত উল্লেখ কৰাসকলৰ বাহিৰেও অমক, অমুক, অমুক.......আদিয়ে চুটি-গল্প সাহিত্যলৈ উল্লেখযোগ্য বৰঙণি.....' ইত্যাদি। কোন লিখকৰ কপালত এটা পেৰাগ্ৰাফ পৰিব, কোন লিখকৰ নাম 'ইয়াৰ বাহিৰেও'— বুলি দিয়া তালিকাখনত সোমাব, সেইটো নিতান্ত লিখকৰ ভাগ্যৰ প্ৰশ্ন!

তাৰপিচত আহিল মহিলাৰ কথা। লিখকৰ সংখ্যা কম; ইতিমধ্যে প্ৰবন্ধটো ছপাব পৰাকৈ দীঘল হৈছেই, গতিকেই কেইগৰাকীমানৰ নাম উল্লেখ কৰা হ'ল। তাৰপিচত অসমীয়া চুটিগল্প বিশ্বসাহিত্যত ঠাই পাবৰ উপযোগী হৈছে, আৰু উজ্জ্বল ভৱিষ্যত আহিব লাগিছে, ইত্যাদি কেইশাৰীমান মন্তব্য, প্ৰবন্ধ শেষ।

এইটোৱেই 'গত্'। এইটো যদি পোনতে অসমীয়া অনাৰ্ছ নাইবা এম. এ. পৰীক্ষাৰ প্ৰশ্নোত্তৰৰ কাৰণে যুগুত কৰা হৈছিল, তেনেহ'লে আমাৰ ক'বলগীয়া একো নাই; কিন্তু আচৰিত কথা, একে ধৰণৰ, একেটা সাঁচতে গঢ়া প্ৰবন্ধ থাকি থাকি ছপা হৈয়েই আছে। কিয়? ইয়াতকৈ বেছি পৰিশ্ৰম কৰি এটা প্ৰবন্ধ লিখিব নোৱাৰিনে?

প্ৰবন্ধবোৰ কিন্তু আমি মনপুতি পঢ়োঁ, যথালাভ বুলি। তাৰপিচত নিজৰ মনৰ ভিতৰতে আলোচনা কৰোঁ। সমালোচকে এজন লিখকৰ গল্পবোৰ ভাল, উচ্চমানসম্পন্ন বুলি কৈছে, মানি ললোঁ। কিন্তু কিয় ভাল? উচ্চমানৰ নিদৰ্শন কোনটো গল্পৰ কোনখিনিত আছে? মন্তব্য কৰা হ'ল—অমুক লিখকৰ সমাজৰ প্ৰতি সচেতন দৃষ্টি আছে। কিন্তু তাৰ প্ৰমাণ ক'ত? কথাই কথাই মৌজাদাৰৰ অহংকাৰ, খেতিয়কৰ বিলৈ, বিধৱাৰ কান্দোনৰ কথা কৈ থাকে কাৰণেই, নে তাতকৈ উচ্চস্তৰৰ কিবা প্ৰমাণ তেখেতৰ গল্পত আছে? আছে যদি কোনটো গল্পত? কোৱা হ'ল,—অমুকৰ লিখনী কৌশলৰ নিজস্ব বৈশিষ্ট্য আছে; কিন্তু ক'ত সেই বৈশিষ্ট্য? অমুকৰ ভাষা শক্তিশালী—কিন্তু প্ৰমাণ কি? অসমীয়া গল্প বিশ্বসাহিত্যৰ ওচৰত চাপিছে, কিন্তু কেনেকৈ?

কোনোবা এজন লিখকে গল্প এটা শেষলৈকে Suspense ৰাখিব পাৰিলে আগ-গুৰি নিচিন্তাকৈ মন্তব্য কৰা হ'ল—তেখেতৰ ওপৰত মোপাছাঁৰ ছাঁ পৰিছে। কেনেকৈ? কিজানি তেখেতৰ ওপৰ ডিটেক্‌টিভ উপন্যাস,—ধৰি লওক মোহন চিৰিজৰহে ছাঁ পৰিছে!

আৰু এটা কথা; কিছুদিনৰ পৰা এই সমালোচনা প্ৰবন্ধবোৰত একোটা পেৰাগ্ৰাফ লগাই দিয়াৰ সুবিধা ওলাইছে; এইটো পেৰাগ্ৰাফৰ বিষয়বস্তু হ'ল,—কিছুমান লিখকে যৌন আবেদন, যৌন বৰ্ণনাৰে চুটিগল্পৰ বা-বতাহ বিষাক্ত কৰি তুলিছে, তেখেতসকলক দুটামান কোব মৰা। কিন্তু কোনজন লিখকৰ কোনটো গল্পই বা-বতাহ দূষিত কৰিলে, কেনেকৈ দূষিত কৰিলে এইটো কথাৰ পৰিষ্কাৰ সমালোচনা নহয় কিয়? নাম নোকোৱাকৈ পৰা গালিক গুৱাল গালি বোলে। আমি জনাত যোগেশ দাস, ভবেন শইকীয়া, মহিম বৰা, বীৰেন্দ্ৰ ভট্টাচাৰ্য আদি বহুত লিখকে যৌন ভাবসমৃদ্ধ গল্প লিখা নাই; এইসকলে

কিয় দলত পৰি দল গুৱাল গালি খায়? মালিকে বীভৎস বেদনা নামৰ যৌনাচাৰসমৃদ্ধ (?) গল্প এটা লিখিছে, কিন্তু তেখেতে হৰি মাষ্টৰৰ দোকানৰ নিচিনা আপোনাৰ মোৰ সাধাৰণ কথাৰ গল্পও বহুত লিখিছে। এইবোৰ কথা সাৱধানেৰে লক্ষ্য কৰা নহয় কিয়? কোনোবাই যদি বাছি বাছি যৌনভাবপ্ৰবণ গল্পবোৰহে পঢ়ে, সেইটোহে বিকৃতিৰ নমুনা।

মুঠতে আমাক প্ৰত্যেকটো মন্তব্যৰ প্ৰমাণ লাগে। আমি মন্তব্যত পতিয়ন যাব লাগিব। একোজন লিখকৰ সকলো ৰচনা মন পুতি পঢ়ি, তেখেতৰ ৰচনা চালিজাৰি চাই এটা সমালোচনা প্ৰবন্ধ যুগুত কৰাৰ পৰিশ্ৰমখিনি কৰিব পৰা সমালোচক নোলাবনে? আমাৰ বোধেৰে—'ক'ত আৰু বিচাৰি ফুৰিবা, এখেতৰ এইটো গল্প হাতৰ কাষতে পাইছোঁ, এইটোকে উল্লেখ কৰি থওঁ' বুলি ভাবিলে বহুত ক্ষেত্ৰত এজন লিখকৰ অপকাৰ কৰা হয়।

নতুনকৈ উঠি অহা লিখকসকলৰ কথা সুকীয়া, তেখেতসকলক সাৱধানে প্ৰশ্ৰয় দিব লাগে, উৎসাহ দিব লাগে, বাট দেখুৱাই দিব লাগে। সমালোচকসকলে প্ৰতিষ্ঠিত লিখক বুলি স্বীকাৰ কৰিছে, সেইসকল কিয়, কোন পথত, কেনেকৈ প্ৰতিষ্ঠিত হোৱা উচিত বা হৈছে, সেইটো ফঁহিয়াই দেখুৱাৰ পৰিশ্ৰমখিনি সমালোচকসকলে কৰিব লাগে। 'গত্' টো এৰিব লাগে। মন্তব্যৰ সমৰ্থনত প্ৰমাণ দেখুৱাব লাগে।

এসময়ত 'ৰামধেনু'ৰ পাতত শ্ৰীজ্ঞানানন্দ শৰ্মা পাঠকে এলানি নতুন ধৰণৰ কষ্টসাধ্য সমালোচনা কৰিছিল। তেখেতৰ দৃষ্টি প্ৰশংসনীয় আছিল। তাৰপিচত আৰু ফঁহিয়াই ফঁহিয়াই সমালোচনা কৰা প্ৰবন্ধ আমি পঢ়া নাই।

লিখকসকলৰ মৃত্যুৰ পিচতহে এনেধৰণৰ বিতং সমালোচনা কৰিব বুলি যদি সমালোচকসকলে ভাবি আছে, আমি ক'ব নোৱাৰোঁ। আমাৰ মুঠতে অসমীয়া অনাৰ্ছ আৰু এম. এ. পৰীক্ষাৰ প্ৰশ্নোত্তৰৰ ৰচনাবোৰ পঢ়ি আমনি লাগিছে।

# ০৫. গৌৰৱ

দিল্লীৰ শান্ত, শীতল তালকোটৰা উদ্যানৰ চিনাকি অচিনাকি গছৰ তলত গোটেই ভাৰতৰ বিশ্ববিদ্যালয়সমূহৰ বিচিত্ৰ ৰং-ৰসেৰে ভৰপূৰ ল'ৰা-ছোৱালীইত গোট খাইছে। অষ্টম আন্তঃবিশ্ববিদ্যালয় যুৱ মহোৎসৱৰ এক অপূৰ্ব সমাৰোহ। এই সমাবেশত বিভিন্ন বিষয়ত ছাত্ৰ-ছাত্ৰীসকলে প্ৰতিযোগিতা কৰিব, প্ৰতিযোগিতাত বহুত ছাত্ৰ-ছাত্ৰীয়ে নিজ-নিজ সামৰ্থ্যৰ বলত কৃতিত্ব অৰ্জন কৰিব; এই কৃতিত্ব তেওঁলোকৰ নিজৰ কাৰণে, তেওঁলোকৰ নিজ-নিজ বিশ্ববিদ্যালয়ৰ কাৰণে বহুমূলীয়া সম্পত্তি, গৌৰৱৰ কাৰণ হ'ব।

কিন্তু এটা কথা স্বীকাৰ কৰিবলৈ মন যাব যে প্ৰতিযোগিতাত কৃতিত্ব অৰ্জন কৰাৰ কথা দূৰত ৰাখি, তালকোটাৰা উদ্যানৰ এই বিচিত্ৰ উৎসৱমুখৰ পৰিৱেশত সাতোটা দিন কটাই যোৱাটোও যিকোনো ছাত্ৰ-ছাত্ৰীৰ কাৰণে স্মৰণীয় কথা, গৌৰৱৰ কথা।

এঘাৰ নৱেম্বৰৰ ৰাতিপুৱা প্ৰধানমন্ত্ৰী শ্ৰীনেহৰুৱে উৎসৱ মুকলি কৰিলে। তেখেতে এটা প্ৰশান্ত হাঁহিৰে ক'লে—সম্মুখত বহি থকা এই ল'ৰা-ছোৱালীহঁতৰ বয়স আৰু দিন তেখেতৰ ৫৩ বছৰ আগতে পাৰ হৈ গ'ল। তাৰপিচত তেখেতে গভীৰ উপলব্ধিৰ সুৰত ক'লে, 'আমি আজি এখন দ্ৰুতগতিৰে পৰিৱৰ্তন হৈ থকা পৃথিৱীত বাস কৰিছোঁ।' শ্ৰীনেহৰুৰ এই কথাষাৰৰ জীৱন্তৰূপ হিচাপে তেখেতৰ কাষতে বহি আছিল অলপতে পৰিণয়পাশত আৱদ্ধ হোৱা ৰুছ দেশৰ মহাকাশযাত্ৰী নিকোলায়েভ আৰু ভেলেণ্টিনা।

এই উদ্বোধনী উৎসৱত বিশ্ববিদ্যালয়সমূহৰ পৰা বাছি-বাছি চাৰিটা অনুষ্ঠান পৰিবেশন কৰা হ'ল। উৎকল বিশ্ববিদ্যালয়ৰ কুমাৰী নীলিমা প্ৰধানে ওড়িষি নৃত্য, বোম্বাই বিশ্ববিদ্যালয়ৰ কুমাৰী কুমুদ চুগানীয়ে কথক নৃত্য, আলিগড় বিশ্ববিদ্যালয়ৰ সাতজন ডেকাই ভোজপুৰী কৃষ্ণক নৃত্য (সমবেত)ৰ অনুষ্ঠান আগবঢ়ালে।

ৰাতিপুৱাৰ কাৰ্যসূচীৰ ভিতৰত, দৰ্শকসকলক আটাইতকৈ মুগ্ধ কৰিলে, উদ্দীপ্ত কৰিলে শেষৰ শলাগৰ পৰাই অনুষ্ঠানটোৱে। শলাগৰ শৰাই আগবঢ়োৱাৰ দায়িত্ব আছিল বোম্বাই বিশ্ববিদ্যালয়ৰ এল্‌ফিন্‌ষ্ট'ন কলেজৰ বি এ. মহলাৰ ছাত্ৰী কুমাৰী ৰাজম পিল্লাইৰ ওপৰত। মণ্ডপত আন্তঃবিশ্ববিদ্যালয় যুৱ মহোৎসৱত বোম্বাই বিশ্ববিদ্যালয় দল শ্ৰেষ্ঠ দল পৰিগণিত হৈছিল, সেইকাৰণেই কুমাৰী পিল্লাইৰ ওপৰত এই বছৰ এই দায়িত্ব। প্ৰত্যেকজন দৰ্শকৰ লগতে শ্ৰীনেহৰুও এই ছোৱালীজনীৰ কথাত মুগ্ধ, অভিভূত হ'ল। আমাৰ প্ৰয়োজনৰ কাৰণে অইন বহুত ভাল কথাৰ ভিতৰত ছোৱালীজনীয়ে কোৱা এষাৰ কথাৰ মৰ্ম উল্লেখ কৰি ৰাখোঁ। তেওঁৰ মতে ছাত্ৰ-ছাত্ৰীসকল কিতাপৰ চাৰিবেৰৰ মাজত সোমাই থাকিব লাগে বুলি মানুহে ভাবে; অৱশ্যে ছাত্ৰ-ছাত্ৰীৰ কাৰণে কিতাপৰ বেৰ বেয়া বস্তু নহয়, কিন্তু সেইবেৰত খিৰিকী থাকিব লাগে; যাতে তেওঁলোকে এই খিৰিকীয়েদি বাহিৰৰ পৃথিৱী দেখে আৰু বাহিৰৰ পৰাও পৃথিৱীয়ে তেওঁলোকক দেখে।

ৰাতিপুৱাৰ কাৰ্যসূচী শেষ হ'ল; দৰ্শক ঘৰমুৱা হ'ল। এগৰাকী অসমীয়া দৰ্শকে আন এগৰাকীক ক'লে, 'আজিৰ প্ৰগ্ৰেমত গুৱাহাটী ইউনিভাৰ্ছিটিৰ কিবা এটা থকা হ'লে বৰ ভাল লাগিলহেঁতেন।'

প্ৰধানমন্ত্ৰীৰ উক্তি, পুৱাৰ সাংস্কৃতিক কাৰ্যসূচী, বোম্বাইৰ ছোৱালীজনীৰ কথা আৰু অসমীয়া দৰ্শকৰ মন্তব্য,—এই চাৰিওটা কথা লগ লগাই এটা আলোচনা কৰিব পাৰোঁ।

প্ৰথম কথা,—অসমীয়া দৰ্শকজনৰ আশাটো নিজ দেশৰ প্ৰতি মৰম থকা যিকোনো এজন মানুহৰ প্ৰাণৰ আশা, গৌৰৱপ্ৰয়াসী মনৰ ঐকান্তিক বাঞ্ছা। এই কথাখিনি লিখিবৰ

সময়ত মোৰ সন্মুখত পাঁচখন সৰ্বভাৰতীয় বিখ্যাত বাতৰিকাকত আছে; প্ৰত্যেকখন কাকতৰ প্ৰথম পৃষ্ঠাত বোম্বাইৰ কুমাৰী পিল্লাইৰ পঞ্চমুখৰ প্ৰশংসা ছপা হৈছে; কুমাৰী চুগানীৰ ছবি ছপা হৈছে; কুমাৰী নীলিমা প্ৰধানৰ কথা ওলাইছে। এই ছোৱালীকেইজনীৰ কাৰণে তেওঁলোকৰ নিজ নিজ বিশ্ববিদ্যালয় কেইখনে কিমান গৰ্ব আৰু আনন্দ অনুভৱ কৰিছে, সেইটো নিজৰ বিশ্ববিদ্যালয়খনৰ প্ৰতি সামান্য মমতা থকা মানুহেও বুজিব। কুমাৰী পিল্লাইৰ ওপৰত পৰা দায়িত্বটো গুৱাহাটী বিশ্ববিদ্যালয়ৰ ছাত্ৰ বা ছাত্ৰী এগৰাকীৰ ওপৰতো পৰক, আৰু তেওঁ একে কৃতিত্বৰেই দায়িত্বটো পালন কৰক এইটো আমাৰ প্ৰাণৰ আশা।

কিন্তু এই ঘটনাটো কেনেকৈ ঘটিব, তাকে বুজিবলৈ আমি শ্ৰীনেহৰু আৰু কুমাৰী পিল্লাইৰ কথাবোৰলৈকে মন কৰোঁ। আচলতে এখেতসকলৰ কথা কেইষাৰ নতুন কথা নহয়; চিন্তাশীল কোনো মানুহৰ কাৰণেই নতুন কথা নহয়; আমি পৰিৱৰ্তনশীল জগতত বাস কৰিছোঁ, বাহিৰৰ পৃথিৱীখনৰ প্ৰতি ছাত্ৰ-ছাত্ৰী সজাগ হ'ব লাগে,—যাতে কিতাপৰ বিদ্যাৰ লগত পৃথিৱীৰ সমসাময়িক চেতনা সংমিশ্ৰণ কৰি ছাত্ৰ-ছাত্ৰীয়ে শক্তিশালী জাতি এটা গঢ়ি তোলাৰ প্ৰতিশ্ৰুতি দিব পাৰে, এইবোৰ কথা অসমতেই, বহুত সভাত, বহুত নেতাই, বহুত শিক্ষাবিদে, বহুতবাৰ দোহাৰিছে।

শ্ৰীনেহৰুৱে এইবোৰ কথা কষ্টোপাৰ্জিত সুদীৰ্ঘ অভিজ্ঞতাৰ বলত কয়, কুমাৰী পিল্লাইয়ে আগতে নিজৰ গাতে কথাবোৰ খটুৱাইছে, তাৰপিচত কৈছে। কিন্তু আমাৰ অসমত কথা আৰু কামৰ মাজত সামঞ্জস্য বিচৰাৰ পিচত, মানুহে কিয় এইবোৰ কথা কয় বুজিবলৈ টান। কথাবোৰ মুখ ভৰোৱা, শুশ্ৰাব্য, শ্ৰীনেহৰুৰ নিচিনা ডাঙৰ মানুহে কয়,—সেইকাৰণে নে কি?

আমি কেৱল এটা কথা জানিব খুজিছোঁ, কিতাপৰ বিদ্যাৰ বাহিৰেও ছাত্ৰ-ছাত্ৰীসকলক বহুমুখী বিদ্যাৰ প্ৰতি অনুৰক্ত কৰিবলৈ অসমত কোনে কি কৰিছে? দিল্লীৰ আন্তঃবিশ্ববিদ্যালয় যুৱ মহোৎসৱত গুৱাহাটী বিশ্ববিদ্যালয়ে জাকত জিলিকি থাকিব পৰাকৈ যাতে অংশগ্ৰহণ কৰিব পাৰে, তাৰ কাৰণে আমাৰ শিক্ষানুষ্ঠানসমূহে, অভিভাৱকসকলে, গুণী ছাত্ৰ-ছাত্ৰীসকলে কি কৰিছে?

এটা সাধাৰণ উদাহৰণ দিওঁ; পৰিষ্কাৰ উদাহৰণ। মাহটোত কেইবাদিনো আকাশবাণীৰ যোগে লঘুসংগীত পৰিৱেশন কৰা কেইবাগৰাকীও জনপ্ৰিয় শিল্পী গুৱাহাটী বিশ্ববিদ্যালয়ৰ অধীনস্থ কলেজৰ ছাত্ৰ-ছাত্ৰী। সেই কেইগৰাকী শিল্পীৰ মাজৰ এগৰাকীয়ে এইবাৰৰ যুৱ মহোৎসৱত অংশগ্ৰহণ কৰা হ'লে, তেখেতসকলৰ প্ৰতিভাৰ ভাগ বিশ্ববিদ্যালয়খনে, প্ৰদেশখনে পালেহেঁতেন। কিন্তু সুবিধা নহ'ল। যেতিয়া দিল্লীয়ে পঠিয়াবলগীয়া দলটো নিৰ্বাচনৰ কাৰণে গুৱাহাটীত আন্তঃকলেজ যুৱউৎসৱ পতা হ'ল, তাৰ কেইদিনমানৰ আগতে কলেজবোৰত 'টাৰ্মিনেল' পৰীক্ষা (পাঠ্যপুথিৰ বিদ্যা চৰ্চা) হৈছিল। অন্ততঃ উৎসৱত

অংশগ্ৰহণ কৰিব নোৱৰা কেইবাখনো কলেজৰ ছাত্ৰ-ছাত্ৰীয়ে তাকে কৈছে। কিন্তু বিশ্ববিদ্যালয়ৰ গৌৰৱৰ কাৰণে, প্ৰদেশখনৰ গৌৰৱৰ কাৰণে এই প্ৰতিভাশীল ছাত্ৰ-ছাত্ৰী কেইজনক পৰীক্ষা দিয়াৰ সুকীয়া বন্দোবস্ত কৰি, উৎসৱত প্ৰতিযোগিতা কৰিবলৈ (বহুমুখী বিদ্যা চৰ্চা) সুবিধা কৰি দিয়াৰ কথা কোনোবাই ভাবিলেনে? নে দিল্লীৰ এই মহোৎসৱটোক আমাৰ প্ৰদেশখনত ধৰ্তব্য বিষয় নহয় বুলিয়েই গণ্য কৰা হৈছে?

তালকোটৰা উদ্যানলৈ এই মুহূৰ্তত এঘণ্টাৰ কাৰণে আহিলেও যিকোনো এজন মানুহে বুজিব যে এই মহোৎসৱৰ কাৰণে কেন্দ্ৰীয় চৰকাৰৰ শিক্ষামন্ত্ৰী দপ্তৰে লাখে লাখে টকা খৰচ কৰিছে। যদি কেন্দ্ৰীয় চৰকাৰৰ এই আয়োজনত ছাত্ৰ-ছাত্ৰীসকলৰ বহুমুখী বিদ্যা চৰ্চাত কাৰোবাৰ আস্থা নাই, তেনেহ'লে তেখেতসকলে মুকলিভাৱে মুখ খুলি কৈ দিয়ক; কেন্দ্ৰীয় চৰকাৰৰ এই বিৰাট পৰিমাণৰ অৰ্থ আৰু উদ্যমৰ অপচয় বন্ধ কৰিবলৈ আন্দোলন কৰক, আৰু লগে লগে শ্ৰীনেহৰু আৰু কুমাৰী পিল্লাইক অনুৰোধ কৰি মুখ ভৰোৱা বক্তৃতা দিবলৈ বন্ধ কৰক। আৰু যদি সঁচাকৈয়ে এনেধৰণৰ চৰ্চাৰ প্ৰতি আস্থা আছে, তেনেহ'লে প্ৰণালীবদ্ধ উপায়েৰে ছাত্ৰ-ছাত্ৰীসকলৰ প্ৰতিভাক দেশৰ গৌৰৱৰ্ধ হকে ব্যৱহাৰ কৰিবলৈ চেষ্টা কৰক।

এটা কথা কৈ থওঁ। অলপ আগতে লঘুসংগীত প্ৰতিযোগিতাত মাদ্ৰাজৰ বিশ্ববিদ্যালয় এখনৰ ল'ৰা এজনে বৰ জনপ্ৰিয় গীত এটা বেয়াকৈ গালে। তালকোটৰা মুকলি মঞ্চৰ অত্যন্ত শিষ্ট দৰ্শকেও চিএৰ-বাখৰ কৰি ল'ৰাজনক বহুৱা তুলিলে। মই বিশ্ববিদ্যালয়খনৰ দলটোৰ তত্বাৱধানত অহা অধ্যাপকগৰাকীকো লগ পালোঁ, তেখেতৰ কেৱল কান্দিবলৈ বাকী আছে। কি দুখত তেখেতে ইমান দুখ কৰিছে। তেখেতকতো কোনেও একো কোৱা নাই! তেখেতে নিজৰ বিশ্ববিদ্যালয়খনৰ বদনামৰ দুখত মৰ্মাহত হৈছে। আমাৰ প্ৰত্যেক শিল্পী, প্ৰত্যেক অভিভাৱক, প্ৰত্যেক শিক্ষাবিদৰ এনেকুৱা এটা সদনাম-বদনাম-কাতৰ মন হ'লে ভাল হয়। তেতিয়া শ্ৰীনেহৰু, কুমাৰী পিল্লাইৰ কথাবোৰৰ সাৰ্থকতা থাকে। আৰু হয়তো তালকোটৰা উদ্যানত অসমীয়া দৰ্শকজনে আক্ষেপ কৰিবলগীয়া নহ'বও পাৰে।

# ০৬. আইনৰ অৱমাননা

## চিটি বাছ

দেশৰ শান্তি-শৃংখলা, জনসাধাৰণৰ সুখ-সুবিধাৰ কাৰণে আইন প্ৰণয়ন কৰা হয়, বিধি-বিধান প্ৰৱৰ্তন কৰা হয়। এই আইন-কানুন, বিধি-বিধানসমূহ যদি সঁচাকৈয়ে

উদ্দেশ্য ৰক্ষা কৰাবিধৰ হয়, তেনেহ'লে সজ্জ, সাধুলোকে পৰাপক্ষত সেইদৰে মানি চলে; আৰু স্বাৰ্থ, লোভ, লালসা, কামনা-বাসনা আদিৰ বশৱৰ্তী হৈ এদল লোকে লুকুৱাই-চুৰকৈ, আঁৰৰ পৰা গোপনে এইবোৰ বিধি-বিধান উলংঘা কৰে। কিন্তু দিনে-পোহৰে, চৰকাৰী ৰাস্তাত, জনসাধাৰণ আৰু আইন প্ৰণয়ন কৰোঁতাসকলৰ চকুৰ আগত বীৰদৰ্পে বিধি-বিধান নেওচিব পৰাৰ যি দৃষ্টিপাত গুৱাহাটীৰ চিটি বাছবোৰে দাঙি ধৰে, তাৰ তুলনা সভ্য ঠাইত পোৱাটো টান। গুৱাহাটীক আমি এখন সভ্য ঠাই বুলি ধৰি লৈছোঁ; আৰু পইচা দি অ'ৰ পৰা ত'লৈ যোৱা যাত্ৰীসকলক নমাই দিলে যি বাকী থাকে, 'চিটি বাছবোৰ' শব্দটোৰে আমি তাকে বুজাইছোঁ।

## বাটৰ তিতা-মিঠা

এই চিটি বাছবোৰ ৰাস্তাত চলি থকাৰ পিচত চাগৈ এটা বিৰাট আয়োজন আছে, বহুত ঠাইত বিধি-ব্যৱস্থা আছে, বহুত টেক্‌নিকেল মেৰপাক আছে, সেইবোৰৰ ভু লোৱাটো এজন যাত্ৰীৰ কাৰণে নিতান্ত নিষ্প্ৰয়োজন; কিন্তু এজন শান্তিপ্ৰিয়,ব্যস্ত আত্ম-সন্মানবোধ থকা, সচেতন যাত্ৰীয়ে এই চিটি বাছবোৰৰ সংস্পৰ্শলৈ আহি কি দেখিব, আমি তাৰে কথা ক'ব খুজিছোঁ। এঘৰত আপোনাক ভাত খাবলৈ মাতিলে কোনে বজাৰ কৰিলে, কোনে ৰান্ধিলে, মানুহঘৰত চৰু কেইটা, হেঁতা কেইখন, সেইবোৰ খবৰ আপুনি নলয়; খোৱা পাতত বহি পোৱা তিতা-মিঠাখিনিয়েই আপোনাৰ অভিজ্ঞতা;— ঠিক সেই দৃষ্টিভংগীৰেই আমি আজি গুৱাহাটীৰ চিটি শছ এখনত উঠিম।

## পইচা দিয়াৰ চিন নাই

অৰ্থনীতি বোলা বিষয় এটা আছে বুলি নজনাকৈয়ে টকা-পইচা সম্বন্ধে মানুহৰ যিটো সাধাৰণ জ্ঞান, সেইটো হৈছে—হিচাপ ৰখা। বিহু-পূজা বুলি ল'ৰা-ছোৱালীক স্ফূৰ্তি কৰিবলৈ দিয়া অলপীয়া পইচাৰ হিচাপো মাক-দেউতাকে ৰাখে। কিন্তু আজি প্ৰায় দুবছৰৰ আগলৈকে গুৱাহাটীৰ চিটি বাছত পইচাৰ লেন-দেনৰ যিটো ব্যৱস্থা আছিল, তাক অৰ্থনীতিৰ অৰাজকতা বুলিব পাৰি। ক'ৰ পৰা ক'লৈ যাওঁতে কিমান পইচা লাগে তাৰ নিৰ্দিষ্ট হিচাপ নাই, যাত্ৰীসকলে পইচা দিলেনে নাই তাৰ হিচাপ নাই, যদি দিলে তেনেহ'লে দিয়াৰ চিন নাই; সংগৃহীত পইচাৰ কোনো ধৰা-বন্ধা বুৰঞ্জী নাই। তাৰপিচত, আজি কিছুদিনৰ আগতে চিটি বাছৰ ভিতৰত যাত্ৰীসকলে টিকেট নোপোৱাকৈ ভাড়া নিদিয়ে যেন—বুলি লিখা জাননী এখন ওলমিল, এনেকুৱা লাগিল যেন গুৱাহাটীৰ চিটি বাছৰ সংসাৰখনলৈ সভ্যতা আহিল! ভাড়া দিলে যাত্ৰীক টিকেট দিয়া হ'ব,—

সুন্দৰ, বৈজ্ঞানিক দৃষ্টিভংগীৰ ব্যৱস্থা আমাৰ ইয়াতো?

কিন্তু সেই জাননীখন ওলমাৰ হেনো আচল কাৰণ হ'ল যাত্ৰীসকলে দিয়া ভাড়াৰ শতকৰা দহভাগ চৰকাৰক লাগে;—যাত্ৰীয়ে কিমান পইচা দিছে, সেইটোৰ হিচাপ চৰকাৰক লাগে, তেহে শতকৰা দহভাগ হিচাপ কৰি উলিয়াব পাৰি। যি কাৰণতেই নহওক, টিকট দিয়াটো ভাল নিয়ম হ'ল।

কিন্তু জাননী আছে কাৰণেই যে আপুনি ভাড়া দি টিকট পাবই, তেনেকুৱা কোনো ধৰা-বন্ধা কথা এতিয়ালৈকে হোৱা নাই। আপুনি যদি সাধাৰণ তৰপৰ, অপৰিপাটি সাজ-পাৰ পিন্ধা, অৰ্দ্ধশিক্ষিত বা অশিক্ষিত, বনুৱা শ্ৰেণীৰ, ব্যক্তিত্ব নথকা মানুহ, তেনেহ'লে আপুনি টিকেট নাপাবও পাৰে। চাফ-চিকুণ সাজ-পাৰেৰে, ব্যক্তিত্বমিহলি ভংগীৰে বাছখনত উঠি বহি থাকিলে হয়তো আপুনি টিকেট পাব। শিলপুখুৰীৰ পৰা পাণবজাৰলৈ যেনিবা আগৰ নিয়ম মতে ভাড়া তিনি অনা,—মানে উনৈচ নয়া পইচা। আপুনি যদি উনৈচ নয়া পইচা ভাৰা দিয়ে, তেনেহ'লে কণ্ডাক্টৰে হয়তো আপত্তি নকৰিব, লৈ থৈ দিব। টিকেট দিয়াৰ ব্যৱস্থা আছে বুলি জানি আপুনি যদি টিকটখন বিচাৰে তেনেহ'লে কণ্ডাক্টৰে ক'ব যে টিকটখন পাবলৈ আপুনি আৰু দুই নয়া পইচা, অৰ্থাৎ চৰকাৰক দিবলগীয়া শতকৰা দহভাগ পইচা দিব লাগিব। আপুনি ভাবিব,—অকণমান কাগজ টুকুৰাৰেনো আপুনি কি খাৰ খাব; তাতকৈ দুই নয়া পইচা বচোৱাই ভাল। কণ্ডাক্টৰে হয়তো ঘটনাটো বেয়া নাপায়, কাৰেণ টিকট নিদিয়াকৈ লোৱা পইচাৰ হিচাপ দিয়াত সুবিধা আছে। সাধাৰণ মানুহ আৰু কণ্ডাক্টৰৰ মাজত এইটো ঘটনা চলিয়েই আছে। কিন্তু আইন অনুসৰি এনেকৈছ নয়া পইচা দাবী কৰি লোৱা আৰু টিকেট দিয়া,— এই ঘটনাটো কিয় ঘটা নাই আমি বুজা নাই।

## মোবাইল ক'ৰ্ট

কেতিয়াবা কিন্তু ঘটে। কেতিয়াবা হঠাতে আপুনি দেখিব শিক্ষিত-অশিক্ষিত, পৰিপাটি-যেনেদেলা-উচ্চ-নীচ নিৰ্বিশেষে কণ্ডাক্টৰে সকলোকে টিকট দি গৈছে। ঘটনাটো কি? উমান লৈ আপুনি গম পাব—কেনেকৈ চলন্ত বাছলৈ বাতৰি আহিল—আগত 'চেকিং আছে' নাইবা 'মোবাইল কোৰ্ট আছে'।

আইনক অৱমাননা কৰাৰ আটাইকৈইটা হতভগীয়া আৰু নিৰ্লজ্জ সাক্ষী হ'ল এই মোবাইল কৰ্ট। কিয় এনেকৈ কৈছোঁ আপুনি ভাবি চাওক।

যিমান দূৰ সম্ভৱ, এজন সাধাৰণ যাত্ৰী হিচাপে আমি যি বুজোঁ, মোবাইল ক'ৰ্টৰ কাম হৈছে নিৰ্দিষ্ট সংখ্যাতকৈ বেছি যাত্ৰী গাড়ীত উঠোৱা হৈছে নে কি সেইটো চোৱা,

ড্ৰাইভাৰ-কণ্ডাক্টৰৰ লাইচেন্স আছেনে নাই সেইটো চোৱা, ইত্যাদি। হঠাতে কেতিয়াবা বাটৰ কাষৰ কোনো এঠাইত এই কৰ্ট বহে, আৰু সকলো গাড়ী ৰখাই পৰীক্ষা কৰে। নিঃসন্দেহে এই কৰ্ট ড্ৰাইভাৰ-কণ্ডাক্টৰ-বাছৰ মালিকৰ কাৰণে সন্ত্ৰাসৰ বস্তু। মোবাইল ক'ৰ্টে যদি চিটি বাছবোৰক অযথা জুলুম কৰে, তেনেহ'লে সেই জুলুমৰ প্ৰতিবাদ কৰাৰ স্থল আছে; কিন্তু যদি কৰ্টখনে ৰাইজৰ ভালৰ কাৰণে সৃষ্টি কৰা আইন ৰক্ষা কৰিবলৈ বিচাৰে, আৰু চিটি বাছবোৰ আইন ভংগ কৰাৰ অপৰাধত অপৰাধী নহয়, তেনেহ'লে সন্ত্ৰাসৰ কোনো কথাই নুঠে। কিন্তু ঘটনাটো কেনেকুৱা হয় চাওক ঃ

## 'অ'ই আৰু মানুহ নলবি'

আপুনি বাছখনত বহি গৈ আছে; বাছৰ গতি তীব্ৰ; হঠাতে দেখিব, বিপৰীত ফালৰপৰা অহা এখন বাছৰ ড্ৰাইভাৰে হাতেৰে সংকেত দি আহি আছে; আপোনাৰ বাছৰ ড্ৰাইভাৰে সংকেত বুজিলে; দুয়োখন বাছ এঠাইত মন্থৰ গতিত ওচৰা-ওচৰি হ'ল। সিফালৰ পৰা অহা বাছৰ ড্ৰাইভাৰজনে বাতৰি দিলে—অমুকত মবিল কোৰ্ট আছে। লগে লগে আপোনাৰ ড্ৰাইভাৰে কণ্ডাক্টৰৰ ওপৰত হুকুম জাৰী কৰিলে 'অ'ই, আৰু মানুহ নলবি।' তাৰপিচত কণ্ডাক্টৰে বাছখনৰ ভিতৰত যে নিৰ্দিষ্ট সখ্যাতকৈ বেছি মানুহ নাই, তেনেকুৱা এটা চেহেৰাৰ সৃষ্টি কৰাৰ কাৰণে অহোপুৰুষাৰ্থ কৰিব। দুজনীয়া আসনত 'তিনিজন তিনিজনকৈ বহি যোৱা'ৰে পৰা আৰম্ভ কৰি বাছখনৰ চুক-কোণ সকলোতে মানুহবোৰক জুলীয়া বস্তু বুলি ধৰি লৈ স্থাপন কৰিবলৈ চেষ্টা কৰিব। বাছৰ ভিতৰত কিমান মানুহৰ মূৰ আছে সেইটো ডাঙৰ কথা নহয়, কথা হ'ল মূৰবোৰ বহি থকা মানুহৰ মূৰৰ উচ্চতাত বা তাতকৈ তলত আছে, নে নাই সেইটো। আপুনি যদি এজন অতি সাধাৰণ ফেদেলা মানুহ, আপোনাক হয়তো কান্ধখনত হেঁচা মাৰি দুইশাৰী আসনৰ মাজৰ বাটটোত বহি লুকাই থাকিবলৈ কোৱা হ'ব, যেন চুৰ কৰাৰ অপৰাধত মোবাইল ক'ৰ্টে আপোনাকহে বিচাৰি চহৰখন চলাথ কৰিছে! মই এনেকুৱাও দেখিছোঁ;— এদিন শিখ মন্দিৰৰ পৰা বাছখন নুনমাটি অভিমুখে এৰিবৰ সময়ত এজন মানুহ জঁপিয়াই উঠিল। মানুহজন দেখাত পৰিপাটি, ভদ্ৰ শ্ৰেণীৰ। ভিতৰত বহিবলৈ ঠাই নাই, ইতিমধ্যে 'তিনিজন-তিনিজনকৈ' বহুওৱা হৈ গৈছে। মানুহজনক নামি যাবলৈ কোৱা নহ'ল, কেৱল কোৱা হ'ল—পাণবজাৰৰ থানাৰ আগেদি যাবৰ সময়ত তেওঁ যেন মূৰটো চাপৰাই যায়। মানুহজনৰ ক'ৰবালৈ যোৱাটো হয় বোধকৰোঁ জৰুৰী আছিল; থানাৰ আগৰ দুশগজমান দূৰ তেখেতে কুঁজা হৈ লুকাই গ'ল। তেওঁৰ দেহাৰ ভংগীটো দেখি লাজ লাগিল।

# ০৭. চুটিগল্প সমালোচনা (২)

যোৱা সংখ্যা 'নৱযুগ'ত 'ৰাইজৰ ভাষাত' শিতানত দুখন চিঠি প্ৰকাশিত হৈছে; দুয়োখন চিঠি আমি আগতে চুটিগল্প সমালোচনালৈ কৰা দৃষ্টিপাতৰ বিষয়ে লিখা। (চিঠি দুখন সংযোজন শিতানত সন্নিবিষ্ট কৰা হৈছে) এখন চিঠি লিখিছে শ্ৰীছাঈদুল ইছলামে, আনখন লিখিছে শ্ৰীদেবেন্দ্ৰ কুমাৰ দাসে। আমি দুয়োগৰাকীকে ধন্যবাদ জনাইছোঁ। শ্ৰীছাঈদুল ইছলামে দুটামান বিষয়ত আমাৰ দৃষ্টি আকৰ্ষণ কৰিছে; আমি সেইকেইটা বিষয়লৈ আকৌ আলোচনা কৰিব খুজিছোঁ, আৰু এই আলোচনা কৰিবলৈ পাই ৰং পাইছোঁ; কাৰণ একেটা বিষয়ৰ আলোচনা-সমালোচনা যিমানদূৰ পাৰি বিতংভাৱে কৰিব পাৰিলেহে বিষয়টো দৃষ্টিত ধৰা পৰাটো সাৰ্থক হয়। অন্ততঃ আমাৰ উদ্দেশ্য সেইটো। দৃষ্টিপাতত একপক্ষীয় খোলাকটিৰ তাল বজাই থকাৰ আমাৰ অকণো ইচ্ছা নাই।

দেখাত শ্ৰীইছলামৰ চিঠিখন আমাৰ সমালোচনাৰ প্ৰতিবাদ যেন লাগিলেও আচলতে তেখেতৰ আৰু আমাৰ বক্তব্য একে। আমি অসমীয়া সাহিত্যৰ চুটিগল্প, এই মুঠ বিষয়টোৰ ওপৰত এনেকুৱা সমালোচনা এতিয়ালৈকে সাধাৰণতে হৈ আছে, সেই বিষয়ে আলোচনা কৰিছোঁ; আৰু কৈছিলোঁ যে এই সমালোচনা প্ৰবন্ধবোৰ এটা 'গত্' হৈ গৈছে, আৰু কিছুদিনৰ পৰা এই প্ৰবন্ধবোৰত একোটা পেৰাগ্ৰাফ লাইন দিয়াৰ সুবিধা ওলাইছে; এইটো পেৰাগ্ৰাফৰ বিষয়বস্তু হ'ল,—কিছুমান লিখকে যৌন আবেদন, যৌন বৰ্ণনাৰে চুটিগল্পৰ বা-বতাহ বিষাক্ত কৰি তুলিছে, তেখেতসকলক দুটামান কোব মৰা।

আমি যদি অসমীয়া চুটি গল্পত যৌন আবেদনৰ সমালোচনাৰ আলোচনা কৰিলোহেঁতেন, তেনেহ'লে আলোচনাৰ গতি বেলেগ হ'লহেঁতেন। কিন্তু আমি 'মুঠতে চুটিগল্পৰ সমালোচনা'ৰ কথা কওঁতে ওপৰত উল্লেখ কৰা কথাখিনি কৈছিলোঁ। কিন্তু তাতো কি কৈছিলোঁ চাওক। আমাৰ কথাখিনিত পৰিষ্কাৰভাৱে এটা বিক্ষোভ সোমাই আছে। কোব মৰা মানে আঘাত কৰা, আৰু মানুহে এটা বস্তুক, বা এজন মানুহক ভাল বুলি জানি, ভাল বুলি ধৰি লৈ আঘাত নকৰে; হয় বেয়া বুলি বুজি বেয়া বুলি ধৰি লৈ, নাইবা ভাল বেয়া বিচাৰ নকৰাকৈ খণ্ডত আঘাত কৰে। সাহিত্য সমালোচনাৰ ক্ষেত্ৰত কোব মৰা মানে বিৰূপ বা কটু সমালোচনা কৰা। 'আমি এইটো পেৰাগ্ৰাফৰ বিষয়বস্তু......কোব মৰা' মানে ইয়াকে বুজাইছোঁ যে যৌন ভাবপ্ৰৱণ গল্প লিখকসকলক

কেৱল নিশ্চিতভাৱে কটু সমালোচনা কৰা। কাৰণ সেইটো বিষয়বস্তু। আমি যদি 'কোব মাৰিব লাগেনে নালাগে ভাবি চোৱা বুলি কলোঁহেঁতেন, তেনেহ'লে তেওঁ সমালোচকসকলে যৌন ভাবপ্ৰৱণ গল্পসমূহৰ (লিখকসকলৰ দৃষ্টি) গুণাগুণ বিচাৰ কৰি চাইছে বুলি সেইটো বুজোৱা হ'লহেঁতেন। কিন্তু আমি সেইটো কোৱা নাই। আমি সমালোচকসকলে বাছ-বিচাৰ নকৰাকৈয়ে এনেধৰণৰ গল্পবোৰ বেয়া বুলি কোৱাটোৰ প্ৰতি দৃষ্টিপাত কৰিছোঁ, আৰু ক্ষোভত 'কোব মৰা'ৰ নিচিনা কেৱল এটা অৰ্থ বুজোৱা শব্দ ব্যৱহাৰ কৰিছোঁ। মুঠতে আমি কৈছোঁ যে সমালোচকসকলে এই ধৰণৰ 'গল্প বেয়া কিয়, সেইকথা আলোচনা কৰা নাই।' উৰ্দ্ধকমাৰ ভিতৰত দিয়া বাক্যাংশ শ্ৰীইছলামৰ চিঠিৰ পৰা উদ্ধৃত কৰিছোঁ; গতিকে এইবিষয়ত আমি দুয়োপক্ষ একমত।

বৰঞ্চ শ্ৰীইছলামতকৈ আমি আৰু নিশ্চিতভাৱে দাবী কৰিছোঁ যে, 'কোনজন লিখকৰ কোনটো গল্পই বা-বতাহ দূষিত কৰিলে, কেনেকৈ দূষিত কৰিলে ('দূষিত কৰিবলৈ'টো আলোচ্য সমালোচকৰ ভাষা), এইটো কথাৰ পৰিষ্কাৰ সমালোচনা নহয় কিয়?' আমি আৰু কৈছোঁ যে আমাক প্ৰত্যেকটো মন্তব্যৰ প্ৰমাণ লাগে। আমি মন্তব্যত পতিয়ণ যাব লাগিব।

কিন্তু এইবিলাক একোতো নহয়েই, বৰঞ্চ প্ৰায় সমালোচকেই চুটিগল্পৰ নামত সকলোকে সামৰি একো একোটা সাধাৰণ মন্তব্য দিয়ে। শ্ৰীইছলামে উল্লেখ কৰা কাৰোবাৰ গোলাপ, কাৰোবাৰ মদাৰ, কৰোবাৰ ফুল বুলি ভুলতে অনা অইন কিবা সকলো মিলাই, পিহি একোটা বড়ি কৰে। এই বাছ-বিচাৰ নোহোৱা সকলোকে মিলাই একাকাৰ কৰা পদ্ধতিটোৰ এটা সাধাৰণ উদাহৰণ দিছিলোঁ কেইজনমান গল্পলিখকৰ নাম উল্লেখ কৰি কৈছিলোঁ যে বা-বতাহ দূষিত কৰাৰ কাৰণে গল্পলিখকসকলক বিৰূপ সমালোচনা কৰি সাধাৰণ মন্তব্য দিয়াৰ সময়ত এইসকল লিখকৰ কথা মনলৈ নাহেনে? আমি চাৰিজন সমালোচকৰ নাম উল্লেখ কৰিছিলোঁ, কিন্তু '.....আদি বহুত লিখক' বুলি কৈছিলোঁ। উদাহৰণৰ ক্ষেত্ৰত নাম উল্লেখ এনেকুৱা নহয়। সম্পূৰ্ণ তালিকা এখন প্ৰস্তুত কৰাটো সুকীয়া কথা।

কিন্তু—'চাৰিজন নাইবা পাঁচজন নাইবা ছজন গল্পলেখকক বাদ দি বাকীসকলক আমি পাৰিলেই উচ্ছাসিত হ'ব পাৰি বা আপত্তি নকৰাকৈ থাকিব পাৰি বুলি ভবাটো আমাৰ দৃষ্টিভংগীতেই নাই। আমি বাৰে বাৰে কৈছোঁ,—সমালোচকসকলে কাৰোবাক গালি পাৰক, কাৰোবালৈ শিলগুটি দলিয়াওক, কাৰোবাৰ ওপৰত পুষ্পবৃষ্টি কৰক,—কিন্তু কিয় কৰিলে আমাক ক'ব লাগিব। আমি গুৱাল গালি পাৰিবলৈ মানা কৰিছোঁ। কাৰোবাক যদি গালি, শিলগুটিৰ পৰা অব্যাহতি দিয়া হ'ল, কিয় দিয়া হ'ল সেইটোও সকলোৱে জানিব লাগিব।

কেৱল 'সাধাৰণ কথা'ৰ গল্প লিখিলেই প্ৰসংশা পাব পৰা 'যৌনাচাৰ সমৃদ্ধ' (আমি এই শব্দটোহে ব্যৱহাৰ কৰিছিলোঁ) বিষয়বস্তু গল্পৰ বিষয়বস্তু কৰিলে লেখকে শিলগুটি পাব; শ্ৰীইছলামৰ এই কথাষাৰ ১৯৬৩ চনত তেখেতেও নেমানে, আমিও নেমানো, মুকলি মনৰ কোনো পাঠকেই মনা উচিত নহয়। কিন্তু সকলো একমুখে স্বীকাৰ কৰা উচিত যে প্ৰশংসা আৰু শিলগুটি ভাগ কৰাৰ সময়ত হিচাপী হোৱা দৰকাৰ। সেইটো সুস্থ শক্তিশালী সমালোচনাৰ লক্ষণ। কিন্তু বেছি হিচাপী হ'ব লাগে সেই সম্পৰ্কে আমাৰ ধাৰণা সাধাৰণ উদাহৰণ দিওঁ। আমাৰ মতে যৌনাচাৰ সমৃদ্ধ গল্প, আৰু যৌনাচাৰ সমৃদ্ধ বিষয়বস্তুক বিষয়বস্তু কৰিলৈ লিখা গল্পৰ মাজত পাৰ্থক্য আছে। যৌনভাৱপ্ৰৱণ গল্পও বেলেগ ইমানবোৰ পাৰ্থক্য আছে কাৰণেই; এইধৰণৰ গল্পক শিলগুটি বা প্ৰশংসা দিওঁ বুলি দিব নোৱাৰি। কেৱল Sex বাদ দিবৰ কাৰণেই 'সাধাৰণ কথা'ৰ গল্প লিখি যেনেকৈ কোনো সাধু হ'ব পৰা নাই, ঠিক তেনেকৈ কেৱল Sexৰ কাৰণেই Sex সম্পৰ্কীয় গল্প লিখাতো কোনো বীৰত্ব নাই। (ইয়াত Sex মানে যৌনাচাৰ, যৌনভাব, যৌনক্ৰিয়া আদি সকলোকে বুজাইছোঁ)। আটাইতকৈ ডাঙৰ কথা হ'ল, গল্পটোৰ সৌন্দৰ্যলৈ Sexএ কিমান অৱদান দিলে,—সেইটো। ধৰি লওকমই এগৰাকী সাতত্ৰিচ বছৰ বয়সীয়া স্বাস্থ্যৱতী বিধৱাক লৈ এটা গল্প লিখিম। বিধৱাগৰাকীৰ অৰ্থ, সন্মান, পুত্ৰ-কন্যা সকলো ফালৰ পৰা সুখী; কেৱল কিছুমান দুৰ্বল মূহূৰ্তত, Sexএ তেখেতক সঘনে পীড়িত কৰে। এদিন যেনিবা বতাহ-বৰষুণত মাজ বাটতে যাত্ৰা বন্ধ কৰিবলগীয়া এক স্বাস্থ্যবান ডেকা পথিক তেখেতৰ ঘৰত ৰাতিটোৰ কাৰণে আলহী হ'ল। বিবেকৰ লগত যুঁজি যুঁজি, ক্লান্ত হৈ শেষ নিশা কামনাপীড়িতা বিধৱাগৰাকীয়ে ডেকাৰ ওচৰত আত্মসমৰ্পণ কৰিলে। ডেকাও পিচ নুহুহঁকিল। কিন্তু পিচদিনা ডেকা গুচি যোৱাৰ পিচত বিধৱাগৰাকীৰ মনলৈ নামি আহিল তীব্ৰ আত্মগ্লানি। মানসিক সংঘাতত তেওঁ জুৰুলা হ'ল। এইটো কোনোবা এটা অত্যন্ত সাধাৰণ কাহিনী আমি হাতত ললোঁ। দহজন লিখকক এই কাহিনীটো লৈ দহটা গল্প লিখিবলৈ দিয়ক। পিচত দেখিব ইটোৰ লগত সিটো নিমিলে। এজনে হয়তো বিধৱাগৰাকীৰ গাটো বাদ দি মনটো লৈয়ে গল্পটো শেষ কৰিব, এজনে হয়তো শেষ নিশাৰ বিধৱাগৰাকীৰ ভৰিৰ বুঢ়া আঙুলিৰ পৰা মূৰৰ চুলিৰ পাকলৈকে গোটেই দেহাটো ধুনাধুন কৰি পেলাব; এজনে দহ পৃষ্ঠাৰ গল্পটোত ডেকাজন গুচি যোৱাৰ পিচৰখিনিত পাঁচ পৃষ্ঠা খৰচ কৰিব, এজনে হয়তো ডেকা বিধৱা একেলগে থকা সময়কণৰ কাৰণে পাঁচ পৃষ্ঠা ৰাখিব; এনেকুৱা হ'ব। এই দহোজন লিখকেই হয় শিলগুটি নহয় প্ৰশংসা পাবনে কি? আমাৰ দৃষ্টিভংগী সেইটো। অৱশ্যে আমি আৰম্ভণিতেই কৈছিলোঁ যে কেৱল Sex সম্পৰ্কীয় গল্পৰ ওপৰত হোৱা সমালোচনা আমি কৰা নাছিলোঁ; আজিলৈ আৰু নকৰোঁও।

শ্ৰীযোগেশ দাস প্ৰমুখ্যে আমি উল্লেখ কৰা কেইজনে যৌনভাবসমৃদ্ধ গল্প সঁচাকৈয়ে লিখা নাই নেকি বুলি শ্ৰীইছলামে প্ৰশ্ন কৰিছে। আমি 'আমি জনাত' বুলি লিখিছিলোঁ; অৱশ্যে ইমান দুৰ্বল যুক্তিৰ সহায়ত আমি মূৰ পোলোকা নিদিওঁ। আমাৰ কথা হ'ল সেইসকলে দুটা এটা সেই শ্ৰেণীৰ গল্প লিখিলেও তেখেতসকলে সেই শ্ৰেণীভূক্ত নহয়; সেইটো তেখেতসকলেৰ গল্পৰ ভেটি নহয়; অন্ততঃ 'বা-বতাহ দূষিত কৰা' কামত লিপ্ত বুলি তেখেতসকল জনাজাত নহয়।

শেষত আকৌ কওঁ, যৌনসম্বন্ধীয় গল্পৰ ওপৰত লিখা পেৰাগ্ৰাফটো আমাৰ গোটেই আলোচনাটোৰ এটা পেৰাগ্ৰাফহে।

# ০৮. নামঘৰ

অসমৰ নামঘৰবোৰৰ চেহেৰা দূৰৰ পৰা চাবলৈ হ'লে দক্ষিণ ট্ৰাংকৰোডত চলাচল কৰা বাছ এখনত উঠিলেই হ'ল। কেইমাইলমানৰ মূৰে মূৰে বাটৰ কাষতে একোটা নামঘৰ; কোনো কোনো অঞ্চলত কেইমাইলমান যাবই নেলাগে, কিছুদূৰৰ আঁতৰে আঁতৰেই একোটা নামঘৰ; —অনুমান হয় যেন এইবোৰ যেন ঘন বসতিপূৰ্ণ ওচৰা-ওচৰি গাঁও আৰু গাঁৱে প্ৰতি একোটাকৈ নামঘৰ! কোনো কোনো ঠাইত ইটোৰ পৰা দেখি থকাকৈ সিটো নামঘৰ; যেন একেখন গাঁৱতে দুটা খেল। দুয়ো খেলৰ সুকীয়া নামঘৰ।

নামঘৰবোৰৰ চেহেৰা বেলেগ বেলেগ; কোনোটোৰ কাঠৰ খুটা, টিনপাতৰ ছাল, বাঁহৰ বেৰ; কোনোটোৰ মাজত লোহাৰ চিক দিয়া পকা খুটা, ওপৰখন সদ্যহতে খেৰেৰে চাই থোৱা আছে, সুবিধা হ'লে যেন তিনপাত লগোৱা হ'ব,—এনেকুৱা এটা ইংগিত।

নামঘৰৰ বিষয়ে সাধাৰণ ৰচনা এখন লিখিলেও এইখিনি কথা ওলায় ঃ মহাপুৰুষসকলে নামঘৰৰ প্ৰৱৰ্তন কৰাৰ পিচত এটা বৈজ্ঞানিক দৃষ্টিভংগী আছিল; ধৰ্ম, সংস্কৃতি, সামাজিক বিধান, ঐক্য, নীতি, এই সকলোকে সুস্থ ভেটিত প্ৰতিষ্ঠা কৰাৰ এটি অতুলনীয় উদ্দেশ্য এই নামঘৰ সংগঠনৰ মাজত নিহিত আছিল ইত্যাদি। এই উদ্দেশ্যবোৰ পুংখানুপুংখৰূপে বিচাৰ নকৰাকৈয়ে এটা কথা ভাবিবলৈ মন যায় যে বোধকৰোঁ মহাপুৰুষসকলৰ কালত এই নামঘৰবোৰ ধৰ্ম চৰ্চাৰ কেন্দ্ৰ, প্ৰাৰ্থনাৰ ঠাই, থিয়েটাৰ ঘৰ, ক্লাবঘৰ, বিচাৰালয়, সভাঘৰ,—এই সকলোৰে সমন্বয় আছিল। অৱশ্যে থিয়েটাৰ ঘৰ, ক্লাবঘৰ, বিচাৰালয়, সভাঘৰ এইবোৰ নিশ্চয় তেতিয়াৰ দিনৰ নিজ নিজ ৰূপত আছিল।

তেতিয়াৰ দিনৰ নামঘৰৰ ৰূপ, নামঘৰবোৰ দেখিবলৈ এনেকুৱা আছিল, সেই সম্পৰ্কীয় পুথি-পাঁজি আমি এতিয়া নেমেলোঁ। কিন্তু কেইখনমান গাঁও ঘূৰি, আমাৰ দেউতা (ককাদেউতাৰ কথাই নকওঁ)ৰ বয়সৰ বুঢ়া কেইগৰাকীমানক লগ পাই এসময়ত নামঘৰ সজাৰ কাহিনী সুধিলে শুনিব; গাঁৱৰ ৰাইজে দূৰৰ হাবিত গছ কাটি খুটা উলিয়ালে; একো একোটা খুটা এজন বয়সস্থ মানুহে আঁকোৱালি ল'লে দুই হাতৰ আঙুলিৰ আগ কোনোমতেহে লাগে, নাইবা নেলাগেই; গোটেই গাঁৱৰ ৰাইজ দল বান্ধি খেৰ কাটিবলৈ গ'ল; নাও, গৰু-ম'হৰ গাড়ীৰে কঢ়িয়াই আনি নামঘৰৰ আগ খেৰেৰে দ'মাই পেলালেহি; ডেৰবেগেত ডাঠ ছাৱনিৰে নামঘৰৰ ছাল হ'ল। মণিকূটৰ পৰা আৰম্ভ কৰি দুৱাৰমুখৰ শিলচটালৈকে এই প্ৰায় পাঁচকুৰিহাত দীঘল নামঘৰটো গাঁৱৰ বোৱাৰীহঁতে সদায় পুৱা চিকুণকৈ মচে। দিনদুপৰীয়া এই বিৰাট বিৰাট খুটা দুশাৰীৰ মাজত অকলে থিয় হ'লে গাটো জম্-জমাই আহে।

বহুত গাঁৱত আজিকালি নামঘৰৰ খুটাৰ কাৰণে হাবিলৈ যাব নেলাগে; খেৰৰ কাৰণে দূৰৰ পথাৰলৈ যাব নেলাগে। দল বান্ধি এদিন পুৱা সেই অঞ্চলৰ এম. এল. এ.জনৰ ঘৰলৈ যাব লাগে; টিনপাত আৰু চিমেণ্টৰ কাৰণে গাঁৱৰ মুখিয়াল দুজনমান এবাৰ শ্বিলঙলৈ যাব লাগে। আজিকালি ঘৰমূৰি তোলা বৰঙণিৰ ওপৰতে ভৰসা কৰি থাকিব নালাগে, নামঘৰটো (ঘৰটো) ঠিক কৰি ল'বলৈ চৰকাৰৰ পৰা লেখত ল'বলগীয়া পৰিমাণৰ অৰ্থ সাহায্য হিচাপে পোৱা যায়। ফলস্বৰূপে মাজত লোহাৰ চিক দিয়া পকা খুটাৰ, টিনৰ ছালৰ নামঘৰ দেখিবলৈ পোৱাৰ কথা আগতে উল্লেখ কৰিছোঁ।

দ্ৰুতভাৱে পৰিৱৰ্তন হোৱা সময়লৈ লক্ষ্য কৰি নামঘৰৰ এই পৰিৱৰ্তন বাঞ্ছনীয় বুলিয়েই ক'ব লাগিব। এতিয়া আৰু দূৰৈৰ হাবিত গছকাটি খুটা উলিয়াবলৈ মানুহৰ চাগৈ সময়-সুবিধা নাই। আগত পদ্ধতিত নামঘৰ সাজিবলৈ, বা পুৰণি ঘৰটোৰে সংস্কাৰ কৰিবলৈ মানুহ মূৰি বহুত বেছি পৰিশ্ৰমৰ প্ৰয়োজন হয়। হাবিত চাগৈ ফৰেষ্ট ডিপাৰ্টমেণ্টে নম্বৰ কাটি নোথোৱা বিৰাট বিৰাট সোণাৰু গছো নাই, 'আবাদ' নকৰা আহল-বহল খেৰণিও নাই। কম পৰিশ্ৰমত যদি সোণাৰু খুটাৰ সমানে দিন যোৱাৰ (বা বেছিদিন যোৱা) পকা খুটাৰ ব্যৱস্থা হয়, দুবছৰৰ মূৰে মূৰে চাই থাকিব লগাকৈ যদি টিনপাতৰ ছালৰ ব্যৱস্থা হয়, তেনেহ'লে ভালহে। এইবোৰ উন্নত, বৈজ্ঞানিক যুগৰ সুবিধা, পাৰিলেই গ্ৰহণ কৰিব লাগে। নামঘৰ প্ৰথমে প্ৰৱৰ্তন কৰাৰ সময়ত টিনপাত, চিমেণ্ট, ইটা, লোহা, উপযুক্ত কাৰিকৰ আদি সহজলভ্য হোৱাহেঁতেন, তেতিয়াৰ দিনতে হয়তো নামঘৰবোৰৰ গঠন বেলেগ হ'লহেঁতেন। বিলাতৰ তিনিশ বছৰৰ আগৰ গীৰ্জা একোটাৰ বেৰত পৰা এতিয়াও হেনো সৰু-সুৱা মেচিন গানৰ গুলি উফৰি আহে; মজিয়াত মুখ

চাব পাৰি। সময়ৰ লগে লগে তেনেকুৱা দুৰ্গসদৃশ গীৰ্জাঘৰৰ পৰিৱৰ্তে আধুনিক কাৰুশিল্প সম্বলিত পাতল বেৰৰ গীৰ্জা সজা হৈছে আৰু বৈজ্ঞানিক দৃষ্টিভংগীৰে প্ৰয়োজনীয়তাৰ প্ৰতি লক্ষ্য ৰখা হৈছে; যেন, এতিয়া সজা গীৰ্জাৰ দুৱাৰ-খিৰিকী আহল-বহল, সংখ্যাও সৰহ মুঠতে ঘৰ-দুৱাৰ ক্ষেত্ৰত নামঘৰো সলনি হৈছে, গীৰ্জাৰো হৈছে আমি কিন্তু নীতি বা আদৰ্শৰ ফালৰ পৰা নামঘৰৰ লগত গীৰ্জাক তুলনা কৰা নাই; কেৱল ঘৰবোৰৰ কথাহে কৈছোঁ।

আৰু এটা কথা; নামঘৰৰ প্ৰৱৰ্তন কৰাৰ সময়ত অসমত ইটা-চিমেণ্ট লগোৱা ব্যয়সাধ্য মন্দিৰ-দেৱালয়ো সজা হৈছিল; কিন্তু সেইবোৰৰ বেছিভাগেই ৰাজকীয় পৃষ্ঠপোষক, তাত মাত্ৰ ঠায়ে ঠায়ে সজা হৈছিল. নামঘৰ প্ৰৱৰ্তকসকলে নিশ্চয় সমাজৰ সকলো তৰফৰ মানুহে, সকলো ঠাইতে, সহজে ঢুকি পোৱা দূৰত্বলৈ নামঘৰবোৰ চপাই অনাৰ বাঞ্ছা কৰিছিল; সেই কাৰণেই নামঘৰ ইটাৰে সজা এটা বা দুটা মঠ-মন্দিৰ নহয়, প্ৰয়োজন অনুসাৰে ইয়াৰ সংখ্যা এতিয়া ইটা-চিমেণ্ট-লোহা-চৰকাৰ আদি সকলোৰে ঢুকি পোৱা দূৰত্বলৈ ওচৰ চাপি আহিছে; গতিকেই নামঘৰেও ৰূপ সলাইছে।

কিন্তু ঘৰটোৰ গঠন প্ৰণালীৰ বাহিৰে নামঘৰৰ মূল নীতি, আদৰ্শ আদিয়ে সময়ৰ লগে লগে খোজ মিলাইছে নে নাই, সেইটো এবাৰ বিচাৰ কৰি চাব লাগে। মূল নীতি আৰু আদৰ্শকেইটাৰ ঠাইত নতুন নীতি আৰু আদৰ্শকেইটাৰ প্ৰৱৰ্তন কৰাৰ কথা আমি কোৱা নাই; আমি কৈছোঁ সেইবোৰ নীতি আৰু আদৰ্শই সময়ৰ লগে লগে যি নতুন ৰূপ লৈছে, সেই ৰূপক আধাৰ কৰি ল'ব পৰাকৈ নামঘৰে ৰূপ সলাইছে নে নাই, সেইটো চাব লাগে। কণী থোৱা বাচন (খাং) আৰু হাঁহ পোৱালী থোৱা গৰাল একে বস্তু নহয়; আমি এইটো কথা কৈছোঁ।

উদাহৰণস্বৰূপে, সমাজ সংগঠনৰ কথাকে ধৰোঁ। এসময়ত সমাজত মাত-কথা এষাৰৰ মানুহ বুলিয়েই ডা-ডাঙৰীয়া, বুঢ়া-মেথা, গাঁওবুঢ়া, লাইখুটাৰ গুৰিত বহিবলৈ পোৱা আদি বয়সীয়া অন্ততঃ দুকুৰি বছৰৰ ওপৰ বয়সৰ মানুহৰ কথা বুজাইছিল। বয়স-উপাৰ্জিত, অভিজ্ঞতামূলক জ্ঞানৰ ওপৰত সাধাৰণ ৰাইজে ভৰসা কৰিব লাগিছিল। এতিয়া এখন সমাজ সংগঠন কৰি ল'ব পৰা সুস্থ নেতৃত্বৰ কাৰণে কেৱল দুকুৰি বছৰে অনা অভিজ্ঞতালৈ বাট চাই থাকিব নেলাগে; জ্ঞান, অভিজ্ঞতা উপাৰ্জনৰ বহুত বাট এতিয়া সকলোৰে কাৰণে মুকলি। এতিয়া আমাৰ প্ৰত্যেক গাঁৱৰে ৰাইজে গাঁওখনৰ প্ৰকৃত উন্নতিৰ কাৰণে একুৰি-ডেৰকুৰি বছৰীয়া ডেকাহঁতৰ মুখলৈ চাব লাগে। নেতৃস্থানীয় অৱস্থা এটালৈ উঠাৰ সুবিধা কৰি ল'ব নোৱাৰিলে দৈনন্দিন জীৱনৰ সাধাৰণ উন্নয়নমূলক কামৰ কাৰণে আমাৰ দেশত দুকুৰি বছৰৰ পিচত মানুহ সেমেকি যায়। কিন্তু এই প্ৰকৃত কৰ্মী, কম বয়সীয়া ডেকাসকলৰ লগত গাঁৱৰ নামঘৰটোৰ সম্পৰ্ক কিমান গভীৰ?

তেওঁলোকে সৰু-সুৰা আলোচনাৰ কাৰণে গধূলি নামঘৰৰ জৰিয়তে বহেগৈনে?

প্ৰায়েই নবহে। অসুবিধা আছে। চহৰত কাম কৰা, পঢ়া, সুস্থ, ৰুচিসম্মত আদৰ্শেৰে মনটো গঢ়ি লোৱা এই ডেকাসকল সৎ উদ্দেশ্য একোটা লৈয়ে নামঘৰৰ মজিয়াত খাপ নাখায়। নামঘৰলৈ যাবলৈ গা ধুব লাগে, চুৰিয়া পিন্ধিবই লাগে, জোতা-চেণ্ডেল খুলি থ'ব লাগে! তাৰ উপৰিও অভিযোগ কৰা হয়, নামঘৰত গধূলি-গধূলি বুঢ়াসকল গোট খায়; তেওঁলোকে নাম ধৰে; মাহ-প্ৰসাদখিনি আগত লৈ কেৱল কাৰ ঘৰত কি হ'ল সেইসোপা বখলিয়াই আৰু কথাই-কথাই কাজিয়া কৰে। গতিকেই কম বয়সীয়া ডেকাহঁতৰ নামঘৰৰ লগত সম্পৰ্ক কমি যায়। নামঘৰৰ লগত তেওঁলোকৰ পূৰ্ণ সহযোগিতা চলে কেৱল ভাওনাৰ সময়ত; যদি ভাগত কিবা ভাও পৰিল তেতিয়া; আৰু যদি নপৰিল তেতিয়া দৰ্শক হিচাপে ভাওনাৰ ৰাতি।

কিন্তু ডেকাহঁতো পুৰা-গধূলি একেলগ হ'বলৈ এডোখৰ ঠাই লাগে! এইবিষয়ে কথা-বতৰা চলে; ফলস্বৰূপে, নামঘৰৰ ওচৰতে এটা সৰু ঘৰ সজা হয়; কেইদিনমানৰ পিচতেঘৰটোৰ সম্মুখত পূৰ্বজ্যোতি সংঘ, জেউতি চ'ৰা, উদয় পুথিভঁৰাল,—এনেকুৱা এটা নামৰ চাইনব'ৰ্ড ওলমে। সেই ঘৰটোলৈ বাতৰিকাকত, আলমাৰী, কিতাপ, কেৰেমবৰ্ড আদি ডেকা সমাজৰ কাৰণে অত্যন্ত লাগতিয়াল, আধুনিক জীৱনৰ কাৰণে 'নিতান্ত নহ'লে নহয়' বুলি সকলোৰে স্বীকাৰ কৰা সামগ্ৰীবোৰ এপদ-এপদকৈ আহে; পিচত এদিন ঘৰত মেণ্টল লাইট জ্বলে। আৰু ওচৰৰ নামঘৰটোত প্ৰচলিত প্ৰথা অনুযায়ী পাচি-খৰাহী-কলাপাত-কলপটুৱা সোমায় আৰু ওলায়!

এইবোৰ অৱস্থা আৰু অভিযোগৰ প্ৰত্যক্ষ অভিজ্ঞতাৰ কাৰণে হাবাথুৰি খাই ফুৰিব নেলাগে; নামঘৰবোৰৰ আশে-পাশে সাক্ষীবোৰ পিয়ঁপি দি ফুৰিছে। আৰু ক্লাবঘৰ, সংঘ, পুথিভৰাল, বিয়লি চ'ৰাবোৰত মূৰ তুলি আছেই!

ফঁহিয়াই চালে দেখা যাব যে একোখন গাঁৱৰ উন্নয়নৰ ক্ষেত্ৰত এই ডেকাহঁতৰ সংঘবোৰৰ অৱদান লেখত ল'বলগীয়া। এতিয়া কথা হ'ল, ডেকাহঁতে যিটো আদৰ্শত নামঘৰৰ পৰা অলপ আঁতৰতে এটা ক্লাবঘৰ খুলিলে, নামঘৰৰ মূৰ আদৰ্শবোৰৰ ভিতৰত সেইটো আদৰ্শ নাছিল? যদি আছিলেই, তেনেহ'লে বেলেগ আকৌ ক্লাব এটা খুলি শক্তি, সংহতি খৰচ কৰিবলৈ কিহে উদগালে?

আমাৰ বোধেৰে উদগালে আমাৰ এটা আঁকোৰগোজ মনোভাবে। এই আঁকোৰগোজ মনোভাবটো ফঁহিয়াই চালে ধৰা পৰিব যে প্ৰৱৰ্তকসকলৰ আদৰ্শ আৰু উদ্দেশ্য ব্যাখ্যা কৰোঁতে আমি ভুল কৰিছোঁ। নামঘৰৰ শুচিতা আৰু পৱিত্ৰতাৰ নামত আমি এনেকুৱা কেইটামান কথাৰ অৱতাৰণা কৰোঁ, যিকেইটা ডেকাহঁতে নামানে; যিকেইটা কথা ক্লাবত

নহ'লেও হয় বুলি আমাৰ ধাৰণা। কিন্তু এইটো সঁচা কথানে? নামঘৰৰ যি পৱিত্ৰতা, এটা পুথিঘৰ বা সংঘৰ ঘৰৰো সেই পৱিত্ৰতা, হ'ব নেলাগেনে? ডেকা ল'ৰা বা গাভৰু ছোৱালী এজনীয়ে গা ধোৱা কথাটো তেওঁ নামঘৰলৈ যাব নে সংঘৰ ঘৰলৈ যাব সেইটোৱেই নিৰ্ণয় কৰে নে? অমাৰ্জিত আচাৰ-ব্যৱহাৰ, কথা-বতৰা নামঘৰত বৰ্জনীয়, পুথিভঁৰালত চলে, এনেকুৱা এযাৰ কথা হ'ব পাৰেনে?

মুঠতে আমাৰ কথা হ'ল কিছুমান অবৈজ্ঞানিক দৃষ্টিভংগীৰ বিধি-নিষেধৰ কাৰণেই আমাৰ গাঁওখনৰ এটা শক্তিশালী অংশ নামঘৰৰ নিচিনা এটা বিৰাট অনুষ্ঠানৰ পৰা বাদ পৰি থকাটো বাঞ্ছনীয় নহয়। বেলি ভাটি দিলে, কঁকাল হালিলে, হৰিত মতি হ'লে এই ডেকাহঁতে সুৰসুৰকৈ নামঘৰত সোমাবহি বুলি যদি কোনোবাই ভাবি আছে, তেনেহ'লে সেইটো মাৰাত্মক ভুল চিন্তা। চিন্তাশীল ডেকাই কমিউনিজিম্ চৰ্চা কৰিলে, বয়োবৃদ্ধ পাতল জ্ঞানৰ কংগ্ৰেছী মানুহে এনেকুৱা কথা কয়; ভাবে, 'এতিয়া গাত কথা পৰা নাই কাৰণে কমিউনিষ্ট হৈছে; বিয়া-বাৰু কৰা, এপাল ল'ৰা-ছোৱালী হওক; খুউৱা-পিন্ধোৱাৰ ঠেলাত আপুনিয়ে সুৰসুৰকৈ কংগ্ৰেছী হবিহি।'

আমাক লাগে নামঘৰৰ দৰে সুন্দৰ অনুষ্ঠান এটা ল'ৰাৰ পৰা বুঢ়ালৈকে সকলোৰে শক্তি সমানে ব্যৱহাৰ কৰি আৰু সুন্দৰ হৈ উঠক। ক্লাব, সংঘ আদিয়ে মূৰ ডাঙি উঠক আমাৰ অকণো আপত্তি নাই; কিন্তু এশহাত দীঘল ষাঠি হাত পুতলৰ প্ৰকাণ্ড ঘৰ এটাৰ অৱদান ইমান কম হ'ব কিয়? বিশেষকৈ যেতিয়া এইঘৰৰ পিচত চৰকাৰে টকা খৰচ কৰিবলৈ লৈছে, এই ঘৰৰ মূলত অতুলনীয় আদৰ্শ আছে, তেতিয়া এই ঘৰৰ বহুত সম্ভাৱনাও আছে। অসমৰ যিকোনো এখন চহৰত এশহাত দীঘল ষাঠি হাত পুতলাৰ পকাখুটাৰ, টিনৰ ছালৰ ৰাজহুৱা ঘৰ এটা সজাৰ চেষ্টা কৰক, আপোনালোকৰ নাকনি-কাণনি হ'ব। তেনেস্থলত নিৰ্মাণ হৈ যোৱা নামঘৰবোৰক কেৱল সংস্কাৰৰ ঢাকনিত শেতা পৰি থাকিবলৈ দিব পাৰিনে? চৰকাৰে গাঁৱে-ভূঁয়ে ৰেডিঅ' বিলাইছে; ৰেডিঅ'টো ক'ত থৈ ৰাইজে শুনিব তাৰ কাৰণে ঠাই বিচাৰি ফুৰিব লাগে। আমাৰ চিন্তা হ'ল, নামঘৰৰ এই বিৰাট ঘৰটোৰ এটা চুক ৰেডিঅ' শুনাৰ কাৰণে ব্যৱহাৰ কৰিব পাৰিনে নোৱাৰি? ৰেডিঅ'টোৰ এনেকুৱা মাত-কথা ওলাবনে যে যিবোৰ প্ৰৱৰ্তকসকলৰ মতে অমাৰ্জিত, নীতি বিগৰ্হিত বা আদৰ্শ বিৰুদ্ধ?

নামঘৰত একালত মেল বহিছিল, সেই মেলত বিচাৰ হৈছিল। আজিকালি গাঁৱে-ভূঞে পঞ্চায়ত হৈছে; এই পঞ্চায়ত অফিচ ঘৰ সজা হৈছে; যদি সেই একেখন গাঁৱতে নামঘৰকো নিৰ্মাণ সাহায্য দিয়া হৈছে তেনেহ'লে এই দুটা চখৰ একেলগে কৰিব নোৱাৰি নে?

মুঠতে মূল আদৰ্শ অকণো আঘাত নকৰাকৈ, বৰঞ্চ উন্নত যুগত আদৰ্শবোৰৰ উন্নত ৰূপ গ্ৰহণ কৰি নামঘৰবোৰক বেছি কৃতকাৰ্যতাৰে ব্যৱহাৰ কৰাৰ বিষয়ে চিন্তা কৰাটো ভাল কথা হ'ব। আমি উল্লেখ কৰাবোৰ আমাৰ চিন্তাধাৰাৰ নমুনাহে, নামঘৰৰ মজিয়াত উদ্ভট্টালি কৰিবলৈ ওলাইছোঁ বা নামঘৰৰ পবিত্ৰতা নষ্ট কৰিবলৈ ওলাইছোঁ বুলি কোনো শংকিত হ'ব নেলাগে। কিন্তু এইটো ঠিক যে কেৱল মাহ-প্ৰসাদ খাবলৈ নামঘৰলৈ আমিও নাযাওঁ। বিজ্ঞানে চিমেণ্ট, লোহা আমাৰ ওচৰ চপাই দিছে, চৰকাৰে সহায় কৰিছে কাৰণে আমি সোণাৰু খুটাৰ ঠাই পকা-খুটাক এৰি দিছোঁ। সদায় পানীৰে মচা সেমেকা মজিয়াৰ কাৰণে নামঘৰবোৰ অস্বাস্থ্যকৰ বুলি প্ৰমাণ কৰি যদি কোনোবাই পকা মজিয়াৰ ব্যৱস্থাও কৰে, আমি ভাল পাম। কিন্তু এটা কথা সঁচা যে নতুন দৃষ্টিভংগী, আদৰ্শৰ নতুন ৰূপ চিমেণ্ট, লোহাৰ নিচিনাকৈ চাপি নাহে; এইবোৰ আমি বিচাৰিব লাগিব। আমি যত্ন ৰাখিব লাগিব যে নামঘৰ কেৱল প্ৰাৰ্থনাৰ ঠাই নহয়; হোৱা হ'লে আমি নামঘৰবোৰক গীৰ্জাৰ লগত তুলনা কৰিলোহেঁতেন, অইন মন্দিৰৰ লগত তুলনা কৰিলোঁহেঁতেন। কিন্তু আমি নিজেই নামঘৰৰ আদৰ্শক লৈ গৰ্ব কৰোঁ। গৰ্ব যদি কৰোঁৱেই তেনেহ'লে এই আদৰ্শৰ নতুন ৰূপ আকোঁৱালি ল'ব পৰাকৈ নামঘৰক নতুন ৰূপ দি ভালকৈ গৰ্ব নকৰোঁ কিয়?

# ০৯. অসম সাহিত্য সভা

অসমীয়া ভাষা, সাহিত্য, সংস্কৃতিৰ স্বাৰ্থ ৰক্ষা, বিকাশ-উন্নতি আদিৰ হকে কাম কৰা অনুষ্ঠান হিচাপে অসম সাহিত্য সভাই আমাৰ প্ৰদেশখনত সৰ্বজনস্বীকৃত নেতৃত্ব বহন কৰি আহিছে। অসমৰ গাঁৱে-ভূঞে, নগৰে-চহৰে অলেখ সাংস্কৃতিক অনুষ্ঠানে ভাষা-সাহিত্যৰ উন্নতিৰ কল্পে চেষ্টা-চৰ্চা চলাই আছে; কিন্তু যেতিয়াই এটা বৃহত্তৰ সামূহিক স্বাৰ্থজড়িত সমস্যা সন্মুখত উপস্থিত হয়, তেতিয়াই এই সৰু-ডাঙৰ সকলো অনুষ্ঠানে সাহিত্য সভাৰ আহ্বানৰ সঁহাৰি দি একগোট হৈ থিয় হয়। এইটো বৰ ভাল কথা। কিন্তু জনসাধাৰণৰ লগত সাহিত্য সভাখনৰ সম্পৰ্কৰ ৰূপ দেখা পাবৰ কাৰণে, সন্মুখত এটা সমস্যা উপস্থিত হোৱালৈ বাট চাই থাকিব লাগিব বুলি ক'লে দুখৰ কথা হ'ব। সামূহিক সংকটৰ ৰূপেই এনেকুৱা যে জনসাধাৰণৰ সুস্থ নেতৃত্বৰ আহ্বানৰ সঁহাৰি দিবলৈ উন্মুখ হৈ ৰৈ থাকে। সংকট কালৰ একতাত আন্তৰিকতাতকৈ প্ৰয়োজনৰ দাবীয়ে বেছি ক্ৰিয়া কৰে। (এই সন্দৰ্ভত যোৱা ডেৰবছৰত ভাৰতীয় জনসাধাৰণৰ দৃষ্টিভংগী

লক্ষণীয়; সীমান্তত চীনৰ সৈন্যৰ গতি-বিধিয়ে আমাৰ দাক্ষিণ্য, দেশপ্ৰেম, একতা আদি নিয়ন্ত্ৰণ কৰি আছে। চীনা সৈন্যই চোঁচা মাৰি খেদি আহিলেই এই মুহূৰ্ততে আমাৰ দেশপ্ৰেম, একতা আদিৰ ৰূপ সলনি হৈ যাব।)

আৰু এটা কথা, ৰাজনৈতিক সংকটে ৰাজনৈতিক দলক অগ্নি পৰীক্ষাৰ সম্মুখীন কৰে; একোটা সংকটেই একোটা দলৰ শক্তি গাঁঠনি আদি দৃঢ় কৰে, বা শিথিল কৰে। এইফালৰ পৰা চাবলৈ গ'লে অসম সাহিত্য সভাৰ অৱস্থা সুকীয়া। ভাষা, সাহিত্য, সংস্কৃতিৰ নিচিনা আমাৰ একান্ত প্ৰিয় সম্পত্তিক মূলধন কৰি লোৱা এইটো এনে এটা অনুষ্ঠান যে একোটা সংকটৰ অগ্নি পৰীক্ষাত উত্তীৰ্ণ হৈ হৈ নিজকে শক্তিশালী বুলি প্ৰতিপন্ন কৰাৰ কোনো প্ৰয়োজন থকা উচিত নহয়; সকলো সময়তে সকলোৱে এই অনুষ্ঠানৰ শক্তি অনুভৱ কৰা উচিত।

এইখিনি কথা মনত ৰাখি আমি এটা কথালৈ আঙুলিয়াই দিব খুজিছোঁ।

বৰ্তমান অসমীয়া সাহিত্যৰ ভেটিটো কোনে পাতি দিলে, সেইটো আমি সকলোৱে জানো। বহুতদিনৰ আগৰ কথালৈ বাৰু নগ'লোঁৱেই; বৰ্তমান শতিকাৰ সকলো মৃত আৰু জীৱিত প্ৰবীণ সাহিত্যিকক তেখেতসকলৰ অৱদানৰ কাৰণে আমি অত্যন্ত শ্ৰদ্ধা আৰু কৃতজ্ঞতাৰে সোঁৱৰো আৰু ভৱিষ্যতলৈ বুৰঞ্জীয়েও সুঁৱৰিব।

বৰ্তমান সময়ৰ লগত খোজ মিলাই অসমীয়া সাহিত্যই নতুন ৰূপ ল'ব খুজিছে। সাহিত্যৰ এই নতুন ৰূপক সময়ে সময়ে চালি-জাৰি চাই জনসাধাৰণে আদৰ-অভ্যৰ্থনা জনাইছে। এইটো ভাল কথা। কিন্তু এইটো কথা অনস্বীকাৰ্য যে সাহিত্যক এই নতুন ৰূপত প্ৰতিষ্ঠা কৰিবলৈ ব্ৰতী হোৱাসকলৰ সৰহভাগেই নবীন; সাধাৰণতে এখেতসকলক 'ডেকাচাম' বুলি কোৱা হয়। বৰ্তমান সময়ত অসমীয়া সাহিত্যৰ ভঁৰাললৈ সৃষ্টিমূলক বৰঙণি উল্লেখযোগ্য প্ৰায় সকলোখিনিয়েই এই ডেকাচামৰ পৰাই আহিছে বুলিলেও অত্যুক্তি কৰা নহয়। আন ধৰণে ক'বলৈ গ'লে বৰ্তমান অসমীয়া সাহিত্য সৃষ্টিৰ নেতৃত্ব ডেকাচামে বহন কৰিছে।

আৰু এই চামটোৰ লগত অসম সাহিত্য সভাৰ সম্পৰ্ক কেনে, সেই কথাটো এবাৰ বিচাৰ কৰিব চাব লাগে।

আমি জনাত, কেৱল বয়স বুজাবলৈহে ডেকাচাম শব্দটো ব্যৱহাৰ কৰা হয়, কিন্তু এই শব্দ দুটা ব্যৱহাৰ কৰিলেই যে ডেকাচামক আন এটা চাম,—যেনে বুঢ়াচামৰ পৰা আঁতৰাই অনা হয়, তেনেকুৱা একো কথা নাই। কিন্তু সাধাৰণতে এটা উপলব্ধি হয়,—অসম সাহিত্য সভাৰ লগত প্ৰবীণ সাহিত্যিকসকলৰ সম্বন্ধ যিমান ঘনিষ্ঠ, ডেকাসকল যেন সিমান ঘনিষ্ঠ নহয়। এখেসকলৰ লগত সাহিত্য সভাৰ বান্ধোনটো অলপত ঢিলা। এনেকুৱা লাগে যেন প্ৰবীণ সাহিত্যিকসকলে 'আধুনিক কবিতাক যি চকুৰে চায়,

ডেকাচামৰ সাহিত্যিকেও অসম সাহিত্য সভাক সেই চকুৰে চায়!' দুয়ো দলে যেন দুয়োটা বস্তুক উচ্চপ্ৰশংসা কৰি চিঞৰ-বাখৰো নকৰে, নাইবা পোনপটীয়াকৈ অনাদৰো নকৰে।

কিন্তু আমি আগতে আশা প্ৰকাশ কৰি আহিছোঁ যে অসম সাহিত্য সভা সকলো সময়তে, সকলোৰে অতি আপোন অনুষ্ঠান হৈ থকা উচিত। আমি উপলব্ধি কৰা মতে এই অনুষ্ঠানোটৰ লগত যদি ডেকাচামৰ বান্ধোন ঢিলা হোৱা কথা সঁচা, তেনেহ'লে ই নিশ্চয় অশুভ কথা। সাহিত্য সভাৰ পৰা ডেকাচাম সাহিত্যিক আলেঙে -আলেঙে ফুৰাৰ কিবা কাৰণ আছে যদি অমি নেজানো, যদি আছে সেই কাৰণ দূৰ কৰিবলৈ এতিয়াই নবীন-প্ৰবীণ সকলোৱে হাতে কামে চেষ্টা কৰিব লাগি। এটা অভিযোগ অৱশ্যে আমাৰ কাণত পৰে; সাহিত্য সভাৰ বছৰেকীয়া অধিবেশনবোৰ আৰু বছৰজুৰি চলা সভাৰ কাৰ্যসূচী ডেকাচামৰ কাৰণে যথেষ্ট আকৰ্ষণীয় নহয়। এইবোৰ কথা যদি সঁচা, তেনেহ'লে আমাৰ বোধেৰে এইটো সহজে আঁতৰাব পৰা কাৰণ। বৰ্তমানে দেশত যিধৰণৰ সাহিত্যৰ সৃষ্টি হৈছে, যিসকল লিখকে এই সাহিত্য সৃষ্টি কৰিছে, সেইধৰণৰ সাহিত্যক কেন্দ্ৰ কৰি সেই সাহিত্যিকসকলকে সাহিত্য সভাৰ বছৰেকীয়া অধিবেশনৰ চোতালত বহুৱাই আলোচনা কৰোৱাব নোৱাৰেনে? সভাৰ বছৰজুৰি চলা কাৰ্যসূচীৰ মাজলৈ ডেকাচামৰ যোগ্য লোকক টানি আনিব নোৱাৰিনে?

ব'হাগ মাহত ডিগবইত সাহিত্য সভাৰ বছৰেকীয়া অধিবেশন বহিব (১৯৬৪)। সাহিত্য সভা প্ৰবীণসকলৰ সভা বোলা যি অমূলক ধাৰণা এটা কাৰোবাৰ আছে, এই অধিবেশনেই সেই ধাৰণটো আঁতৰাব বুলি আমি আশা কৰিছোঁ।

## ০.১ 'এই বন্দৰৰ আবেলি' সংকলনৰ বেটুপাতৰ চতুৰ্থ পৃষ্ঠাৰ পৰা

সভ্যতা, সংস্কৃতি, বীৰত্বৰ স্বাক্ষৰ বহন কৰা এক
প্ৰখ্যাত মহানগৰ। সুউচ্চ অট্টালিকা, প্ৰশস্ত
ৰাজপথ, সংকীৰ্ণ গলি, অগণন যান-বাহন, অসংখ্য
মানুহ। একোসময়ত যেন মহানগৰখনৰ বুকুত
প্ৰচণ্ড শক্তিমান সূৰ্যৰ উদয় হয়, একোসময়ত যেন
তাৰ বুকুলৈ তৰাবোৰ শীতল হৈ নামি আহে
ডুব যাবলৈ। একোসময়ত তাৰ বিশাল
জনসমুদ্ৰত একোজন মানুহৰ কোনো অস্তিত্বই
নোহোৱা যেন লাগে, কিন্তু অইন এটা সময়ত
এনেকুৱা লাগে যেন সেইজন মানুহৰ অস্তিত্বইহে
সমগ্ৰ মহানগৰখনৰ অস্তিত্ব প্ৰতিপন্ন কৰিছে;
তেৱেঁই যেন মহানগৰখনৰ প্ৰতিভু, নাইবা মহানগৰখনেই
তেওঁৰ প্ৰতিনিধি! শেষত এনেকুৱা লাগে
যেন এই জনস্ৰোতৰ প্ৰতিটো প্ৰাণী, এই অগণন
অট্টালিকাৰ প্ৰতিটো কোঠালিত সোমাই থকা
প্ৰতিটো জীৱ সভ্যতা, সংস্কৃতি, বীৰত্বৰ এক সুদীৰ্ঘ
ইতিহাসৰ একো-একোজন নায়ক। কোনোবা
পৰাজিত, বেছিভাগেই জয়-পৰাজয়ৰ ভু নৰখা
নিঃসংগ মানুহ।

## ০২. চিনেমাৰ অভিনেত্ৰী বিচৰা বিজ্ঞাপন

**'অন্তৰীপ' উপন্যাসৰ 'মেনকা'**

'প্ৰান্তিক' আলোচনীত প্ৰকাশিত 'অন্তৰীপ' নামৰ উপন্যাসখন পঢ়া ৰসগ্ৰাহী পাঠক-পাঠিকালৈ এটি অনুৰোধ ঃ উপন্যাসখনৰ প্ৰথমাৰ্ধৰ মূল চৰিত্ৰ 'মেনকাৰ'ৰ চেহেৰা,

ব্যক্তিত্ব, খোজ-কাটল, দৃষ্টি আদি সম্পৰ্কে বহু পাঠক-পাঠিকাৰে হয়তো একোটা ধাৰণা হৈছিল। সেই ধাৰণাৰ লগত খাপ খোৱা, আৰু চলচিত্ৰত সেই চৰিত্ৰটোৰ অভিনয় কৰিব পৰা মহিলা কোনোবা পাঠক-পাঠিকাৰ চকুত পৰিছেনে? যদি পৰিছে, তেনেহ'লে তেখেতসকলক তলৰ ঠিকনালৈ খবৰ এটা দিবলৈ অনুৰোধ কৰিলোঁ। মহিলাগৰাকীয়ে আগতে অভিনয় কৰা-নকৰাটো ডাঙৰ কথা নহয়, কিন্তু তেখেতৰ অভিনয় কৰাৰ মন, আগ্ৰহ আৰু সাহস থাকিব লাগিব। তেখেতৰ অনুমতি লৈ দুখন ফটো (ঘৰুৱা, অসমীয়া সাজত; এখনত কেৱল মুখখন, ইখনত থিয় হৈ থকা গোটেই মানুহগৰাকী) আৰু সম্পূৰ্ণ নাম-ঠিকনা ৩১ অক্টোবৰৰ আগতে পোৱাকৈ পঠিয়ালে উপকৃত হ'ম। মহিলাগৰাকী কিমান ওখ, সেইটোৰ যেন উল্লেখ থাকে। ইচ্ছুক আৰু উপযুক্ত বুলি ভবা মহিলাই নিজেও খবৰখিনি পঠিয়াব পাৰে। এই খবৰবোৰ সম্পূৰ্ণ গোপনে ৰখা হ'ব। অপ্ৰয়োজনীয় ফটোবোৰ ওভোতাই পঠিউৱা হ'ব। এটা গুৰুত্বপূৰ্ণ কামত সহৃদয় পাঠক-পাঠিকাৰ সহযোগিতা কামনা কৰিলোঁ।

## ০৩. 'সঁফুৰা'ৰ ঘোষণাৰ বিজ্ঞাপন

### আমাৰ কিশোৰ-কিশোৰীহঁত

আকাশত বোলে ২০০০০০০০০০০০ টা তৰা আছে। আমাৰ বেলিটোও বোলে তাৰ মাজৰে এটা তৰা। ফুটবলটোৰ আগত মটৰ মাহৰ গুটিটো যিমানটো, বেলিটোৰ আগত আমাৰ পৃথিৱীখনো বোলে সিমানটো। এইখন পৃথিৱীত টেনজিং ২৯০০২ ফুট ওখ হিমালয় পৰ্বতৰ  টিঙত উঠে, কোনোবা আকৌ সাগৰৰ দুশ মিটাৰ দলৈ নামি যায়। (এহ্, এবাৰ ফুট, এবাৰ মিটাৰ, —এইটোনো আকৌ কি কথা!) নীল আৰ্মষ্ট্ৰঙে পৃথিৱীৰ পৰা একলাখ মাইল দূৰত আকাশৰ বুকুতে এঘুমটি শুই লয়, ইফালে আকৌ পাতলিপুত্ৰৰ ৰাজকাৰেঙত সাতখন তুলিৰ ওপৰত শুই থকা কোনোবা ৰজাৰ তিনিজনী লিগিৰীয়ে বিচি থাকিলেও টোপনি নাযায়। কিমান ধৰণৰ যে মানুহ! বিনোৱা ভাৱে নো কোন? লেনিন নো কোন? মিনিয়ে ভাৰত নাট্যম নাচে; সেইটোবা  কি নাচ? ইনকিলাব-জিন্দাবাদ মানে নো কি? হেমচন্দ্ৰ বৰুৱা আৰু ত্যাগবীৰ হেম বৰুৱা একেজন মানুহেই নে কি? ৱেষ্ট ইণ্ডিজৰ ক্ৰিকেট খেলুৱৈ কালিচৰণ আমাৰ কালীচৰণৰ কিবা হয়নে কি? বাটৰ কাষৰ লাইটৰ পোহৰত কিতাপ পঢ়ি পঢ়ি এটা দুখীয়া ল'ৰা বোলে শেষত এজন বৰ ডাঙৰ পণ্ডিত হ'লগৈ? ২০০০০ বছৰৰ আগতেই বোলে মানুহে তিনিৰঙীয়া ছবি আঁকিব পাৰিছিল?

তোমালোকৰ চাগৈ এনেকুৱা কিমান কথা জানিবলৈ মন যায়। কিন্তু কেনেকৈ জানিবা? কোনোবাই ক'লেহে জানিবা। পঢ়িলেহে জানিবা। পিছে ক'ব কোনে? পঢ়িবা ক'ত?

এইবোৰকে ভাবি-চিন্তি আমি তোমালোকৰ কাৰণে আৰু তোমালোকৰ অকণি-অকণি ভাইটি-ভনীটিহঁতৰ কাৰণে 'সঁফুৰা' নামৰ আলোচনী এখন, মানে ধৰি লোৱা কিতাপ এখন ছপাই উলিয়াম বুলি বহুদিনৰ আগতে কৈছিলোঁ, কিন্তু বহু কাৰণত তেতিয়া আমি কিতাপখন উলিয়াব নোৱাৰিলোঁ। এইবাৰ কিন্তু ব'হাগ বিহুৰ আগে আগে আমি কিতাপখন উলিয়ামেই আৰু তাৰ পিচত মাহে মাহে উলিয়াই থাকিম।

কিতাপখনত ছপাবলৈ তোমালোকেও কিবাকিবি লিখি আমালৈ পঠাব লাগিব। কেতিয়া কি লিখিব লাগিব, সেই কথা তোমালোকক সময়মতে জনাম। প্ৰথমতে বাৰু এটা কাম কৰা। তোমালোকৰতো বহুত কথা সুধিবৰ মন যায়! যি যি সুধিবৰ মন যায়, তাৰে কেইটামান কথা সুধি আমালৈ অতি সোনকালে এখন চিঠি লিখিবা। আমি কিছুমান ভাল প্ৰশ্ন বাছিম আৰু তাৰ উত্তৰ দিম।

## ০৪. স্বৰ্ণ জয়ন্তী সংখ্যা 'উদয়'ৰ সম্পাদকীয়

মোৰ মৰম, শ্ৰদ্ধা আৰু শুভেচ্ছা—

'নগাঁও চৰকাৰী বালক উচ্চতৰ মাধ্যমিক বিদ্যালয়'খন মোৰ আৰু মোৰ সমনীয়াহঁতৰ কাৰণে সদায় 'নগাঁও গৱৰ্ণমেণ্ট হাইস্কুল' আছিল। এতিয়াও সেই নামটোহে প্ৰথমতে জিভাৰ আগলৈ আহে; আৰু যিমানদূৰ বিশ্বাস,—আগলৈকো আহিয়েই থাকিব। সেইখন স্কুলত পঢ়ি থকা দিনখিনিত 'নগাঁও' আৰু 'হাই' শব্দ দুটা ব্যৱহাৰ কৰাৰো প্ৰয়োজন নাছিল। গৱৰ্নমেণ্ট স্কুল বুলিলেই স্কুলখনৰ পৰিচয় দিয়া হৈ গৈছিল। আমোদজনক কথাটো হ'ল,—এতিয়াও যদি জনকোলাহলৰ মাজত কোনোবা ফালৰ পৰা 'গৱৰ্নমেণ্ট স্কুল' শব্দ দুটা কাণত পৰেহি, তেনেহ'লে প্ৰথমতে কোনোবাই আমাৰ স্কুলখনৰ কথা কৈছে বুলিহে ভাব হয়।

সেইখন স্কুলৰ আলোচনী 'উদয়'ৰ প্ৰকাশৰ লগত জড়িত থকা লোকসকলে মোক আলোচনীখনৰ স্বৰ্ণ জয়ন্তী সংখ্যাটোৰ মুখ্য সম্পাদক হ'বলৈ অনুৰোধ কৰা বাবে মই তেখেতসকলকে মুখ্য কৰি স্কুলখনৰ সকলো শিক্ষক, শিক্ষয়িত্ৰী আৰু ছাত্ৰক ধন্যবাদ জনাইছোঁ। মুখ্য সম্পাদক হ'লে যিমান কাম কৰিব লাগে সিমান কাম কৰিব নোৱাৰিম বুলি জানিও, মই আলোচনীখন আৰু স্কুলখনৰ প্ৰতি থকা মৰম আৰু শ্ৰদ্ধাৰ কাৰণেই দায়িত্বটো গ্ৰহণ কৰিছিলোঁ; কিন্তু শেষত দেখা গ'ল, বিভিন্ন কামৰ জুমুৰিত আৰু সময়ৰ অভাৱত যিকণ কাম কৰিম বুলি ভাবিছিলোঁ, সেইকণো নিয়াৰিকৈ কৰিব

নোৱাৰিলোঁ। ইয়াৰ বাবে মোৰ ওপৰত অসন্তুষ্ট নহ'বলৈ মই স্কুলখনৰ শিক্ষক, শিক্ষয়িত্ৰী আৰু ছাত্ৰ, —সকলোকে অনুৰোধ কৰিলোঁ।

'উদয়'ৰ স্বৰ্ণ জয়ন্তী সংখ্যাটোৰ পৰিচালক কুঞ্জমোহন ভূঞাই মোক যিখিনি প্ৰবন্ধ-পাতি দিলে, সেইখিনি পঢ়োঁতে মই ঘাইকৈ তিনিটা কথা মনত ৰাখিছিলোঁ। প্ৰথম কথা, —এইখন এখন উচ্চতৰ মাধ্যমিক বিদ্যালয়ৰ আলোচনী ; দ্বিতীয় কথা, — এইখিনি আলোচনীখনৰ স্বৰ্ণ জয়ন্তী সংখ্যাটোৰ কাৰণে গোট খোৱা প্ৰবন্ধ; আৰু তৃতীয় কথা,—নামত মই মুখ্য সম্পাদক হ'লেও সম্পাদনাৰ কামৰ বাবে আৰু যোগ্য লোক আছে; গতিকে মোৰ বিচাৰেই শেষ বিচাৰ নহয়।

মই অসমীয়া ভাগটোৰ আটাইখিনি লেখা পঢ়িলোঁ আৰু মোৰ বিচাৰত যিখিনি ছপাব লাগে বুলি ভাবিলোঁ, সেইখিনি সম্পাদনা কৰিলোঁ। বাকীখিনি লেখাৰ বিষয়ে সিদ্ধান্ত ল'বলৈ মই ভূঞাক অনুৰোধ কৰিছোঁ। সেইখিনি লেখাৰ ক্ষেত্ৰত মোৰ মনলৈ অহা প্ৰশ্নবোৰ এনেকুৱা ঃ এইজন ছাত্ৰই কেৱল এখন কিতাপৰ পৰা কিছু কথা সংগ্ৰহ কৰি প্ৰবন্ধটো লিখিছে। এই কামটোলৈ তেওঁৰ নিজৰ বৰঙণি কিমান? এনেকৈতো আৰু বহু ছাত্ৰই কিছু লেখা লিখিব পাৰিলেহেঁতেন ! এইগৰাকী শিক্ষকৰ লেখাটো 'উদয়'ৰ ফালৰ পৰা চালে বেছি জটিল হোৱা নাইনে? নাইবা, আজিৰ দিনত এই লেখাটোত কিবা নতুনত্ব আছে নে? এইকথাখিনিকে বহুদিনৰে পৰা বহুজনে কৈ থকা নাইনে?

এই ধৰণে বিচাৰ কৰাৰ পাচত যিখিনি লেখা মোৰ হাতত সম্পাদনাৰ পৰা বাদ পৰিল, সেইখিনিৰ লেখকসকললৈ মোৰ অনুৰোধ, তেখেতসকলে যেন মোক বেয়া নাপায়।

অসমীয়া ভাষাৰ আখৰ-জোঁটনিৰ ক্ষেত্ৰত ভালেমান কথা বিচাৰ কৰিবলগীয়া আছে। বিভিন্ন লেখকে একোটা শব্দ বেলেগ-বেলেগ ৰূপত লিখে। সেই ৰূপবিলাকক ভুল বুলি ক'ব নোৱাৰি। কিন্তু এখন আলোচনীৰ বুকুত বিভিন্নজনে লিখিছে কাৰণেই একেটা শব্দৰে বেলেগ-বেলেগ ৰূপ গ্ৰহণ কৰাটো আলোচনীখনৰ কাৰণে মংগলজনক কথা নহয়। এই কথাটোলৈ নিশ্চয় সকলো কাকত, সকলো আলোচনীৰ সম্পাদনা-মহলে দৃষ্টি ৰাখে, আৰু নিজৰ কাকত বা আলোচনীখনৰ কাৰণে কিছুমান সূত্ৰ বা সিদ্ধান্ত নিৰ্ণয় কৰি লয়। ব্যক্তিগতভাৱে মই, যোৱা শতিকাৰ সত্তৰৰ দশকৰ আৰম্ভণিৰে পৰা, বিশ্ববিদ্যালয় স্তৰৰ বাবে অসমীয়া ভাষাত পাঠ্যপুথি প্ৰকাশ কৰাৰ দায়িত্বত থকা সময়ৰে পৰা, অসমীয়া ভাষাৰ আখৰ-জোঁটনি আৰু লিপ্যন্তৰ পদ্ধতি সম্পৰ্কে কিছুমান সিদ্ধান্তৰ প্ৰয়োজন অনুভৱ কৰিছিলো আৰু কেইবাগৰাকীও পণ্ডিতৰ অভিমত অনুসৰি এলানি সিদ্ধান্তৰ হাতপুথি এখন প্ৰকাশ কৰিছিলোঁ। সেই পাঠ্যপুথিসমূহৰ পৰা আৰম্ভ

কৰি 'প্ৰান্তিক' নামৰ পষেকীয়া আলোচনীখনলৈকে, আৰু মোৰ নিজৰ লিখা-মেলাতো মই সেই হাতপুথিখনৰ ('অসমীয়া ভাষাৰ আখৰ-জোঁটনি আৰু লিপ্যন্তৰ পদ্ধতি') সিদ্ধান্তসমূহকে প্ৰয়োগ কৰিবলৈ চেষ্টা কৰি আছোঁ। কিন্তু 'উদয়'ৰ সম্পাদকসকলে বা কেনেকুৱা সিদ্ধান্ত মানি চলি আহিছে। 'উদয়'ৰ বাবে মই যিখিনি লেখা সম্পাদনা কৰিলোঁ, সেইখিনিত মই যোৱা ত্ৰিছ বছৰতকৈও বেছি দিন মানি অহা সিদ্ধান্তকে প্ৰয়োগ কৰিলো। এইযে লিখিলো 'ত্ৰিশ' শব্দটো, এইটো 'ত্ৰিশ' বুলি নিলিখিলোঁ সেই সিদ্ধান্তসমূহ মানি চলা কাৰণেই। উল্লেখযোগ্য কথা, সেই সিদ্ধান্তসমূহ গ্ৰহণ কৰা মূল সমিতিখনৰ সদস্যসকল আছিল যজ্ঞেশ্বৰ শৰ্মা, ড° মহেশ্বৰ নেওগ, তীৰ্থনাথ শৰ্মা, ড° সত্যেন্দ্ৰনাথ শৰ্মা আৰু ড° গোলোক চন্দ্ৰ গোস্বামী। অসমীয়া ভাষাৰ আখৰ-জোঁটনি আৰু লিপ্যন্তৰৰ ক্ষেত্ৰত সকলো লোক, বিশেষকৈ সম্পাদনাৰ লগত জড়িত থকা সকলো লোক যেন সচেতন হয়, ঘাইকৈ সেই উদ্দেশ্যেই এইখিনি কথা কৈ থলোঁ। আশা কৰোঁ, 'উদয়ে'ও আখৰ-জোঁটনি আৰু লিপ্যন্তৰৰ ক্ষেত্ৰত কিছুমান সিদ্ধান্ত মানি চলিব।

স্কুলত পঢ়ি থকা দিনতে যাৰ মনত কিবা লিখা-মেলাৰ প্ৰতি আগ্ৰহ জন্মে, তেওঁলোকক উৎসাহ যোগোৱাৰ ক্ষেত্ৰত যে স্কুলখনৰ নিজা আলোচনীখনে গুৰুত্বপূৰ্ণ ভূমিকা পালন কৰিব পাৰে, সেই কথাৰ সত্যতা মই নিজেই মৰ্মে-মৰ্মে উপলব্ধি কৰোঁ। 'উদয়'তে মোৰ জীৱনৰ প্ৰথম গল্পটো (নাম ঃ পথ নিৰূপণ) ছপা হৈছিল। তাৰ পিচত আৰু দুটা। সেইবিলাকৰ মান আৰু সাহিত্যিক মূল্য সম্পৰ্কে আজি উচ্চবাচ্য কৰাৰ কোনো উপায় নাই; কিন্তু মোৰ গল্প লিখাৰ হেঁপাহটোক, প্ৰচেষ্টাটোক 'উদয়ে' যিধৰণে সহায় কৰিলে, তাৰ সুফল মই পিচলৈ ভোগ কৰিলোঁ। মই আন্তৰিকতাৰে আশা কৰোঁ,— কলমৰ জৰিয়তে কিবা এটা সুন্দৰ বস্তু সৃষ্টি কৰাৰ যাৰ প্ৰতিভা আছে, আগ্ৰহ আছে,— সেই প্ৰতিভা আৰু আগ্ৰহক যেন 'উদয়ে' স্নেহশীলা, জ্ঞানী মাতৃৰূপে লালন-পালন কৰে। পিচে এইটোও ঠিক যে স্কুলখনৰ সকলো ছাত্ৰই 'উদয়'ৰ বাবে গল্প-প্ৰবন্ধ, কবিতা নিলিখে; আৰু যিসকলৰ লেখা 'উদয়'ত প্ৰকাশ পায়, তেওঁলোকৰো সকলো ভৱিষ্যতে লেখত নহ'বগৈ; তেওঁলোকৰ বহুতো অন্যান্য ক্ষেত্ৰতহে উজ্জ্বল ব্যক্তি হ'বগৈ। কিন্তু লেখক হিচাপে বা পাঠক হিচাপে স্কুলীয়া জীৱনতো 'উদয়'ৰ লগত স্থাপন কৰা সম্পৰ্কই যদি এজন ছাত্ৰৰ মনত সামান্যও সাংস্কৃতিক আৰু বৌদ্ধিক ৰং সানিব পাৰে, তেনেহ'লে পাচলৈ সেইকণ ৰঙেই তেওঁৰ চৰিত্ৰ আদৰণীয় কৰি তুলিব পাৰে। উদয়'ৰ এই সাংস্কৃতিক আৰু বৌদ্ধিক ৰং সনাৰ ভূমিকাটোৱেই আটাইতকৈ গুৰুত্বপূৰ্ণ।

ক্লাছ নাইনলৈ প্ৰমোছন পোৱাৰ পিচত একে শ্ৰেণীৰে প্ৰমোদ দাসক লগত লৈ প্ৰতিটো শ্ৰেণীৰ প্ৰতিটো ছেক্সনলৈ গৈ ছাত্ৰসকলক 'উদয়'ৰ কাৰণে তিনি অনাকৈ পইচা দিবলৈ অনুৰোধ কৰা কামটোৰ কথা আজিও ভালকৈ মনত পৰে। প্ৰমোদক

আজি মৰমেৰে সুঁৱৰিছোঁ। বহুত দিন তেওঁৰ খবৰ পোৱা নাই। আমি 'উদয়'খনৰ প্ৰকাশৰ কাম আৰম্ভ কৰিছিলোঁ সঁচা; কিন্তু আজি ইমান দিনে যে বহু লোকে চেষ্টা কৰি, যত্ন কৰি আলোচনীখন জীয়াই ৰাখিছে, সেইটো আমাৰ কামতকৈ বহুগুণে ডাঙৰ কাম বুলি ভাবোঁ। সেই সকলো লোককে আমি আজি আন্তৰিক ধন্যবাদ জনাইছোঁ; আৰু এনেকুৱা লোকৰেই চিৰদিন স্কুলখন ভৰি থাকিব বুলি আশা কৰিছোঁ।

শেষত আমাৰ স্কুলখনৰ শিক্ষক, শিক্ষয়িত্ৰী, ছাত্ৰ, কাৰ্যালয়ৰ কৰ্মী আৰু ইয়াৰ লগত জড়িত নবীন-প্ৰবীণ সকলোলৈকে মোৰ মৰম, শ্ৰদ্ধা আৰু শুভেচ্ছা আগবঢ়াইছোঁ।

# ০৫. চুটিগল্প সমালোচনা প্ৰসংগত দুখন চিঠি

এক.

প্ৰথম বছৰ চতুৰ্থ সংখ্যা 'নৱযুগ'ত প্ৰকাশিত 'প্ৰহৰী' লিখিত 'দৃষ্টিপাত' পঢ়ি দুটিমান কথা সুধীসমাজৰ বিবেচনাৰ্থে নিবেদন কৰাৰ প্ৰয়াস কৰিলোঁ। অসমীয়া সাহিত্যত সুচিন্তিত সমালোচনাৰ অভাৱৰ কথা 'প্ৰহৰী'ৰ সতে এই পত্ৰ-লেখকেও জয়জয়তে স্বীকাৰ কৰি লৈছে। প্ৰচলিত সকলো ধাৰাৰ বিৰুদ্ধে অঘোষিত সংগ্ৰাম নাইবা পালমৰা ছালে-বেৰে কোবোৱা মন্তব্যৰ বাহিৰে বিশেষ অন্য বৈশিষ্ট্য আমাৰ সমালোচনাসমূহত আমি এতিয়াও দেখা নাই। আমাৰ সমালোচনাৰ বৰ্তমান ধাৰা সলনি কৰাৰ সময় যে কেতিয়াবাই পাৰ হৈ গ'ল সেই কথাত 'প্ৰহৰী'ৰ সুৰতে আমি সুৰ মিলাই ক'ব পাৰোঁ।

কিন্তু 'যৌনভাবসমৃদ্ধ' গল্পৰ বিষয়ে তেখেতৰ মন্তব্য মানি ল'ব নোৱাৰি আমি দুখ পালোঁ। আমাৰ অসমীয়া সাহিত্যৰ ফুলনিত নানা ৰঙৰ ফুলেৰে ভৰাই তুলিবলৈ 'প্ৰতিষ্ঠিত' লেখকসকলৰ লগতে উঠি অহা লেখকসকলও যৎপৰোনাস্তি চেষ্টা কৰিছে। কোনোবাই গোলাপ আনিছে, কোনোবাই মদাৰ আনিছে, আৰু কোনোবাই ভুলতে ফুল বুলি অন্যই কিবা আনিছে। আন্তৰিকতা আৰু সত্য-নিষ্ঠাৰে সকলোৱে চেষ্টা কৰিছে। কোণবোৰ কি ফুল নাইবা কোনবোৰ অনাটো ভাল, কোনবোৰ অনা বেয়া—সেইবোৰ লিখকক জনাই দিয়া সমালোচকৰ কাম। আমাৰ সমালোচকে এই দায়িত্ব কৃতিত্বৰে আৰু নিষ্ঠাৰে পালন কৰিব পৰা নাই। আটাইতকৈ আপত্তিৰ কথা, আমাৰ শুচি-বায়ুগ্ৰস্ত অনেক সমালোচকৰ বাবে 'চেক্স' এতিয়াও এটা নিষিদ্ধ-সামগ্ৰী, এটা taboo হৈ আছে। আমাৰ জনজীৱনৰ নৈতিকতাৰ ক্ৰমবৰ্দ্ধমান অৱনতিৰ ক্ষেত্ৰত চেক্সৰ প্ৰভাৱ এইসকল লোকে আজিও স্বীকাৰ কৰিব নোখোজে।

এই বিষয়ে আলোচনা কৰিবৰ বাবে চিঠি লিখা হোৱা নাই। 'প্ৰহৰী'য়ে যিসকল

সমালোচকৰ নমুনা দাঙি ধৰিছে সেইসকলে কেতিয়াও 'যৌনভাবসমৃদ্ধ' গল্প বেয়া কিয় সেই কথা আলোচনা কৰা নাই। বাহ্যিক প্ৰকাশিত বস্তুৰ ওপৰত খড়গহস্ত হোৱাৰ পৰিৱৰ্তে কোনো সাহিত্য-সৃষ্টিৰ সামগ্ৰিক বক্তব্য আৰু প্ৰকাশভংগীৰ প্ৰতি দৃষ্টি নিক্ষেপ কৰাৰ অভ্যাস আমাৰ নীতিবাগীশ ৰুচিৰ প্ৰহৰী সমালোচকসকলে কেতিয়া গ্ৰহণ কৰিব? চাৰিজন নাইবা পাঁচজন নাইবা ছয়জন গল্পলেখকক বাদ দি বাকীসকলক 'গালি' পাৰিলেই উচ্ছাসিত হোৱা নাইবা আপত্তি নকৰাৰ কোনো অৰ্থ নাই। কেৱল 'সাধাৰণ কথাৰ' গল্প লিখিলেই প্ৰশংসা পাব আৰু 'যৌনাচাৰ সমৃদ্ধ', 'যৌনভাব সমৃদ্ধ' আৰু 'যৌন ভাবপ্ৰৱণ' বিষয়বস্তু গল্পৰ বিষয়বস্তু কৰিলে লেখকে শিলগুটিৰ দলি পাব এইটো কেনে ধৰণৰ কথা? সাহিত্যলৈ বিভিন্ন ধাৰাৰ প্ৰৱৰ্তনৰ চেষ্টাৰ বাবে আমাৰ লেখকসকলে প্ৰশংসা কেতিয়া পাব? 'প্ৰহৰী'য়ে উল্লেখ কৰা বিষয়ত বিতং সমালোচনা কৰাৰ সাহ আমাৰ সমালোচকৰ কাহিনী হ'ব? আৰু এটা কথা, যোগেশ দাস প্ৰমুখ্যে আটাইকেইজন লেখকে সঁচাকৈয়ে 'যৌনভাব সমৃদ্ধ' গল্প লিখা নাই নেকি?

ছাঈদুল ইছলাম, গুৱাহাটী।

দুই.

'নৱযুগ'ত প্ৰকাশিত দৃষ্টিপাতত 'প্ৰহৰী'ৰ দ্বাৰা কৰা সমালোচনা মনোযোগেৰে পঢ়িলোঁ। লিখকৰ দৃষ্টিভংগী ও বিচাৰধাৰা মন কৰিবলগীয়া। লিখকৰ সুৰত আমিও কওঁ, যে এসময়ত 'ৰামধেনু'ত প্ৰকাশিত শ্ৰীজ্ঞানানন্দ শৰ্মা পাঠকৰ গভীৰ সমালোচনামূলক প্ৰবন্ধই সঁচাকৈয়ে অসমীয়া সাহিত্যক যথেষ্ট বৰঙণি যোগাই পাঠক সমাজৰ চিত্ত বিনোদন কৰিছিল। আপোনাৰ কাগজৰ জৰিয়তে আমি ৰাইজৰ হকে শ্ৰীশৰ্মা পাঠকক অনুৰোধ কৰোঁ, যাতে তেখেতে পুনৰ কলম হাতত ধৰি অসমীয়া সমালোচনা সাহিত্যিক সমৃদ্ধিশালী কৰিব। এয়ে অনুৰোধ ও কামনা।

দেবেন্দ্ৰ কুমাৰ দাস, কেডাৰ ৰোড, গুৱাহাটী।

# সম্পাদকৰ টোকা

ক. 'পথ নিৰূপণ' গল্পটি ভবেন্দ্ৰ নাথ শইকীয়াৰ প্ৰথম প্ৰকাশিত গল্প। নগাঁও চৰকাৰী বালক উচ্চতৰ মাধ্যমিক বিদ্যালয়ৰ আলোচনী 'উদয়'ৰ দ্বিতীয় সংখ্যাত এই গল্পটি প্ৰকাশ পাইছিল। সবিশেষ 'জীৱন বৃত্ত' গ্ৰন্থৰ ৫২ পৃষ্ঠাত।

খ. 'অলংকাৰ' নামৰ একাংকিকাখন প্ৰকাশ পাইছিল হীৰেন ভট্টাচাৰ্য সম্পাদিত 'চিত্ৰবন' নামৰ আলোচনীত। পিচত হীৰেন চৌধুৰীয়ে এই নাটখন মঞ্চস্থ কৰোঁতে নামটি পৰিৱৰ্তন কৰি 'সোণৰ অলংকাৰ কৰি লৈছিল।

গ. 'দেশ-কালপাত্ৰ' শিতানৰ লেখনি-কেইটি একে শিৰোনামাৰে সাপ্তাহিক 'নীলাচল'ত প্ৰকাশ পাইছিল।

ঘ. 'দৃষ্টিপাত' শিতানৰ লেখনি কেইটি 'প্ৰহৰী' ছদ্মনামত সাদিনীয়া 'নৱদূত'ত প্ৰকাশ হৈছিল।

ঙ. চিনেমা প্ৰসংগৰ লেখনি কেইটি বিভিন্ন নামত প্ৰান্তিকৰ পাতত প্ৰকাশ হৈছিল। 'অসমীয়া চলচ্চিত্ৰৰ সংকট আৰু সম্ভাৱনা' শীৰ্ষক প্ৰবন্ধটি ড° শইকীয়াৰ স্বনামতেই 'সাদিন'ৰ পাতত ছপা হৈছিল।

চ. 'চাকৰি, নীতি, দুৰ্নীতি আৰু সংশ্লিষ্ট কথা' শিতানৰ লিখাকেইটি 'প্ৰান্তিক'ৰ পাতত 'সুদৰ্শন'ৰ নামত প্ৰকাশ পাইছিল।

ছ. তছদ্দুক ইউছুফৰ স্মৃতিত লেখা লেখনিটো বাল্যবন্ধু নামত লেখা হৈছিল। প্ৰান্তিকৰ পাত পৰা সংগৃহীত আন লেখাবোৰ বিভিন্ন নামত আৰু নাম নোহোৱাকৈও প্ৰকাশ হৈছিল। চিনেমা বিষয়ৰ লেখনিৰ বাবে সচৰাচৰ ব্যৱহাৰ কৰা নামটো আছিল 'চিত্ৰপ্ৰিয় পাঠক' আৰু আন লেখনিৰ বাবে সচৰাচৰ ব্যৱহাৰ কৰা নাম আছিল 'সত্যপ্ৰিয় পাঠক' আৰু 'পৰ্যবেক্ষক'।